# ব্ৰহ্মপুত্ৰ উপত্যকাৰ মিচিং জনজাতি
# আৰু
# তেওঁলোকৰ মৌখিক সাহিত্যৰ
# সমীক্ষামূলক অধ্যয়ন

................................

ড° গণেশ পেগু

# THE MISING OF THE BRAHMAPUTRA VALLEY AND THEIR ORAL LITERATURE

.......................................

DR. GANESH PEGU

'BRAHMAPUTRA UPATYAKAR MISING JANAJATI ARU TEOLOKAR MOUKHIK SAHITYAR SAMIKHATMAK ADHYAN' - The Mising of the Brahmaputra Vally and their Oral literature. an essays by Dr. Ganesh Pegu, and published by N. L. Publications, A. R. B. Road, Panbazar, Guwahati - 781001 (Assam).

*First Edition : 2010* *Price Rs. 500/-*

---

This Book is published with financial assistance from the **Central Institute of Indian Languages** (CIIL), Ministry of Human Resource Development of Higher Education, Govt of India. Manasa Gangothri, Mysore-570006. *Vide sanction letter No. F. 51-1(6)/2009-10/ASSM/GRNT dated 23rd April 2010 under the scheme of Grant-in-Aid.*

**'ব্ৰহ্মপুত্ৰ উপত্যকাৰ মিচিং জনজাতি আৰু তেওঁলোকৰ মৌখিক সাহিত্যৰ সমীক্ষামূলক অধ্যয়ন'**
**ড০ গণেশ পেগু**

**প্ৰকাশক :** এন এল পাব্লিকেশ্বনছ
আনন্দৰাম বৰুৱা পথ
পাণবজাৰ, গুৱাহাটী - ১

**প্ৰথম প্ৰকাশ :** ২০১০ ইং

**মুদ্ৰণ সংখ্যা :** ১১০০ কপি (1100 copies)

**প্ৰচ্ছদ :** আনোৱাৰ হুছেইন

**মূল্য :** ৫০০.০০ টকা

**মুদ্ৰণ :** অনিৰ্বাণ প্ৰিণ্টাৰ্চ
হেদায়েৎপুৰ, গুৱাহাটী-৭৮১০০৩
দূৰভাষ : ৯৮৬৪১-২২০৯৪

‘ক:নীন্ ক:তেইকা! পু:পজাৰ্প মতেইকা’

‘—হে সৃষ্টিকৰ্তা, আমাৰ মঙ্গল কৰা
আমাক সকলোফালে নদন-বদন কৰা।’



## Foreword

The Misings (Mest while Miris) are the second largest group of the Indo-Mongoloid people of Assam. They are mainly concentrated in the riverine areas of the districts of Dibrugarh, Lakhimpur, Dhemaji, Sivasagar, Jorhat, Golaghat, Sonitpur and Kamrup of Assam. The etymological meaning of the term Mising, is mi = man, Sing = beautiful, i.e. beautiful man. They are made of a large number of exogamous class and groups. Ethnically they belong to the same stock as the Nishis (erstwhile Daflas) the Adis, the Apatanis and the Hill Miris of the Siyang and Subansiri region of Arunachal Pradesh. It can easily be assumed that the misings originally used to live in close physical and cultural proximity of these ethnic groups of Arunachal physical and cultural proximity of these ethnic groups of Arunachal Pradesh.

The Misings migrated from their original abode, i.e. Arunachal Pradesh, to Assam before the reign of the Ahom king. Although it is not easy to say definitely about the date of their migration from Arunachal Pradesh to Assam depending on wirtten evidence neverthless myths and legends transmitted orally or verbally among them may furnish information in this context. Basing on these myths and legends we can say that the first group of the Misings migrated to Assam during the time of fall of the Chutia Dynasty.

It is very doubtful whether the Miris were and independent tribe originally. According to Scholars "The plains tribal people known as Miri or Mishing now inhabiting the riverine areas of upper Assam Vally are blood relations of the tribal community living in the Abor hills of Arunachal Pradesh. The history of the Miris is essentially the history of the Misings, Minyongs, Pasi Padams and any other hill tribes, who Profess the cult of Mirui, worship 'Do:nyi' (Sun), 'Po:lo (moon) as their principal duties and call themselves 'Ami" or 'Tani' meaning man'.[1] (1. Pegu, N. The Miris, p.2 Quoted from Tribes of Assam, Part I, by B.N. Dordoloi et-al, Guwahati, 1987, pp. 99-100)

The entire Mising community may rightly be subdisided into a few sub-groupp, eg. Pagro, Delu, Shayang, Dambuk, Oyan, Mo:ying, Samuguria, Tamar, Somuwa and Bihiya.

Being a reverine tribe, the Misings construct their houses raised platforms, approximately 5 feet above the ground. Generally a Mising house is 30/40 metres in length and 5/6 metres in breath. At last 30 to 40 persons can easily stay there.

The bachelor-dormitory is known as Murong among them. Murong has been playing important roles in various aspects of the social life of the Misings. The Kebang is an important Social Organisation of the Misings, While may rightly be compared with village panchayata.

Apong and Chai apong are their important beverages.

The Mising religion is primarily based on the beliefs of supernaturalism and amimism. They worship different spirits known as Uie. The Mibu may be compared with a priest. Do:nyi and Po:lo are also worship by them.

The Mising language is very rich in oral or verbal literature which may rightly be classified in to the following sub-genres. e.g.

a) Oral or Verbal Songs. b) Proverbs and proverbial sayings c) Riddles d) Prose narratives

Oral Songs or verbal art may again be classified into the following sub-genres, e.g. 1) Songs associated with the seasonal or agricultural festivals. 2) Songs connected with rites and ceremonies i.e. Songs associated with the rites-de passage, 3) Songs related to worships. 4) Incarnations 5) Songs overtoned with philosophical ideas, 6) Ballads 7) Songs associated with children, 8) Work songs, 9) Love Songs.

Again the sub-genre ballad may rightly be subdivided into the following ways :

1. Mythical ballad (or verse myth) ii) Legendary ballad (or verse legend) iii) Historical ballad iv) Etiological ballad, v) Supernatural or wonderous ballad. vi) Realistic ballad vii) Imaginary ballad, and so on

The prose narratives may be sub-divided into the following heads, e.g. 1. Myth (Myth found in Prose) 2. Legend (Legend found in Prose) 3. Tale. Tale, i.e. Prose narratives may be sub-divided into the following sub-genres, e. g. i) Animal Tale ii) Humorous tale, Jest, Jokes iii) Trickster tale, iv) Magical or wonderous or romantic or supernatural tale. v) Etiological or explanatory tale vi) Anecdote, vii) Numsksull tale viii) Cumulative or formula tale. etc.

Dr. Ganesh Pegu did his Ph. D. work under may guidance and supervision on the topic entitled The Misings of the Brahmaputra vally and their oral literature. He has divided the entire topic into ten chapters besides systematic bibliography, a list of informant, and Glosary as well as Index. He obtained his Ph. D. Degree on the basis of this Thesis. Now Dr. Pegu wants to Publish the thesis. And in this context. I have very been requested by Dr. Pegu to write a few words in the form of 'Forword' for which I feel proud. The Present book will be sufficient to know the Misings and their Socity found on the Brahmaputra valley and their oral literature or verbal art. The Thesis tries to give a detailed and systematic study of the Mising people. I am sure that the book will help academicians, students, researchers and general readers in their Persuit of Knowledge on a particular ethnic group of the Brahmaputra vally. This output is a work of meticulous and painstaking scholarship and it reflects the writer's vast reading, mature thinking and deep insight.

**Dr. Nabin Ch. Sarma**
Rtd. Reader & HOD
Deptt. of Folklore Research,
Gauhati University,

Guwahati-781014
12.12.2010

# পাতনি

বৈচিত্র্যপূর্ণ মিচিং মৌখিক-সাহিত্য অসমৰ লোক-সংস্কৃতিৰ অংশ বিশেষ। এইবিধ সাহিত্যৰ ৰূপ-ৰং আৰু বিষয়বস্তুৰ দ্বাৰা ছাত্র অৱস্থাৰে পৰা মই আকৰ্ষিত হৈছিলোঁ। সময়ৰ অগ্ৰগতিৰ লগে লগে ইয়াৰ অন্তৰ্নিহিত তাৎপৰ্য অনুধাৱন কৰাৰ এক প্ৰবল হাবিয়াসে মনত নীৰৱে বাঁহ লৈছিল। সেই হাবিয়াসৰ তাড়নাতে আনুষ্ঠানিক শিক্ষা সমাপ্ত কৰিয়েই মিচিং মৌখিক-সাহিত্যৰ প্ৰণালীবদ্ধ অধ্যয়নৰ বাবে আগবাঢ়িলোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ বীডাৰ ডঃ নবীন চন্দ্ৰ শৰ্মাদেৱে আনন্দচিত্তে তত্ত্বাৱধায়কৰ দায়িত্ব গ্ৰহণ কৰিবলৈ সন্মতি প্ৰদান কৰাত মোৰ সেই প্ৰয়াসে বাস্তৱ ৰূপ লাভ কৰিলে। তেখেতৰ আশাশুধীয়া প্ৰচেষ্টা, বহুমূলীয়া দিহা-পৰামৰ্শ আৰু অফুৰন্ত কৰ্মপ্ৰেৰণাই মিচিং জনজীৱনৰ আঁহে আঁহে ব্যাপ্ত হৈ থকা মৌখিক-সাহিত্যৰাজিৰ মূল্যায়ন কৰাৰ বাবে প্ৰয়োজনীয় পথ দেখুৱালে আৰু মোৰ হাবিয়াসক বাস্তৱায়িত হোৱাত অনুপ্ৰেৰণা যোগালে। কৃতজ্ঞতা স্বীকাৰেৰে এই ঋণ সুজিব নোৱাৰি, তথাপিও শ্ৰদ্ধেয় চাৰৰ প্ৰতি মোৰ অশেষ কৃতজ্ঞতা ৰ'ল। লোক-সংস্কৃতি গৱেষণা বিভাগৰ প্ৰফেছাৰ ডঃ বীৰেন্দ্ৰনাথ দত্তদেৱেও মোক নানা দিহা-পৰামৰ্শ দিছে। তেখেতৰ ওচৰতো মই বিশেষভাৱে কৃতজ্ঞ।

অধ্যয়নৰ কালছোৱাত ক্ষেত্ৰ অধ্যয়নৰ প্ৰসংগত বিভিন্ন ব্যক্তিক সাক্ষাৎ কৰা হৈছিল। তেখেতসকলে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে মোক বিভিন্ন প্ৰকাৰে সহায় কৰিছে। তেখেতসকলৰ নাম প্ৰত্যক্ষ আৰু পৰোক্ষ সংবাদদাতা বা সংবাদদাত্ৰী ৰূপে গৱেষণা গ্ৰন্থখনিৰ বিভিন্ন স্থানত উল্লেখ কৰা হৈছে। ইয়াৰ ওপৰিও মিচিং বাচিক কলাৰ বিভিন্ন ধাৰক আৰু বাহক সকলৰ দ্বাৰাও মই বিশেষভাৱে উপকৃত হৈছোঁ। প্ৰত্যক আৰু পৰোক্ষ সংবাদদাতা আৰু সংবাদদাত্ৰী তথা ধাৰক আৰু বাহক সকলক কৃতজ্ঞতাৰ বাহিৰে দিবলৈ মোৰ আন একো নাই। এইখিনিতে উল্লেখযোগ্য যে বিশ্ববিদ্যালয়ে গৱেষণা পত্ৰখন কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ে অনুমতি প্ৰদান কৰাত লগে লগেই ভাৰতীয় ভাষা অনুষ্ঠান, মহীশূৰ অৰ্থাৎ Central Institute of Indian Languages, Mysoreৰ অৰ্থ অনুদান বিভাগ (Grants-in-aids)ৰ ফালৰ পৰা অৰ্থ সাহায্য দিয়াৰ বাবে অনুষ্ঠানটিলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

আখৰ জোঁটনিৰ ক্ষেত্ৰত বিশেষকৈ মিচিং লিপিসমূহৰ ক্ষেত্ৰত টাইপ-যন্ত্ৰ সম্পূৰ্ণভাৱে নিৰ্ভৰযোগ্য নহয় যদিও অশেষ কষ্ট স্বীকাৰ কৰি গৱেষণা পত্ৰখনি টাইপ কৰি দিয়াৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্মী শ্ৰীনগেন দাসক এই সুযোগতে ধন্যবাদ জনালোঁ। উল্লেখযোগ্য যে, গৱেষণা পত্ৰখনিত উল্লেখিত মিচিং ভাষাৰ 'অ্' উচ্চ কেন্দ্ৰীয় ধ্বনিটো জাৰ্মান ভাষাৰ Max Miller নামটোৰ (ü) ধ্বনিৰ উচ্চাৰণৰ দৰে হ'ব। মধ্যকেন্দ্ৰীয় ধ্বনি 'অী' ইংৰাজী bird শব্দৰ 'i' ধ্বনিৰ দৰে উচ্চাৰিত হ'ব।

পৰিশেষত মোৰ এই অধ্যয়নৰ পৰিপূৰ্ণতাৰ প্ৰসংগত যিসকল লোকে মোক উৎসাহ আৰু উদ্দীপনাৰে অনুপ্ৰাণিত কৰিলে সেই সকল সহৃদয় আৰু হিতাকাংক্ষী লোকৰ প্ৰতিও কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখন ছপা কৰাৰ সকলো দায়িত্ব N. L. Publicationsৰ স্বত্বাধিকাৰী শ্ৰীযুত অলক অধিকাৰী আৰু DTPৰ পৰিচালক ৰাজু মেধিৰ লগতে প্ৰেছৰ সকলো কৰ্মকৰ্তালৈ মোৰ আন্তৰিক কৃতজ্ঞতা ৰ'ল।

কটন কলেজ অধ্যাপক নিবাস
দীঘলী পুখুৰী (পূব), গুৱাহাটী - ১

গণেশ পেগু

# সূচীপত্ৰ

পঞ্চম অধ্যায় ঃ



ষষ্ঠ অধ্যায় ঃ

সপ্তম অধ্যায় ঃ



অষ্টম অধ্যায়ঃ

# চিত্ৰসূচী

## প্ৰথম অধ্যায়

# অৱতৰণিকা

### (ক) গৱেষণাৰ ক্ষেত্ৰ ঃ

অসমৰ মিচিংসকল মংগোলীয় গোষ্ঠীৰ তিব্বতবৰ্মী শাখাৰ অন্তৰ্গত। তেওঁলোকৰ আদি বাসস্থান সম্পৰ্কে পণ্ডিতসকল একমত নহয় যদিও সৰহসংখ্যক পণ্ডিতৰ মতে বৰ্তমান অৰুণাচল প্ৰদেশৰ কিংলৃংকাংগে নামৰ ঠাইখনেই তেওঁলোকৰ আদি বাসস্থান। দ্বিতীয়তে, মিচিংসকল অৰুণাচলৰ অধিবাসী আদী জনগোষ্ঠীসম্ভূত এটা ফৈদ বুলিও কোনো কোনোৱে ক'ব খোজে। কথিত আছে যে মিচিংসকল আদীসকলতকৈ তিব্বতৰ পৰা আগতে ভৈয়ামলৈ আহিছিল। তিব্বতৰ পৰা নামি আহি তেওঁলোকে পোনপ্ৰথমে কাৰ্ক চিমং, দ্ৰাম, ৰীগি ৰীগাম্ আদি পাৰ্বত্য অঞ্চলত বসবাস কৰিছিল।

মিচিং শব্দটোৰ অৰ্থ সম্পৰ্কে বিভিন্ন পণ্ডিতৰ বিভিন্ন মত। 'মি'ৰ অৰ্থ মানুহ আৰু 'চিঙ'ৰ অৰ্থ বগা ধুনীয়া; অৰ্থাৎ আনতকৈ ধুনীয়া লোক। 'মিচিং'সকলক সূচিত কৰিবলৈ ভৈয়ামৰ অমিচিংসকলে 'মিৰি' শব্দটো ব্যৱহাৰ কৰে। মিৰি শব্দৰ সঠিক উচ্চাৰণ 'মিৰৃ'। এই শব্দটোৰ উচ্চাৰণৰ বিকৃতিৰ ফলত 'মিৰি' শব্দৰ বিকাশ হ'ব পাৰে। 'মিৰৃ' শব্দৰ অৰ্থ মিচিং ভাষাত পুৰোহিত, দেওধাই, বাইলুং। পাচিঘাট অঞ্চলৰ পাঃ চি পাঃদাম অৰ্থাৎ আদীসকলৰ নৃত্য-গীতৰ অনুষ্ঠানক 'মিৰৃ' বোলে। সেই অনুষ্ঠানত যিজন ব্যক্তিয়ে পৰম্পৰাগত আভৰণাদি পৰিধান কৰি যুক্চা (চিকৰাদা) লৈ ডেকা-গাভৰুৰ মাজত গীত-পদ লগাই যায়, তেওঁক মিৰৃ আখ্যা দিয়া হয়।

মিচিংসকলে সাৰুৱা ভূমি আৰু বাসোপযোগী স্থান বিচাৰি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহে। বৰ্তমান অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ লক্ষীমপুৰ, ধেমাজি, শোণিতপুৰ, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড় আৰু গোলাঘাট জিলাৰ বিভিন্ন অঞ্চলত তেওঁলোকে বসবাস কৰি আহিছে। অৰুণাচলৰ চিয়াং-লোহিত জিলাতো মিচিঙৰ সেৰেঙা বসতি দেখা যায়। মিচিংসকলৰ বিভিন্ন দল বিভিন্ন সময়ত বিভিন্ন পথেৰে আহি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন অঞ্চলত বাস কৰিবলৈ লোৱাৰ পৰিণতি স্বৰূপে বৃহৎ অসমৰ অমিচিং নৃগোষ্ঠীসকলৰ মাজত সাংস্কৃতিক সমাহৰণ প্ৰক্ৰিয়াৰ জৰিয়তে মিচিংসকল বৃহৎ অসমীয়া সংস্কৃতিৰ অংগীভূত হৈ পৰিল। দ্বিতীয়তে, অসমীয়াকৰণ আৰু সাংস্কৃতিকীকৰণৰ পৰিণতি স্বৰূপে মিচিংসকলে তেওঁলোকৰ পৰম্পৰাগত সংস্কৃতি কিছু পৰিমাণে হেৰুৱাইছে। তাৰ উপৰি আধুনিকতাৰ দ্বাৰা মিচিং সংস্কৃতি কিছু পৰিমাণে প্ৰভাৱান্বিত নোহোৱাকৈ থকা নাই।

অসমৰ আন আন জনজাতিৰ দৰে মিচিংসকলেও পৰম্পৰাগত বিভিন্ন উৎসৱ-অনুষ্ঠান উদ্‌যাপন কৰাৰ উপৰি বিভিন্ন ৰীতি-নীতি আদি পালন কৰে। খোৱা-লোৱা, বিশ্বাস, ধৰ্ম আদিতো মিচিংসকলৰ স্বকীয় বৈশিষ্ট্য লক্ষ্য কৰা যায়। ইয়াৰ পৰিণতিত মিচিংসকলৰ মাজত বিবিধ বাচিক কলাৰ উদ্ভৱ আৰু বিকাশ সম্ভৱ হৈছে। মিচিংসকলৰ সমাজ জীৱনত এই বাচিক কলাৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী।

## (খ) গৱেষণাৰ গুৰুত্ব আৰু তাৎপৰ্য ঃ

বাচিক কলা কোনো এক প্ৰজাতিৰ সামাজিক দাপোণ, অৰ্থাৎ পৰম্পৰাগত সমাজ জীৱনৰ পৰিচয় পোৱা যায় সেই সমাজক কেন্দ্ৰ কৰি ৰচিত হোৱা মৌখিক সাহিত্যৰ জৰিয়তে। দ্বিতীয়তে, কোনো এক জাতি বা উপজাতিৰ সামাজিক আচৰণ প্ৰকাশ পায় এই জাতি বা উপজাতিৰ বাচিক কলাত। তৃতীয়তে, সামাজিক প্ৰকাৰ্যও সাধিত হয় বাচিক কলাৰ জৰিয়তে। ইয়াৰ উপৰি জাতীয় সংহতিত মৌখিক সাহিত্যই বিশেষভাৱে ভূমিকা গ্ৰহণ কৰি আহিছে। ইয়াৰ বাবে প্ৰয়োজন বিভিন্ন জাতি-উপজাতিৰ মাজত প্ৰবহমান মৌখিক সাহিত্যৰ প্ৰণালীবদ্ধ অধ্যয়নৰ।.

মিচিং জনজাতিৰ সমাজ জীৱনৰ বাহিৰেও আৰু এই সমাজত প্ৰচলিত বিবিধ বাচিক কলাৰ সংগ্ৰহ, বিশ্লেষণ আৰু অধ্যয়নৰ ক্ষেত্ৰত ব্যক্তি আৰু অনুষ্ঠানে সাধাৰণভাৱে প্ৰচেষ্টা চলাই আছে যদিও সামগ্ৰিকভাৱে বিশেষ অৰিহণা যোগাব পৰা নাই যেন লাগে। অনেক ক্ষেত্ৰত এই অধ্যয়ন বা অনুশীলন অথবা আলোচনা প্ৰণালীবদ্ধ আৰু পৰিপূৰ্ণ নহয়। ইতিমধ্যে আধুনিকতাৰ গ্ৰাসত আৰু অন্যান্য কাৰণত মিচিং বাচিক কলাৰ কিছু অংশ বিলুপ্ত হোৱাৰ প্ৰৱণতা পৰিলক্ষিত নোহোৱাকৈ থকা নাই। গীত-পদ আদিৰ ধাৰক আৰু বাহকসকল ইতিমধ্যে কালৰ সোঁতত হেৰাই গৈছে আৰু ইয়াৰ লগে লগে বাচিক কলাৰ অনেক অংশ চিৰদিনৰ বাবে হেৰাই গৈছে।

মিচিং সমাজ আৰু এই সমাজত প্ৰচলিত বাচিক কলা সম্পৰ্কে দুই-চাৰিটা প্ৰবন্ধ আৰু দুই-এখন গ্ৰন্থ পোহৰলৈ আহিছে; যদিও এইবোৰ অনেক ক্ষেত্ৰত অসম্পূৰ্ণ, আংশিক আৰু পদ্ধতিগত নহয়। মিচিং জনজাতিৰ সমাজ আৰু তেওঁলোকৰ মাজত প্ৰচলিত বাচিক কলাৰ অধ্যয়নৰ জৰিয়তে পোনপ্ৰথমবাৰৰ বাবে অসমৰ মিচিংসকলৰ সমাজ আৰু তেওঁলোকৰ মাজত প্ৰচলিত মৌখিক সাহিত্যৰ বিষয়ে প্ৰণালীবদ্ধভাৱে সংগ্ৰহ বিশ্লেষণ আৰু তাত্ত্বিক আলোচনা উপস্থাপন কৰিবলৈ প্ৰয়াস কৰা হৈছে।

## (গ) গৱেষণাৰ প্ৰণালী ঃ

প্ৰস্তাৱিত অধ্যয়ন সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিছে প্ৰাসংগিক গ্ৰন্থ আৰু ক্ষেত্ৰ নিৰীক্ষণৰ আধাৰত। প্ৰাসংগিক গ্ৰন্থসমূহৰ ভিতৰত অসমীয়া, বঙলা, হিন্দী, সংস্কৃত, মিচিং আদি ভাষাত ৰচিত গ্ৰন্থ, আলোচনী আৰু অন্যান্যৰ পৰা তথ্যপাতি সংগ্ৰহ কৰা হৈছে। গ্ৰন্থসমূহ বিশেষকৈ কৃষ্ণকান্ত সন্দিকৈ পুথিভঁৰাল, গুৱাহাটীস্থ জিলা পুথিভঁৰাল, কটন মহাবিদ্যালয় পুথিভঁৰাল, লক্ষীমপুৰ জিলা পুথিভঁৰাল, ধেমাজি জিলা পুথিভঁৰাল, ডিব্ৰুগড় বিশ্ববিদ্যালয় পুথিভঁৰাল, যোৰহাট জিলা পুথিভঁৰাল আদিৰ পৰা চাই তথ্য সংগ্ৰহ কৰা হৈছে। ইয়াৰ উপৰি বিভিন্ন ব্যক্তিৰ ব্যক্তিগত সংগ্ৰহৰ পৰাও গ্ৰন্থ আদিৰ সহায় লোৱা হৈছে।

ক্ষেত্ৰ নিৰীক্ষণত পৰ্যবেক্ষণ প্ৰণালীৰে তথ্য সংগ্ৰহ কৰা হৈছে। স্বাভাৱিক প্ৰসংগ আৰু কৃত্ৰিম প্ৰসংগত উভয় প্ৰণালীকে কামত লগোৱা হৈছে। কৃত্ৰিম প্ৰসংগৰ জৰিয়তেও মৌখিক সাহিত্যৰ সমল সংগ্ৰহ কৰা হৈছে। অসমৰ বিভিন্ন মিচিং গাঁও আৰু অঞ্চললৈ গৈ বাচিক কলাৰ ধাৰক আৰু বাহক তথা বিশেষজ্ঞসকলক লগ ধৰি গীত-পদ, মিথ, জনশ্ৰুতি, সাধুকথা, প্ৰবচন, সাঁথৰ আদি টেপ ৰেকৰ্ডৰ

সহায়ত সংগ্ৰহ কৰা হৈছে। প্ৰয়োজনবশতঃ মিচিংসকলৰ আদি বাসস্থানৰ সন্ধানত অৰুণাচলৰ পাচিঘাটৰ চিয়াং জিলাত থকা মিচিং তথা আদী লোকসকলক লগ ধৰি তেওঁলোকৰ পৰা সমল সংগ্ৰহ কৰিবলৈও যত্ন কৰা হৈছে। উৎসৱ-অনুষ্ঠান আদিত সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰা গায়ক, নৰ্তক, বাদক, আদিক লগ ধৰি বিষয়বস্তু সংগ্ৰহ কৰা হৈছে। উৎসৱ-অনুষ্ঠান আৰু মৌখিক গীত-পদসমূহৰ আলোচনা প্ৰসংগত সেই ঠাইবোৰৰ লগতে লগ ধৰা ব্যক্তিসকলৰ নাম উল্লেখ কৰা হৈছে। একে ধৰণৰ তথ্য একাধিক লোকৰ পৰা পোৱাৰ বাবে এজন ব্যক্তিৰ নামহে উল্লেখ কৰি আনসকলৰ নাম-ঠিকনা আদি পৰোক্ষ সংবাদদাতাৰ তালিকাত উল্লেখ কৰা হৈছে। ক্ষেত্ৰ নিৰীক্ষণৰ কালছোৱাত নিৰীক্ষণ পদ্ধতিৰ লগতে গুৰুত্ব অনুসৰি দুই-এক অনুষ্ঠানত মোৰ গৱেষণা তত্ত্বাৱধায়কেও সমল সংগ্ৰহত মোক বিশেষভাৱে সহায় কৰিছে।

বিভিন্ন সময়ত অনুষ্ঠিত হোৱা উৎসৱ-অনুষ্ঠান, বিবাহ, পূজা-পাতল আদিত মই নিজে অংশগ্ৰহণ কৰি সেইবোৰৰ আনুষ্ঠানিক ৰূপটো নিজ চকুৰে চাই তাৰ লগত জড়িত বাচিক কলাৰ সমলৰাজি সংগ্ৰহ কৰা হৈছে। এই প্ৰসংগত কেমেৰা, টেপ ৰেকৰ্ডাৰ আদিও প্ৰয়োজন সাপেক্ষে ব্যৱহাৰ কৰা হৈছে।

গ্ৰন্থ অধ্যয়ন আৰু ক্ষেত্ৰ নিৰীক্ষণৰ সহায়ত আহৰণ কৰা তথ্যৰ ওপৰত নিৰ্ভৰ কৰি মিচিং বাচিক কলাসমূহ ঐতিহাসিক, তুলনাত্মক, বিৱৰণাত্মক আৰু সাংযুতিক দিশৰ ফালৰ পৰা বিচাৰ-বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰা হৈছে। এই গ্ৰন্থখনৰ জৰিয়তে অসমীয়া ভাষাত সৰ্বপ্ৰথমে মিচিং সমাজ আৰু তেওঁলোকৰ বাচিক কলাৰ প্ৰণালীবদ্ধ আৰু অৰ্থপূৰ্ণ বিচাৰ-বিশ্লেষণ উপস্থাপন কৰিবলৈ যত্ন কৰা হৈছে।

# দ্বিতীয় অধ্যায়

# মিচিং জাতিৰ পৰিচয়

## (ক) মিৰি আৰু মিচিং নামৰ উৎপত্তি ঃ

'মিচিং' বা 'মিৰি' শব্দ দুটা পৰস্পৰ সমাৰ্থক শব্দ ৰূপে ব্যৱহাৰ কৰা হয়; যদিও ৰূপগত আৰু প্ৰায়োগিক দিশৰ পৰা এই শব্দ দুটাৰ পাৰ্থক্য লক্ষ্য কৰা যায়।

মিচিং শব্দ প্ৰয়োগ বা ব্যৱহাৰ নোহোৱাৰ আগতেই অসমৰ বৰ্তমান লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, শোণিতপুৰ, ধেমাজি আৰু গোলাঘাট জিলাৰ বিভিন্ন স্থানত বাস কৰি অহা মিচিংসকলক 'মিৰি' নামেৰেহে ভৈয়ামৰ অমিচিং আৰু অন্যান্য লোকসকলে অভিহিত কৰিছিল। ভাৰতবৰ্ষৰ সংবিধানৰ ষষ্ঠ অনুচ্ছেদৰ জনজাতি তালিকাতো বৰ্তমান ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা মিচিংসকলক 'মিৰি' নামেৰেই সূচিত কৰিছে। অৱশ্যে বৰ্তমান তেওঁলোকে নিজকে 'মিচিং' বুলিহে পৰিচয় দিয়ে। 'মিৰি' শব্দৰ সন্দৰ্ভত বিভিন্ন পণ্ডিতে বিভিন্ন মত পোষণ কৰিলেও এইবোৰ গ্ৰহণযোগ্য নহয়। মিচিংসকলৰ মাজত মিৰি শব্দটোৰ প্ৰচলন নাই। দ্বিতীয়তে, মিৰি শব্দটো অসমীয়া ভাষাৰ পৰা আহিছে বুলিও ক'ব নোৱাৰি। এইফালৰ পৰা এই শব্দটো সংস্কৃত অথবা অসমীয়া ভাষাৰ পৰা আহিছে বুলি ক'ব নোৱাৰি।[১]

সোণাৰাম পাগ্ৰেঙৰ মতে, মিৰি নামৰ কোনো এটা জাতি নাই। প্ৰকৃততে মিচিং নামৰ জাতিটোকেই ভৈয়ামত মিৰি বোলে।[২]

গতিকে 'মিৰি' শব্দটো অমিচিং শব্দ, ভৈয়ামৰ অমিচিংসকলৰ মাজতহে এই শব্দটোৰ প্ৰয়োগ দেখা যায়। মিৰি উপাধিটো তেওঁলোকৰ মূল সমাজৰ পৰা গ্ৰহণ কৰা নাম নহয়। যেতিয়া মিচিংসকল পাহাৰৰ পৰা নামি আহিছিল, তেওঁলোকক দেখি ভৈয়ামৰ লোকসকলে তেওঁলোকৰ ভাষা, সংস্কৃতি, ধৰ্মাদিৰ বিষয়ে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে আৰু তেওঁলোক ক'ৰ পৰা আহিছে, কি জাতৰ মানুহ, কি ধৰ্মাৱলম্বী সুধিলে। তেতিয়া মিচিংসকলে তেওঁলোক পাহাৰৰ পৰা নামি আহিছে আৰু তেওঁলোকৰ ধৰ্ম বা পুৰোহিত 'মিৰি' (মিবৃ) বুলি জনালে। সেই নতুনকৈ অহা মানুহবিলাকক অন্য নাম দিবলৈ নাপাই তেওঁলোকৰ ধৰ্ম বা পুৰোহিতৰ নামেৰে অৰ্থাৎ মিৰি (মিবৃ) নামেৰে নামকৰণ কৰিলে। তেতিয়াৰ পৰাই তেওঁলোক মিচিঙৰ সলনি মিৰি নামেৰে জনাজাত হ'ল।[৩]

এই ফালৰ পৰা চালে 'মিবৃ' শব্দৰ পৰাই মিৰি শব্দৰ উদ্ভৱ হ'ব পাৰে। মিবৃ শব্দটো আকৌ 'আমি-আবী'ৰ পৰা বিকাশ হোৱা যেন লাগে। উচ্চাৰণৰ ব্যতিক্ৰমৰ বাবে ভৈয়ামৰ মানুহে সঠিকভাৱে

---

১ নাহেন্দ্ৰ পাদুন ঃ 'মিৰি শব্দৰ আঁতি-গুৰি (মিচিং সংস্কৃতিৰ আলেখ্য), পৃঃ ৩১

২ সোণাৰাম পাগ্ৰেং কটকী ঃ 'মিৰি জাতিৰ বুৰঞ্জী', পৃঃ ১

৩ Talam Rukbar : The Derivative Meaning of the Miri (Mishing), No. 3, P. 22

উচ্চাৰণ কৰিব নোৱৰা হেতু 'মিৰ্' পদটো মিৰি ৰূপে উচ্চাৰণ কৰিবলৈ লোৱা হ'ল। 'মিৰ্'ৰ অৰ্থ পৱিত্ৰ লোক। গেইট চাহাবে উল্লেখ কৰা— 'They (the Miris) act as a channel of communication with the Abors and from this circumstances the name by which they are known in Assam, which means a 'go-between' ৰ[৪] লগতো মিৰ্ৰ কোনো সম্পৰ্ক নাই। এইক্ষেত্ৰত [*] তৰুণ চন্দ্ৰ পামেগাম আৰু নোমল চন্দ্ৰ পেগুৱে 'মিৰি' শব্দ, মিচিংসকলৰ পুৰোহিতক বুজোৱা 'মিৰ্'ৰ পৰা অহা বুলি কোৱা কথাষাৰ তাৎপৰ্যপূৰ্ণ। পামেগামৰ মতে আদিতে দেওধাই অৰ্থাৎ মিৰ্সকলেই মিৰিবিলাকৰ পুৰোহিতৰ ভূমিকা গ্ৰহণ কৰিছিল। 'মিৰি' (মিৰউ) শব্দৰ পৰাই মিৰি পদৰ বিকাশ হোৱা স্বাভাৱিক।[৫]

এই প্ৰসংগত নোমল চন্দ্ৰ পেগুৱে সমীচীন মন্তব্য প্ৰকাশ কৰিছে ঃ 'The proposition that the word Miri is derived from the improper intonation of the word 'Mirui' an ambiguous term denoting the socio-religious functions prevalent among the Pasiminyongs, the Padams the Galangs of the Abor Hills, and the Mishings of the plains is generally agreed upon to be genuine."[৬]

ওপৰৰ আলোচনাৰ পৰা ক'ব পাৰি যে পুৰোহিতৰ দ্বাৰা পৰিচালিত ধৰ্ম অনুসৰিহে জাতিটোৰ নাম মিৰি হৈছে। আদী সমাজতো মুখ পৰম্পৰা প্ৰচলিত ধৰ্মীয় গীতবোৰ সাধাৰণতে মিৰিৰ (মিৰ্) পৰিচালনাত গোৱা হয়। সেই কাৰণে 'পঃ নুং' নাচৰ লগত সম্পৰ্কযুক্ত গীতক 'মিৰি আঃ ৰাং' বোলে। এই 'মিৰি' পদটোও মিচিং ভাষাত ব্যৱহাৰ কৰা মিৰ্ বা মিৰ্ৰেই বিকৃতি মাথোন। আনহাতে হ্লুচ্, নিচি, আদী, মিচিমি জাতিৰ লোকে 'মিৰ্' বা 'মিবু'ক নিবু, ঞিবু[৭], মিবু[৮], ন্যিবু, ন্যিৰ মুগউ[৯] বোলে। গতিকে আদী মিচিং ভাষাৰ এই মিৰ্ পদটো তেতিয়াৰ অনা-মিচিঙৰ দ্বাৰা বিকৃতভাৱে উচ্চাৰিত হৈ মিৰি পদত পৰিণতি লাভ কৰিছে। আজিকালিও মিচিং ভাষাত ব্যৱহাৰ হোৱা বিশেষ দুটা ধ্বনিৰ যেনে— অ্ আৰু অী্ৰ উচ্চাৰণত অনা-মিচিংসকলৰ মুখত প্ৰায়ে বিভ্ৰাট ঘটে।

মিৰি শব্দটোৰ সম্পৰ্কত Census Report of India, Assam (1881)ত এইদৰে পোৱা যায় ঃ 'The accepted explanation of the name Miri is that it is an Assamese word signifying a go between, and that it was applied to this section of the northern hill people in their special character as traders and interpreters between the mountains and the plains'[১০]

---

৪. Sir, Edward Gait : AHistory of Assam, P. 373

৫. * তৰুণ চন্দ্ৰ পমেগাম ঃ মিৰি বা মিচিং, অসমৰ জনজাতি, পৃঃ ১৫৫

৬. N.C. Pegu : The Miris or the Mishings of the Brahmaputra Valley, P. 4

৭. P. Saikia : 'A note on the Dafla Spirit World' in Bulletine of Deptt. of Tribal Culture of Folklore Research, G.U. 1962, PP. 58-60

৮. S. Roy : Aspects of Padam-Minvong Culture, P. 233

৯. R. Sinha : The Akas, P. 113

১০.Census Report of India. Assam : 1881, Vol. III, Section 150.

আকৌ আন এজন ইংৰাজ নৃতত্ত্ববিদ Edward Tuite Dalton-এ মিৰি নামৰ উৎপত্তিৰ সম্পৰ্কত তলত দিয়াৰ দৰে উল্লেখ কৰিছে— 'For long period under the Assam Goverment the Miris managed to keep themselves the entire trade between Assam and the Abor, and as being thus the only medium of communication between the two peoples they obtained the name Miri, which means mediator or go between, and is the same word as 'Miria' or 'milia' used with the same signification in Orissa. Perhaps the 'Meriah' applied to the sacrifice of Khunds is a cognate word, the 'Meriah' being the messenger or mediator between man and the deity.'[১১]

ওপৰৰ আলোচনাৰ পৰা সহজে অনুমান কৰিব পাৰি যে, তেতিয়াৰ মিৰি নামেৰে জনাজাত লোকসকলে ভৈয়াম আৰু পৰ্বতৰ আদীসকলৰ মাজত কটকীৰ ভূমিকা গ্ৰহণ কৰিছিল। তেনেদৰে এ মেকেঞ্জী চাহাবেও লিখিছে ঃ 'The Miris were quite ready to accept their position go between the rude hillmen and the Assamese traders.'[১২]

সাধাৰণতে তেতিয়াৰ মিচিং সমাজত যিসকলে পুৰোহিতৰ ভূমিকা গ্ৰহণ কৰিছিল, অথবা সমাজ সংগঠনৰ ক্ষেত্ৰত মধ্যস্থতা কৰিছিল তেওঁলোকক মিচিং আৰু আদী সমাজত মিৰি (মিবৃ) আখ্যা দিয়া হৈছিল। বিভিন্ন নৃগোষ্ঠীৰ মাজতো এওঁলোকৰ অবাধ গতি আছিল। সেইবাবেই বিভিন্ন ভাষা-ভাষী নৃ-গোষ্ঠীৰ মাজত ভাবৰ আদান-প্ৰদান কৰাৰ সন্দৰ্ভত একমাত্ৰ মাধ্যম আছিল মিৰিসকল। সম্ভৱ সেই কাৰণেই 'মিৰি'ৰ অৰ্থ মধ্যস্থ লোক বা ব্যাখ্যাকাৰী লোক বুলি কোৱা হৈছিল।

অসমত ব্ৰিটিছ শাসনৰ আগছোৱাৰ পূৰ্বৰ অসমীয়া পুথিত 'মিৰি' শব্দৰ ব্যৱহাৰ নোহোৱা নহয়। এই পুথিসমূহৰ ভিতৰত বিশেষকৈ আহোম যুগত ৰচিত বুৰঞ্জী আৰু ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত বৃটিছ-ৰাজত্বৰ সময়ত ইংৰাজ লেখকসকলে লিখা নথি-পত্ৰবোৰত বৰ্তমান ভৈয়ামৰ মিচিংসকলক সূচিত কৰিবৰ বাবে 'মিৰি' পদটোৰ উল্লেখ পোৱা যায়। মিৰি নামটোৰ সৰ্বপ্ৰথম উল্লেখ পোৱা যায় মহাপুৰুষ শংকৰদেৱৰ দশম স্কন্ধত। যেনে—

'হৰি বুলি তৰে মিৰি কছাৰী............।
কিবাত কছাৰী খাচি গাৰো মিৰি
যৱন কংক গোৱাল।
অসম মুলুক ৰজক তুৰুক
কুবাচ ম্লেচ চণ্ডাল'।।[১৩]

শংকৰদেৱে নিশ্চয় বৰ্তমানৰ মিচিংসকলক বুজাবৰ বাবেই 'মিৰি' পদটো উল্লেখ কৰিছিল, কাৰণ সেই সময়ত মিচিংসকলেও অন্যান্য জনগোষ্ঠীৰ সৈতে অসমৰ সাৰুৱা ভূমিত বসবাস কৰিবলৈ লৈছিল।

খ্ৰীষ্টিয় ষোড়শ শতিকাৰ পৰৱৰ্তী কালত ৰচনা কৰা আহোম বুৰঞ্জী কেইবাখনতো মিৰি নামৰ

---

১১. E.T. Delton : Descriptive Ethnology of Bengal, P. 29

১২. A. Mackenzie : A History of the North-East Frontier of Bengal, P. 34

১৩. হৰিনাৰায়ণ দত্তবৰুৱা (সম্পাদিত) ঃ অসমীয়া ভাগৱত, পদ ৪৭৪-৭৫

উল্লেখ পোৱা যায়। এই বুৰঞ্জীবিলাকৰ ভিতৰত 'সাতসৰী অসম বুৰঞ্জী', 'অসম বুৰঞ্জী', 'কছাৰী বুৰঞ্জী' আদি বিশেষভাৱে উল্লেখযোগ্য। এই বুৰঞ্জীবিলাকত আহোম স্বৰ্গদেউসকলৰ লগত মিৰিসকলে কেনেধৰণৰ সম্পৰ্ক ৰক্ষা কৰি আহিছিল, তাৰ আভাসহে পোৱা যায়, 'মিৰি' নাম বা পদটোৰ আঁতি-গুৰিৰ বিষয়ে ওপৰোল্লিখিত বুৰঞ্জীকেইখন সম্পূৰ্ণ নিমাত।

আনকি অষ্টাদশ শতিকাৰ আগভাগত ৰচিত বুলি অনুমান কৰা 'কথা-গুৰু-চৰিত'ত ভৱানীপুৰীয়া আতাৰ পূৰ্ব-পুৰুষসকলৰ প্ৰব্ৰজনৰ প্ৰসংগত উল্লেখ আছে— 'আতাৰ আদি কলিতা দেশত। কলা কলিতাৰ গৃহ বুলিছিল। চেক্‌খামহাটজি নৈ গ্ৰামে। আ এ উপায় নাপাই পলাই দেশ এৰি অটব্য অৰন্যে চৰা পৰ্বত পাৰ হৈ তিনিমনি ফাটে আবৰ-মিৰি চাৰি মাটি-মিৰিএদি অচম দেশ ওলালহি'[১৪] এই চৰিত পুথিখনিত উল্লেখ থকা আবৰ-মিৰি পদ দুটিৰে বৰ্তমানৰ অৰুণাচল প্ৰদেশত বসবাস কৰি থকা 'আদী'সকলক সূচিত কৰিব পাৰি। 'মাটিমিৰি' পদটোৱে সেই সময়ত ভৈয়ামত বসবাস কৰা মিচিংসকলক সূচিত কৰা যেন লাগে। ইয়াৰ পৰা দেখা যায় যে, 'কথা-গুৰু-চৰিত'তো 'মিৰি' শব্দৰ উৎপত্তিৰ বিষয়ে একো পোৱা নাযায়।

কোনো কোনো পণ্ডিতে আকৌ 'মৃগ' অৰ্থাৎ চিকাৰী পদৰ পৰা 'মিৰি' শব্দৰ উৎপত্তি হোৱাৰ অনুকূলে মত পোষণ কৰে। মিচিংসকল যে সুদক্ষ চিকাৰী তাত সন্দেহ নাই। অন্যহাতে চিকাৰ বৃত্তিত প্ৰবীণ অনেক জাতি-উপজাতি পৃথিৱীত আছে, কিন্তু সেই জাতি-উপজাতিক সূচিত কৰিবৰ বাবে 'চিকাৰী' বা 'মিৰি' পদটো ব্যৱহাৰ কৰা হোৱা নাই। গতিকে এই যুক্তিটো গ্ৰহণ কৰিব নোৱাৰি। লক্ষ্মী দেৱীৰ মতে, 'মিৰি এটা অসমীয়া শব্দ, ইয়াৰ অৰ্থ দো-ভাষী'।[১৫]

অৱশ্যে ভৈয়ামলৈ নমাৰ পিছত আহোম ৰজাসকলে বৰ আবৰৰ সম্পৰ্কলৈ অহাৰ পৰৱৰ্তী কালত মিচিংসকলক 'দো-ভাষী' হিচাবে নিয়োগ কৰিছিল, কাৰণ আহোম স্বৰ্গদেউসকলে আদীসকলক অস্ত্ৰ-শস্ত্ৰৰে বশ কৰিবলৈ অক্ষম হৈ আদীক আবৰ (অৰ্থাৎ যাক বশ কৰিব নোৱাৰি) আখ্যা দিছিল।[১৬] এই প্ৰসংগত মিৰি 'দো-ভাষী'য়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। ঠিক তেনেকৈয়ে ইংৰাজসকলেও অসম ৰাজ্য জয় কৰাৰ পিছত আহোমসকলৰ পৰম্পৰা ৰক্ষা কৰি কিছুমান বিশিষ্ট মিচিং লোকক 'দো-ভাষী' গাম বা কটকী হিচাপে নিয়োগ কৰি পৰ্বত আৰু ভৈয়ামৰ মাজৰ সম্প্ৰীতিৰ পথ সুগম কৰিছিল।

কোনো কোনো পণ্ডিতৰ মতে মিচিংসকল পাটকাই পৰ্বতৰ উত্তৰ-পূব অঞ্চলৰ 'মুংৰি-মুংৰাং' নামৰ ঠাইৰ পৰা আহোমসকল অহা পথেদি অসমলৈ প্ৰব্ৰজিত হৈছিল। এই মত অনুসৰি আদিমবাসী মিচিংসকলক ভৈয়ামৰ অনা মিচিং লোকে মুংৰি-মুংৰাঙৰ মানুহ বুলি অভিহিত কৰিছিল। এই মতটোও গ্ৰহণ কৰিব নোৱাৰি; যিহেতু তাই-আহোমসকলে খ্ৰীঃ ১২২৮ চনত পাটকাই পৰ্বত অতিক্ৰম কৰি উজনি অসমৰ 'মুংদাম-চুংখাম' নামৰ ঠাইত চুকাফাৰ নেতৃত্বত ৰাজ্য স্থাপন কৰে। আনহাতে, আহোমসকল বৰ্তমানৰ উজনি অসমলৈ অহাৰ পূৰ্বেই অৰ্থাৎ চুতীয়া ৰাজ্যৰ অভ্যুত্থানৰ পৰৱৰ্তী কালৰ পৰাই মিচিংসকলে অসমৰ পৰ্বতীয়া দাঁতিকাষৰীয়া অঞ্চলত বাস কৰিবলৈ লোৱাৰ অনুকূলে মত পোষণ কৰিব পাৰি।

১৪. উপেন্দ্ৰ চন্দ্ৰ লেখাৰু : কথা-গুৰু-চৰিত, পৃঃ ২৪৯

১৫. L. Devi : Ahom-Tribal Relations, P. 158

১৬. S. Roy : Aspects of Padam-Minyong Culture, P. 2

আনহাতে সৰ্বানন্দ ৰাজকুমাৰৰ মতে, 'তাই আহোম ভাষাত মিচিংসকল 'খাকাঙ্-লাই বা 'পাগ্দিন্' বা 'লাঙ-ডিন্' ৰূপেহে পৰিচিত।'[১৭] আকৌ খামতিসকলে মিচিংসকলক 'হাংখাত'[১৮], অৰ্থাৎ লেংটি হেৰুওৱা মানুহ বা থানথিত নোহোৱাকৈ প্ৰব্ৰজিত মানুহ বুলি আখ্যা দিছিল।

ব্ৰহ্মদেশ আৰু আৰাকান পৰ্বতৰ আশে-পাশে বাস কৰা 'ম্ৰও' নামৰ জনজাতিটো বড়ো, নগা, কুকি, চীন আদি শাখাৰ উদ্ভৱ হোৱাৰ পূৰ্বেই সম্ভৱতঃ তিব্বত-বৰ্মীয় ভাষা পৰিয়ালৰ অন্তৰ্গত বৰ্মা শাখাৰ পৰা উদ্ভৱ হৈছিল। আৰাকানবাসীসকলৰ মাজত প্ৰচলিত পৰম্পৰা মতে আৰাকান অঞ্চলত 'ম্ৰও'সকলেহে সৰ্বপ্ৰথমে বাস কৰিবলৈ লৈছিল। ইয়াৰ অনেক দিনৰ পিছতহে ম্যম্ম বা মান (Burmese) সকলে আৰাকানত প্ৰৱেশ কৰিছিল।

আমাৰ এই অনুমানৰ সপক্ষে গ্ৰীয়াৰ্ছন চাহাবৰ এটি মন্তব্য আগবঢ়াব পাৰি।

'The 'Mru' tribe has perhaps branehed off from the Burmese branch of Tibeto-Burman family at a very early date, before the modern groups such as Bodo, Naga, Kuki, Chin, developed. The Arkanese tradition is that Mrus were settled in Arkan before the Myamma (Burmesė) race entered it, would agree well with this supposition.'[১৯]

ভাষা তাত্ত্বিক বিশ্লেষণৰ ফালৰ পৰা 'ম্ৰও' শব্দৰ লগত 'মিৰূই' শব্দৰ ৰূপগত সাদৃশ্য থাকিলেও এই দুয়োটা ৰূপৰ মাজত অৰ্থৰ ফালৰ পৰা পাৰ্থক্য নোহোৱা নহয়। গতিকে 'ম্ৰও'ৰ পৰা মিৰি শব্দৰ বিকাশ হোৱাৰ অনুকূলে মত পোষণ কৰা টান।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে, ভৈয়ামত থকা অনা মিচিং লোকসকল পৰ্বতীয়া লোকৰ সাংস্কৃতিক সংস্পৰ্শলৈ অৰ্থৰ পৰিণতি স্বৰূপে 'মিৰূই' শব্দটোৰ উচ্চাৰণ আৰু অৰ্থৰ প্ৰসংগত থকা পাৰ্থক্যৰ প্ৰতি মুঠেই লক্ষ্য কৰা নাছিল। 'মিৰূই' শব্দৰ 'ৰূই' ধ্বনিটোৰ উচ্চাৰণ মিচিংসকলৰ বাহিৰে আন সংস্কৃতিৰ লোকে উচ্চাৰণ কৰা জটিল। এই সন্দৰ্ভত J. D. Anderson-এ সমীচীন মন্তব্য প্ৰকাশ কৰিছে।

'It is something like the 'U' in 'Ugh' or vulger pronounciation of girl as 'gurl' or perhaps a still nearer appraximation is the English mans 'er' when he pauses in making as after dinner speech.'[২০]

L. A. Wapdell-এ মিচিংসকলৰ বিষয়ে উল্লেখ কৰা মন্তব্যটোও বিশেষভাৱে চাবলগীয়া ঃ

'They call themselves 'Mi-Shing', but are known to the Assamese as 'Miri'. The Daflas call the hill Miris 'Chi-mur'.'[২১]

বৰ্তমান ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা মিচিংসকলেও নিজকে মিচিং বুলিহে পৰিচয় দিছিল, মিৰি ৰূপে চিনাকি দিয়া নাই।

---

১৭. সৰ্বানন্দ ৰাজকুমাৰ ঃ 'মিচিং জনজাতিৰ পৰিচয়' (নীলাচল, চতুৰ্থ বছৰ, প্ৰথম সংখ্যা, ১৯৬৬ চন, পৃঃ ৩৩

১৮. কুণ্ডিন্য ভিফুক ঃ মিচিং জনজাতি, পৃঃ ১

১৯. G. A. Grierson : The Linguistic Survey of India, Vol. III, Part - III, P. 385

২০. R. S. Endle : The Kacharis, Appendix II, P. 98

২১. L. A. Wapdell : The Tribes of the Brahmaputra valley, P. 57

'The Miris living in the plains are reverian people dwelling on the Brahmaputra and its tributories, and called themselves Mishing. 'Miri' being the Assamese word for go-between or interpreter'.[২২]

'মিৰি' শব্দটো আজি কালি যি অৰ্থত ব্যৱহাৰ কৰা হয় আদিতে সেই অৰ্থ সূচিত কৰিবলৈ এই শব্দটো ব্যৱহাৰ কৰা হোৱা নাছিল, উজনি অসমৰ উত্তৰ অঞ্চলত বসবাস কৰি থকা পাহাৰীয়া বা পৰ্বতীয়া 'মিৰি' আৰু ভৈয়ামৰ 'মিৰি'ক বুজাবৰ বাবেহে ব্যৱহাৰ হৈছিল। বৰ্তমান অৰুণাচল প্ৰদেশৰ সোৱণশিৰি আৰু কামেং জিলা নিৱাসী জনগোষ্ঠীবিশেষক পাহাৰীয়া মিৰি বোলে। তেওঁলোকে বাস কৰা ভূমিখণ্ড 'মিৰি পাহাৰ' নামেৰে পৰিচিত। কালক্ৰমত এই বৃহৎ পাহাৰীয়া অঞ্চলৰ পশ্চিম অংশ 'অকা' ডফলা আৰু পূব অংশ আবৰ পাহাৰ নামেৰে জনাজাত হয়। এই দুয়োটা জনগোষ্ঠীয় মানুহক একে অৰ্থৎ মিৰি ৰূপে অভিহিত কৰিলেও পাহাৰত থকা মিৰি আৰু ভৈয়ামত থকা মিৰি (মিচিং) একে নহয়। যদিও নৃতাত্ত্বিক দৃষ্টি-ভংগীৰ ফালৰ পৰা দুয়োটা জনজাতিয়েই মংগোলীয় নৃগোষ্ঠীসম্ভূত, তথাপি তেওঁলোকৰ সাংস্কৃতিক পৰম্পৰাৰ প্ৰসংগত বৈসাদৃশ্য পৰিলক্ষিত নোহোৱাকৈ নাথাকে। ভৈয়ামৰ মিচিংসকলৰ সাংস্কৃতিক জীৱনৰ সাদৃশ্য স্পষ্ট। আদীসকলৰ বাৰি, পঃনুং, দৰুং আৰু জাতীয় উৎসৱ চলুং, এতৰ, উঞ্চি (আৰাণ), মপিন্ ইত্যাদি এসময়ত মিচিংসকলৰো উৎসৱ আছিল বুলি জনা যায়।

স্বল্পাৰ্থত ১৯১১ চনৰ 'মিৰি মিছন' অভিযানৰ পূৰ্বলৈকে পাহাৰী মিৰিৰ বিষয়ে বিতংভাৱে জানিব পৰা হোৱা নাছিল।[২৩] ইয়াৰ কেইবাবছৰ পিছতহে V. C. Furer আৰু Haimendorf-এ মিৰি ৰাজ্যত প্ৰথমে প্ৰৱেশ কৰে।[২৪] 'মিৰি-মিছন', 'মিৰি-ৰাজ্য' আদিত 'মিৰি' শব্দটোৰ উল্লেখ থাকিলেও পাহাৰী মিৰিক মিৰি ৰূপে আখ্যা দিয়াৰ কাৰণ বিচাৰি পোৱা নাযায়। সম্ভৱতঃ এই মিৰি নামটোও ভৈয়ামৰ অসমীয়া মানুহে দিয়া। ভৈয়ামৰ মিৰিৰ ৰীতি-নীতি, আচাৰ অনুষ্ঠান আদিৰ লগত পাহাৰী জাতিটোৰ সাংস্কৃতিক পৰম্পৰাৰ সাদৃশ্য থকা দেখি মানুহে এই পাহাৰী জাতিটোকে পাহাৰী মিৰি নাম দিব পাৰে।[২৫]

নগেন্দ্ৰ নাথ বসুৱে মিৰি শব্দৰ ব্যুৎপত্তি দেখুৱাবলৈ গৈ উল্লেখ কৰিছে যে মিচিমিসকলক বুজোৱা 'মিধি' শব্দৰ পৰাই 'মিৰি' শব্দটো আহিব পাৰে। তেওঁৰ মতে প্ৰাচীন কালত জনজাতিসকলে বাস কৰা উত্তৰ-পূৰ্বাঞ্চলত বৈদিক আৰ্য্য-সংস্কৃতিৰ প্ৰভাৱ বিস্তাৰিত হৈছিল। ইয়াৰ পৰিণতিস্বৰূপে 'মিচিমি'সকলক বুজাবৰ বাবে সংস্কৃত মূলজ 'মিধি' পদটো আৰু এই মিধিৰ 'মিৰি' পদৰ উদ্ভৱ হোৱা অসম্ভৱ নহয়। 'মিধি' পদটো সংস্কৃত 'মেধিন্' বা 'গৃহমেধিন' পদৰ বিকৃতি ৰূপে গ্ৰহণ কৰিব পাৰি।[২৬]

বসুৱে 'মিধি'ৰ পৰা 'মিৰি' পদৰ জন্ম হোৱাৰ যুক্তিটো কেৱল সাংস্কৃতিক প্ৰভাৱৰ ওপৰত নিৰ্ভৰ কৰিহে কৈছে— মিচিমিসকলৰ সাংস্কৃতিক পৰম্পৰাৰ লগত বৈদিক সংস্কৃতিৰ সাদৃশ্য থকা আৰু

২২. Assam District Gazetteer, sadiya and Balipara Frontier Tract Gazetteer, Part I & III, Chap.IV, P. 23

২৩. V. Elwin : A Philosophy For NEFA, P.15

২৪. I bid.

২৫. C. Bon Fürer-Haimendorf : The Apatanis and their Neighborours, p.10

২৬. N.N. Vasu : The Social History of Kamarupa, Vol. I, P.89

মিচিমিসকলৰ সাংস্কৃতিক পৰম্পৰাৰ লগত মিৰি-আবৰ আদিৰ সাংস্কৃতিক জীৱনৰ মিল থকা বুলি কৰা মন্তব্যটি স্বৰূপাৰ্থত অবান্তৰ, যিহেতু মিচিমিসকলৰ সাংস্কৃতিক সংযুতিত বৈদিক সংস্কৃতিৰ প্ৰভাৱ পৰাৰ কোনো সম্ভাৱনা নাই। অৱশ্যে এটা সময়ত অসম আৰু ইয়াৰ নিকটৱৰ্তী অঞ্চলৰ জনজাতিৰ সংস্কৃতিক আৰ্যীকৰণ কৰি অনা-আৰ্য শব্দসমূহকো সংস্কৃতীয়া কৰা প্ৰৱণতাই দেখা নিদিয়া নহয়। তেনে অৱস্থাতো মিচিমি আৰু মিচিংসকলৰ মাজত সামাজিক আচাৰ-অনুষ্ঠানৰ ক্ষেত্ৰতো বৈসাদৃশ্য পৰিলক্ষিত নোহোৱাকৈ নাথাকে। প্ৰকৃতাৰ্থত আদীসকলৰ লগতহে মিচিংসকলৰ সাংস্কৃতিক সম্পৰ্ক ৰক্ষিত হৈ আহিছে। আদী আৰু মিচিমিক 'মিদি' বুলিও কয়। 'মিদি'[২৭] শব্দৰ অৰ্থ পাহাৰী মানুহ। পাহাৰত বসবাস কৰা বেছিভাগ জাতিয়েই নিজকে পাহাৰীয়া মানুহ বুলি পৰিচয় দিয়ে। চীন-তিব্বতীয় ভাষাতো পাহাৰীয়া মানুহক বুজাবলৈ 'মিৰি' শব্দটো ব্যৱহাৰ কৰা দেখা যায়।[২৮] এই ফালৰ পৰা মিচিং, আদী লোকসকলে মিচিমিসকলক 'মিদি' ৰূপে আখ্যা দিয়াৰ ক্ষেত্ৰত আচৰিত হ'বলগীয়া একো নাই।

মূল শব্দ 'মিধি'ৰ পৰা 'মিদি' হোৱাৰ কাৰণ হ'ল মিচিং আৰু আদী ভাষাত ঘোষ মহাপ্ৰাণ ধ্বনিৰ উচ্চাৰণ নাই। কিন্তু মিচিমি ভাষাত এইবিধ ধ্বনিৰ উচ্চাৰণ আছে। গতিকে আদী মিচিং ভাষাত ব্যৱহাৰ হোৱা 'মিদি' শব্দই মিচিমিত 'মিধি' শব্দ আদী মিচিং ভাষাত মিদি ৰূপে ব্যৱহাৰ হোৱা স্বাভাৱিক। এই ফালৰ পৰা 'গৃহমেধিন্' >মিধি>মিদি>মিৰি— এইদৰে মিৰি শব্দৰ বিকাশ দেখুৱাব পাৰিলেও অৰ্থৰ ফালৰ পৰা কিন্তু সংগতি নাথাকে। আনহাতে 'আদী-মিচিং ভাষাত দ > ৰ লৈ পৰিৱৰ্তিত হোৱাৰ উদাহৰণ বিৰল।'[২৯]

ওপৰৰ আলোচনাৰ দ্বাৰা এটা সিদ্ধান্তত উপনীত হ'ব পাৰি যে, ভৈয়ামৰ অনা মিচিংসকলে মিৰি শব্দৰে মিচিংসকলক বুজালেও প্ৰকৃততে ইয়াৰ মূল শব্দ মিচিং ভাষাৰ 'মিৰ্' ৰূপৰ বিকৃতিৰ পৰিণতিহে 'মিৰি' ৰূপৰ বিকাশ হোৱা যেন লাগে। মিৰি শব্দৰ প্ৰয়োগ আনুমানিক আহোম ৰাজত্বৰ কালৰ পৰাহে হৈছে, যিহেতু ইয়াৰ পূৰ্বে মিৰি শব্দৰ ব্যৱহাৰ ক'তো পোৱা নাযায়।

### (খ) ব্ৰহ্মপুত্ৰ উপত্যকাৰ মিচিং ঃ

বৰ্তমান ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা মিচিংসকলে মিৰিৰ সলনি নিজকে মিচিং বুলিহে পৰিচয় দিয়ে। অৱশ্যে মিচিং শব্দৰ অৰ্থৰ পৰিসৰে ভৈয়ামত বাস কৰা জনগোষ্ঠীৰ অংগীভূত পুৰোহিতকে আদি কৰি সকলো মিচিং লোককে সামৰে। বৰ্তমান অৰুণাচলত বাস কৰা আদীসকলে প্ৰথমে ভৈয়ামত বাস কৰা মিচিংসকলক 'আয়িং' অৰ্থাৎ ভৈয়ামৰ লোক ৰূপে আখ্যা দিছিল। যদিও 'আয়িং' শব্দৰ পৰিসৰে অমিচিং লোককো সূচিত কৰে।

মিচিংসকল সাধাৰণতে শান্ত প্ৰকৃতিৰ লোক।[৩০] তেওঁলোক যদিও বিভিন্ন কাৰণত যুদ্ধ-বিগ্ৰহত লিপ্ত হ'ব লগা হৈছিল; তথাপি তেওঁলোকে বিভিন্ন নৃগোষ্ঠীৰ লগত মিলি-জুলি শান্তিৰে থাকিবলৈ

---

২৭. মি = মানুহ, দি = আদি < পাহাৰ, অৰ্থাৎ পাহাৰত বাস কৰা মানুহ

২৮. মি = মানুহ, ৰি = পাহাৰ < পাহাৰ, অৰ্থাৎ পাহাৰী মানুহ। নাহেন্দ্ৰ পাদুন, প্ৰাগোক্ত গ্ৰন্থ, পৃ.৩৩

২৯. নাহেন্দ্ৰ পাদুন ঃ 'মিৰি শব্দৰ আঁতি-গুৰি' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩৪

৩০. মি = মানুহ, আন্‌চিং = ঠাণ্ডা, অৰ্থাৎ ঠাণ্ডা প্ৰকৃতিৰ মানুহ।

ভাল পায়। এই দৃষ্টিভংগীৰ ফালৰ পৰা মিচিং শব্দৰ অৰ্থ এনেদৰেও ব্যাখ্যা কৰিব পাৰি। মি + আন্‌চিং = মিচিং বা মিচৃং। দ্বিতীয়তে, মিচিংসকলে নিজকে আনতকৈ বগা বুলিও ভাবে।[৩১] এই অনুমানৰ তাৎপৰ্যপূৰ্ণ ব্যাখ্যা এনেদৰে দিব পাৰি। পাহাৰত বাস কৰা লোকসকলৰ গাৰ বৰণ সাধাৰণতে অন্যতকৈ বগা। তৃতীয়তে, মিচিংসকলে প্ৰায়ে নদীৰ পাৰত বাস কৰে আৰু পানীৰ দৰে তেওঁলোকৰ স্বভাৱ-চৰিত্ৰও শান্ত।[৩২] চতুৰ্থতে, মচৃং শব্দৰ পৰা মিচিং শব্দৰ বিকাশ হোৱাৰ অনুকূলেও কোনো কোনোৱে ক'ব খোজে।[৩৩] পঞ্চমতে, 'দাচিং' বা দাঃচৃং পদৰ পৰাও মিচিং পদৰ বিকাশ হ'ব পাৰে বুলি কোনো কোনো মিচিং পণ্ডিতে ক'ব খোজে।

দাচিঙৰ পৰা অহা পৰিয়ালটিৰ পৰা উদ্ভৱ হোৱা মিচিংসকলৰ পূৰ্বপুৰুষসকলৰ বংশাৱলী এনেধৰণৰ ঃ

চেদিৰ পুত্ৰ— দেলুং (দৗলুং)



লিতুং (লৃঃতং)



তুয়ে



য়েপে



পেদং (পৗদং) বা পদং



দাচিং (দাঃচৃং)



মিচিং

ইয়াৰ পৰা দেখা যায় যে, মিচিং নামটো ভৈয়ামৰ লোকে দিয়া নাম নহয়। প্ৰব্ৰজনৰ পূৰ্বেই পাহাৰত থকা অৱস্থাতেই তেওঁলোকে এই নামটোৰে প্ৰসিদ্ধি লাভ কৰিছিল। এই ফালৰ পৰা দাচিঙৰ বা দাঃচৃঙৰ সন্তানকেই মিচিং ৰূপে অভিহিত কৰাই যুক্তিসংগত হ'ব। মিচিংসকল 'আদী' নামেৰেও জনাজাত। আদীৰ অৰ্থ পাহাৰ বা পৰ্বত। ইয়াৰ পূৰ্বে তেওঁলোক 'আবৰ' বা সৰ আবৰ নামেৰেহে পৰিচিত হৈছিল।

উপৰিউক্ত মতটোৰ অনুকূলে পৰম্পৰাগত এটি জনশ্ৰুতি (Legend) উল্লেখ কৰিব পাৰি। পৗদং আনীয়ে (Mather of Pedong) দঃ পাং দঃ মি, দঃ চৃং, দঃ বাং আদি নামৰ কেইবাটিও সন্তান জন্ম দিয়ে। দঃ পাঙৰ পুত্ৰৰ নাম পাঃ দাম। এওঁৰ বংশধৰসকলে পাঃ দাম নামেৰে পৰিচয় লাভ কৰে।

৩১. মি = মানুহ, চিং = বগা মানুহ
৩২. মি = মানুহ, আচি = মিচিং অৰ্থাৎ নদীৰ পাৰত বাস কৰা শান্ত প্ৰকৃতিৰ লোক।
৩৩. তৰুণ পামেগাম ঃ 'মিৰি বা মিচিং' (মিচিং সংস্কৃতিৰ আলেখ্য). পৃ.৩৯

দঃ মৃৰৰ পুত্ৰসকলক মিয়ং নাম দিয়া হৈছিল আৰু তেওঁলোকৰ সতি-সন্ততিৰ পৰা বৰ্তমানৰ মিয়ং গোটৰ সৃষ্টি হয়। দঃ চৃঙৰ পুত্ৰক নাম দিয়া হৈছিল মিচিং বা মিচৃং। এই মিচিঙৰ পৰাই বৰ্তমানৰ মিচিংসকলৰ জন্ম।[৩৪]

এই লেজেণ্ডটো সম্পূৰ্ণ সত্য নহয় যেন লাগে, কাৰণ প্ৰাচীন কালৰ পৰাই মিচিংসকলৰ এটি প্ৰতিষ্ঠিত পৰম্পৰা চলি আহিছে। এই পৰম্পৰানুসৰি পুত্ৰসকলৰ নামৰ আগত পিতৃসকলৰ নামৰ শেষ ভগ্ন শব্দটো সংযোগ কৰা দেখা যায়। যেনে— দঃৰ দপাঙে পৌদঙৰ শেষ ভগ্ন শব্দটো বহন কৰিছে। কিন্তু উক্ত লেজেণ্ডটিত মিচিঙক দাঃ চৃঙৰ পুত্ৰ ৰূপে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা দেখা নাযায়। অৱশ্যে এই লেজেণ্ডটোৰ পৰা সহজে অনুমান কৰিব পাৰি যে, মিচিং আৰু আদীসকলৰ উৎপত্তি পৌদং আনীৰ পৰা হৈছে। শেষলৈ মিচিংসকলৰ লগত পৌদং আনীৰ সম্বন্ধ কালত ছিন্ন হৈ পৰিল।[৩৫]

ওপৰৰ আলোচনাৰ পৰা ক'ব পাৰি যে, আদী, পাঃ দাম্, মিয়ংসকল একালত মিচিংসকলৰ ওচৰ সম্পৰ্কীয় আছিল। মিচিংসকলক তেতিয়া মিচিং ৰূপে সুকীয়াকৈ পৰিচয় দিয়াৰ প্ৰয়োজন হোৱা নাছিল। তেওঁলোক ভৈয়ামলৈ নামি অহাৰ পিছতহে তেওঁলোকে মিচিং নামটো পায়। আজিকালিও অৰুণাচলত থকা আদীসকলে আদী-মিচিং একে বংশৰ লোক আছিল বুলি ভাবে। নৃতাত্ত্বিক দৃষ্টিভংগীৰ ফালৰ পৰাও আদী, মিচিং, নিচি (ডফলা) ইত্যাদি একেটা জনগোষ্ঠীৰ পৰা সম্ভূত। ইয়াৰ পৰা ক'ব পাৰি যে আদী-মিচিংসকলৰ মাজত জাতিগত বৈসাদৃশ্য নাই।

### (গ) মিচিংসকলৰ গোট :

মিচিং সমাজ বিভিন্ন গোট বা খেলৰ সমষ্টি। এই গোট বা খেলৰ ভিতৰত দহোটা খেলৰ নাম বিশেষভাৱে উল্লেখযোগ্য। যেনে— পাগ্ৰ, দৗলু, চাঃ য়াং, দাম্বুক, অয়ান্, মঃয়িং, চামুগুৰীয়া, তামাৰ গুএগ্ৰা, চমুৱা আৰু বিহিয়া। এইসকলৰ ভিতৰত মিচিং ভাষা নোকোৱা গোট হ'ল পাঁচোটা, যেনে— (১) তামাৰ, (২) চামুগুৰীয়া, (৩) বংকোৱাল, (৪) বিহিয়া আৰু (৫) বেবেজীয়া। ইয়াৰে ভিতৰত প্ৰথম তিনিটা ভাগৰ মিচিংসকলৰ পূৰ্বপুৰুষসকল হৈছে— উত্তৰ-পূব অসমৰ পাহাৰসমূহৰ পৰা নামি অহা কিছুমান আদী মানুহ। পিছৰ দুটা ভাগৰ উৎপত্তি হৈছে— ভৈয়ামৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ সংমিশ্ৰণত। জনসংখ্যাৰ ফালৰ পৰা পাগ্ৰ গোটটো প্ৰথম। ইয়াৰ পিছতে মঃ য়িংসকলৰ স্থান। চায়েঙীয়া, ময়েঙীয়া, অয়েঙীয়া আদি গোত্ৰ বাচক বিশেষণ ক্ৰমে চায়াং, মঃ য়িং আৰু অয়ান আদি গোটক সূচিত কৰাৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয়।

তলত ওপৰোল্লিখিত দহোটা খেলৰ বিতং বৰ্ণনা দিয়া হ'ল।

**(১) পাগ্ৰ :** ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণাঞ্চলত পাগ্ৰসকলে বাস কৰি আহিছে। মুৰকংচেলেকৰ (বৰ্তমান জোনাই) পৰা বৰ্তমান শোণিতপুৰ জিলাৰ গমিৰিঘাটৰ সমীপস্থ লুঃগুটি আৰু তামুলীলৈকে পাগ্ৰসকলৰ বাসভূমি বিস্তৃত। মাজুলীৰ একাংশ আৰু দক্ষিণ পাৰৰ যোৰহাট জিলাৰ কাৰেং উভতা,

---

৩৪. N. C. Pegu : Op-cit., P.7

৩৫. N. C. Pegu : Op-cit., P.7-8

বাঁহফলা, দুহুতিমুখ আদি পর্যন্ত এওঁলোকৰ বসতি সম্প্ৰসাৰিত হৈছে। অৱশ্যে পাগ্ৰসকলৰ ঘন-বসতি বিশেষভাৱে সোৱণশিৰিৰ উজনি অংশতে দেখা যায়। পাগ্ৰ গোটৰ ঘনবসতিপূৰ্ণ গাঁওবোৰৰ ভিতৰত লক্ষীমপুৰ, ধেমাজি জিলাৰ গালী, ৰামধন দিখাৰী, পেগুপাম, তেলাম, লাইমেকুৰী, মিছামৰা, পাতিৰিচুক, দীঘলীপুখুৰী, দেউৰীঘাট, নামঘৰীয়া, মেচাকী টঙানী, জাঞ্জি মাতমৰা, ঢকুৱাখনা, ধুনাগুৰি, বদতি মেধি গাঁও, বৰবিল, টিকিৰাই আদি বিশেষভাৱে উল্লেখযোগ্য। যোৰহাট জিলাৰ ভিতৰুৱা গাঁওসমূহৰ ভিতৰত মাজুলীত জেংৰাই পমুৱা, মিছামৰা, ৰতনপুৰ, বৰমথাৰী, কুমাৰবাৰী, গেজেৰা, চেৰপাই খোৱা, কাড়ীচুক্, মলোৱাল, কেৰকেৰ, গোপালচুক, বাঘেধৰা, বেচামৰা, মোৱামাৰী আদিৰ নাম উল্লেখযোগ্য। শোণিতপুৰ জিলাৰ অন্তৰ্গত পাগ্ৰ গাঁওসমূহৰ ভিতৰত লোহিতমুখ, পিছলামুখ, কেমেৰে, ভলুকাগুৰি, কুটুমগাঁও, নাম চৰাইবাৰী, চিৰাখোৱা, গজপুৰীয়া, লুগুতি তামুলী, বোকাদোঙাৰ ইত্যাদি। আন আন গোটৰ তুলনাত জনসংখ্যা আৰু অন্যান্য দিশত পাগ্ৰসকল কিছু উন্নত।

(২) **দীলুসকল** ঃ দিহিং-দিচাং আৰু দিখৌ নৈৰ পাৰৰ বিস্তীৰ্ণ এলেকাত দীলুসকলে বাস কৰে। কথিত আছে যে 'দীলু' নদীৰ গতিয়েদি পাহাৰৰ পৰা ভৈয়ামলৈ নামি অহাৰ বাবে তেওঁলোকক দীলু বুলি কোৱা হয়। অৱশ্যে এই মতটো সৰ্বজনস্বীকৃত নহয়। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ ফলত অনেক দীলু পৰিয়াল উত্তৰ পাৰলৈ উঠি আহিছে। তেওঁলোকৰ মাজত লাচনগঞা আৰু জনগঞা নামৰ দুটা পদবীৰ পৰম্পৰা প্ৰচলিত থকা দেখা যায়। এই পদবী দুটা লাচন আৰু জন নামৰ দুজন মুখিয়ালৰ নামৰ পৰা উৎপত্তি হৈছে বুলি কোৱা শুনা যায়।

(৩) **দাম্বুক** ঃ দাম্বুক গোষ্ঠীৰ জনসংখ্যা অতি তাকৰ। মিচিংসকলে বাস কৰা অঞ্চলবিলাকত দাম্বুকসকল সিঁচৰতি হৈ বাস কৰি আছে। পৰম্পৰা মতে অৰুণাচল প্ৰদেশৰ পাঃদাম্‌সকলে বাস কৰা নিকটৱৰ্তী অঞ্চলৰ দাম্বুক গাঁৱৰ পৰা তেওঁলোক পোনতে অসমলৈ আহিছিল। নামনি সোৱণশিৰি অঞ্চলত দাম্বুকীয়াল বেবেজীয়া আৰু নামনি ৰঙানদী অঞ্চলত দাম্বুকসকলে বাস কৰে। ডিব্ৰু নৈৰ চৰ্‌ৰু মৈনাকীৰ পৰাও অহা বুলি কয়।

(৪) **মঃয়িং** ঃ পাগ্ৰসকলৰ পিছতেই মঃয়িংসকলৰ জনসংখ্যা লেখত লবলগীয়া। তেওঁলোক প্ৰধানকৈ বুৰৈ আৰু জীয়াভৰলী নৈৰ পাৰে পাৰে বসতি কৰে। উত্তৰ লক্ষীমপুৰ জিলাৰ অন্তৰ্গত নামনি ৰঙানদীৰ পাৰত, মাজুলীৰ বৰগঞা, দাপাক আৰু যোৰহাট জিলাৰ অন্তৰ্গত গন্ধিয়া গাঁৱত এওঁলোকে বিশেষকৈ বসতি স্থাপন কৰি আছে।

(৫) **চাঃয়াং** ঃ নামনি সোৱণশিৰিৰ কালিগাঁও, হাতীমৰা, আলিমূৰ, বেবেজীয়া আৰু বিখ্যাত 'মিৰি জীয়ৰী'ৰ লক্ষীমপুৰ জিলাৰ ঘূনাসুঁতিৰ আশে-পাশে চাঃয়াংসকল সিঁচৰতি হৈ আছে। উত্তৰ লক্ষীমপুৰ মহকুমাৰ দিৰ্পাই, চাবতি, বগী নদী আৰু তিনিচুকীয়া মহকুমাৰ লাইকা, ফিলোবাৰী, নাম্‌চিং গাদুম আৰু জোনাই মহকুমাৰ বৃগ্‌ৱি আদি গাঁৱৰ বাহিৰেও দিবং নদীৰ পাৰে পাৰে চাঃয়াংসকলৰ গাঁও দেখিবলৈ পোৱা যায়। কথিত আছে যে, তেওঁলোক অৰুণাচল প্ৰদেশৰ পাঃদাম অঞ্চলৰ পেচাং = চাঃয়াং নামৰ ঠাইৰ পৰা ভৈয়ামলৈ নামি অহাৰ বাবে তেওঁলোক চাঃয়াং নামে অভিহিত হয়।

(৬) **অয়ান** ঃ অয়ানসকলৰ গাঁও সংখ্যাত অতি তাকৰ। অৰুণাচল প্ৰদেশৰ মিচিঙৰ শেষ বসতি

স্থান অয়ান গৃঃ টুং আৰু ধেমাজি মহকুমাৰ তাপিট্‌ আৰু বালি অয়ান আদি কেইখনমান গাঁৱত অয়ানসকলে বাস কৰে।

**(৭) চামুগুৰীয়া ঃ-** চামুগুৰীয়াসকলে প্ৰধানকৈ লক্ষীমপুৰ জিলাৰ ৰঙা নদীৰ পাৰে পাৰে বাস কৰে। বামুণ দলনি, উজনি মিৰি, গান্‌টো আদি তেওঁলোকৰ গাঁও। ডিব্ৰুং নদীৰ নামনি অঞ্চলত কেইখনমান চামুগুৰীয়া গাঁও দেখিবলৈ পোৱা যায়। তেওঁলোকক চামুগুৰীয়া আখ্যা দিয়াৰ প্ৰথম কথিত কাৰণ হ'ল— আহোম ৰজাসকলে তেওঁলোকক শাম (চাম) গছেৰে পৰিপূৰ্ণ এখন ঠাইত প্ৰথমে বহুৱাইছিল। দ্বিতীয় কাৰণ হ'ল— তাহানি কালতে তেওঁলোকৰ কিছুমান লোকে 'চাক্ৰ' নৈৰ পাৰত বাস কৰিবলৈ লোৱা হেতু তেওঁলোকক চাক্ৰগএগ্ৰাও বোলে। এওঁলোকক 'চাক্ৰগএগ্ৰা' বা 'চামুগুৰীয়া' মিচিং বুলি কোৱা হয়। তেওঁলোকৰ জনসংখ্যা তামৰসকলৰ তুলনাত কম। চামুগুৰীয়াসকলৰ মাজত পাৱঃ, পাঃ জে বৰি, মৰাং, তাৱ আৰু মিলি উপাধিৰ বাহিৰেও বৰুৱা আৰু কোঁৱৰ আদি উপাধিবিশিষ্ট মানুহো পোৱা যায়; কাৰণ চামুগুৰীয়াসকলৰ লগত আহোম ৰজাৰ দিনত থলুৱা অমিচিং অসমীয়া লোকৰ লগত সম্পৰ্ক ঘটিছিল। তেওঁলোকৰ মাজত থকা নোৱাই 'গেলনী বিয়া পতা' (তোলনী বিয়া) প্ৰথায়ো এই সংমিশ্ৰণৰ প্ৰমাণ দাঙি ধৰে। বহুতে ভবাৰ দৰে চামুগুৰীয়া আৰু তামাৰসকল অতীজতে একে গোষ্ঠীভুক্ত নাছিল। নাৰায়ণপুৰ অঞ্চলত তামাৰ আৰু চামুগুৰীয়া নামে দুখন গাঁও আছে। দুয়োখন গাঁৱৰ দূৰত্ব ২.৫ ফাৰ্লং। মৰি ডিক্ৰঙৰ ইপাৰ-সিপাৰ। অতি পুৰণি কালৰ পৰাই গাঁও দুখনৰ মাজত সাংস্কৃতিক বিনিময় চলি আহিছে যদিও তেওঁলোকৰ মাজত পৃথকীকৰণৰ প্ৰৱণতাহে স্পষ্ট। মিচিংসকলে পালন কৰা কেইটামান উৎসৱ-অনুষ্ঠান তামাৰসকলে পালন কৰে যদিও চামুগুৰীয়াসকলে সেই উৎসৱ-অনুষ্ঠানসমূহ পালন নকৰে। প্ৰাচীন প্ৰথানুসৰি দবুৰ পূজা, আমৰাগ্‌ আৰু পঃৰাগ্‌ উৎসৱ অন্যান্য মিচিঙৰ দৰে তামাৰসকলে পালন কৰে, কিন্তু চামুগুৰীয়াসকলে পালন নকৰে।

**(৮) তামাৰ বা তামাৰগএগ্ৰা ঃ** কথিত আছে যে, আহোম ৰজাসকলে টেমী গছেৰে ভৰা এখন ঠাইত মিচিংসকলৰ এটি গোটক প্ৰতিষ্ঠা কৰিছিল বাবেই তেওঁলোকৰ নাম তামাৰ হয়। জনশ্ৰুতি প্ৰচলিত আছে যে, লক্ষীমপুৰ জিলাৰ কোনোবা ঠাইত এখন নৈৰ পাৰত বহুতো টেমী গছ আছিল। টেমী গছৰ নাম অনুসৰি নৈখনৰ নাম টেমাক নৈ হয়। তাৰ পাৰত যিসকল আবৰ বা আদীয়ে গাঁও পাতি বাস কৰিবলৈ ল'লে, নৈখনৰ নাম অনুসৰি সেই আদীসকল 'টেমাৰ'[৩৬] বা 'তামাৰ' নামেৰে জনাজাত হ'ল। তেওঁলোকে যদিও মিচিং ভাষা ব্যৱহাৰ নকৰে তথাপি মিচিংসকলে পালন কৰা ধৰ্মীয় উৎসৱ-পাৰ্বণ আদি বিভিন্ন অনুষ্ঠান অন্যান্য মিচিংসকলে পালন কৰাৰ দৰে তেওঁলোকেও পালন কৰে।

তেওঁলোকে মিচিং ভাষাৰ সলনি ভঙা ভঙা অসমীয়া ভাষাৰে কথা কয়। তথাপি মূল সম্বন্ধবাচক আৰু নিত্য ব্যৱহাৰ্য কিছুমান বস্তুৰ ক্ৰমৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ সলনি মিচিং ভাষাৰ শব্দহে ব্যৱহাৰ কৰে।

তামাৰসকলৰ উপাধিবোৰ এনেধৰণৰ— পাৱ, বৰি, মৰাং, পাঃ জে তাৱ ইত্যাদি। তেওঁলোক

৩৬. টংকেশ্বৰ লইং ঃ 'মিচিং ভাষা নোকোৱা মিচিং' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩৯

প্ৰধানকৈ বৰ্তমানৰ গোলাঘাট জিলাৰ ধনশিৰিমুখত আৰু লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ আৰু ৰঙানদীৰ পাৰত বাস কৰি আহিছে। ধনশিৰিৰ পশ্চিমাঞ্চলৰ পৰা পূবলৈকে ১০/১২ কিলোমিটাৰ জুৰি ব্ৰহ্মপুত্ৰ চাপৰিৰ চৰ অঞ্চলবোৰত প্ৰায় সাত-আঠখনমান সৰু-বৰ তামাৰ গাঁও আছে। দক্ষিণাঞ্চলত ঘিলাধাৰী মৌজাৰ গমাৰী অঞ্চলতো দুই-এখন তামাৰ গাঁও আছে। অৱশ্যে আজিকালি গোলাঘাট আৰু লক্ষীমপুৰ জিলাৰ পাগ্ৰ আৰু আন আন গোটবিলাকৰ মাজতো তামাৰ ফৈদৰ দুই-এঘৰ মানুহে বসতি কৰিবলৈ লৈছে। লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ বাহিৰেও লালুক অঞ্চলত প্ৰায় ৫/৬ খনমান তামাৰ গাঁও আছে। সোৱণশিৰিৰ গোগামুখ টাউনৰ পৰা ১০/১২ কিলোমিটাৰ উত্তৰ-পূবে পাহাৰৰ কাষত আৰু মিংমাঙৰ বগীপুং নামে সৰু নৈখনিৰ পাৰত নতুনকৈ এখন তামাৰ গাঁও গঢ়ি উঠিছে। তেওঁলোক ধনশিৰিমুখৰ গৰাখহনীয়াৰ প্ৰকোপত ভাগি অহা লোক। এই দুখন জিলাৰ বাহিৰে তামাৰ গঞালোক অন্য জিলাত থকাৰ বিষয়ে বৰ্তমানলৈকে একো জনা নাযায়।

**(৯) চমুৱাসকল ঃ** অৰুণাচল প্ৰদেশৰ নামচাই অঞ্চলত, বিশেষকৈ লোহিত জিলাত চমুৱাসকলে বাস কৰে। তেওঁলোকৰ জনসংখ্যা নিচেই কম। গাঁৱৰ সংখ্যাও চাৰি-পাঁচখনৰ বেছি নহয়। আটাইকেইখন গাঁও নামচাই আৰু তেজুৰ মাজতে অৱস্থিত। তেওঁলোকক বৰ্তমান অৰুণাচল চৰকাৰে ভৈয়ামৰ অনুসূচিত জনজাতি ৰূপে অভিহিত কৰিছে আৰু অসম চৰকাৰে অৰুণাচলৰ ভিতৰত থকা বাবে অৰুণাচলৰ লোক ৰূপে গণ্য কৰিছে; তত্ৰাচ চমুৱাসকল মিচিংসকলৰে এটি সৰু খেল। চমুৱা নামটো প্ৰকৃততে মিচিং শব্দ নহয়। অসমীয়া চহামুৱাৰ পৰাহে আহিছে। এই খেলৰ লোকসকল হেনো আনবোৰতকৈ তুলনামূলকভাৱে চহা। সেইভাৱে তেওঁলোকৰ পৰিচয় দিয়াৰ প্ৰসংগত 'চহামুৱা মিৰি' পদটি ব্যৱহাৰ কৰা দেখা যায়। মিচিং ভাষাত 'হ' ধ্বনিৰ উচ্চাৰণ নহয়। গতিকে চহাৰ ঠাইত 'চআ' হয়। গতিকে চহামুৱা> চআমুৱা> চমুৱা এইদৰেও শব্দটো গঠিত হ'ব পাৰে।[৩৭]

চমুৱাসকলৰ ঘৰ-বাৰী লোৱাৰ পদ্ধতি অইন মিচিং খেলতকৈ সুকীয়া। তেওঁলোক চাংঘৰৰ সলনি মাটি ঘৰতহে থাকে। খোৱা-বোৱা, পিন্ধা-উৰাৰ ক্ষেত্ৰত অৱশ্যে চমুৱাসকল আন মিচিঙৰ দৰেই; কিন্তু উৎসৱ-অনুষ্ঠান, পূজা-পাতল আদিৰ প্ৰসংগত এওঁলোক আন মিচিঙতকৈ সুকীয়া; যিহেতু তেওঁলোকে বৰ্তমান পৰম্পৰাগত ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ এৰি 'নিৰ্গুণ' ধৰ্ম গ্ৰহণ কৰিছে। এই ধৰ্মৰ মত অনুসৰি তেওঁলোকে পূৰ্বপুৰুষসকলক জল-পিণ্ড দিয়া পৰম্পৰা এৰি পেলাইছে। হৰি নামেৰেহে শ্ৰাদ্ধ-পাৰ্বণ আদি সম্পাদন কৰে। আনকি মিচিংসকলৰ 'আলি আই লৃগাং' উৎসৱৰ সলনি তেওঁলোকে 'ম-দি বা মঃ দৃ' নামৰ কৃষি উৎসৱ পাতে। এই উৎসৱত আপং, মাছ, ভাত, মদ, মাংস আদি ব্যৱহাৰ নকৰে, কেৱল হৰি-নাম কীৰ্তন কৰে।

চমুৱাসকলৰ আন এটা বৈশিষ্ট্য হ'ল তেওঁলোকে ব্যৱহাৰ কৰা কথিত ভাষা। এই ভাষাক মিচিঙৰ ভাষাৰ শ্ৰেণীত নধৰিলেও মিচিঙৰ আন এটা উপ-ভাষাৰ শাৰীত ধৰিব পাৰি। ভাষাতাত্ত্বিক দৃষ্টিভঙ্গীৰ ফালৰ পৰা চমুৱাসকলৰ কথিত ৰূপ মঃয়িং খেলৰ কথিত দোৱানৰ বেছি ওচৰ চপা। বিশেষকৈ ধ্বনিতত্ত্ব আৰু শব্দভাণ্ডাৰত এইবিধ দোৱানৰ বৈশিষ্ট্য লক্ষ্য কৰা যায়। যদিও তেওঁলোকে

---

৩৭. নাহেন্দ্ৰ পাদুন ঃ 'চমুৱা মিচিঙৰ ভাষা আৰু সংস্কৃতি' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৫৭

অন্যান্য খেলত ব্যৱহাৰ হোৱা ধ্বনিমালাৰ প্ৰসংগত স্বৰধ্বনি আৰু ব্যঞ্জন ধ্বনিকে ব্যৱহাৰ কৰে, তথাপি স্বৰধ্বনিবিলাকৰ উঁচ্চাৰণত কিছু তাৰতম্য দেখা যায়। যেনে—

| পাগ্ৰ | চমুৱা | অসমীয়া অৰ্থ |
|---|---|---|
| বাঃ বু | বাঃ বৃ | দেউতা |
| অউঅী | নাঃ নী | আই |
| নলু | নুলু | তোমালোক |
| ঙলু | ঙুলু | আমি, ইত্যাদি। |

এই পৰিবৰ্তনৰ মূল কাৰণ হ'ল মিচিংসকলৰ বেলেগ বেলেগ খেলত উপভাষাগত বিভিন্ন শব্দমালাৰ ব্যৱহাৰ। আঞ্চলিক আৰু খেলগত বৈশিষ্ট্যৰ বাবে ভাষাৰ ক্ষেত্ৰত বিভিন্নতা দেখা গ'লেও কথোপকথনৰ ক্ষেত্ৰত তেওঁলোকৰ মাজত কোনো অসুবিধা নহয়।

চমুৱাসকলৰ পৰিয়ালৰ সংখ্যা গাঁও অনুসৰি তলৰ দৰে দেখুৱাব পাৰি :

| | |
|---|---|
| জয়পুৰ | ১৭ ঘৰ |
| মালাংকুং | ১৬ ঘৰ |
| মাৰিৱা | ২৫ ঘৰ |
| ধ[illegible]খনা | ৬ ঘৰ |
| চামগুৰি | ৬ ঘৰ |

এওঁলোকৰ জনসংখ্যা আনুমানিক ৪০০/৫০০ৰ ভিতৰত হ'ব।[৩৮]

(১০) বিহিয়া : বৰ্তমান গোলাঘাট জিলাৰ বোকাখাত টাউনৰ পৰা তিনি-চাৰি কিলোমিটাৰ উত্তৰে ব্ৰহ্মপুত্ৰ আৰু ধনশিৰি নৈৰ সংগম স্থলৰ পৰা তিনি কিলোমিটাৰ পশ্চিমলৈ বিহিয়াসকলৰ বাসস্থান। চামুগুৰীয়া, তামাৰ আৰু বংকোৱালসকলৰ দৰেই তেওঁলোকেও মিচিং ভাষাৰ সলনি ভঙা ভঙা অসমীয়া ভাষাহে ব্যৱহাৰ কৰে। কিন্তু তেওঁলোকৰ সামাজিক প্ৰথাত মিচিং সংস্কৃতিৰ প্ৰভাৱ স্পষ্ট। উল্লেখযোগ্য যে, তেওঁলোকে আহোমসকলে প্ৰদান কৰা উপাধিহে ব্যৱহাৰ কৰিছিল। বৰ্তমান বিহিয়াসকলে বৰুৱা, গগৈ, শইকীয়া আদি উপাধি এৰি মিচিং উপাধি দলে, পেগু আদি ব্যৱহাৰ কৰে আৰু ধৰ্মীয় কাম-কাজত মিচিংসকলৰ দৰে নিয়ম মানি চলে। অৱশ্যে তেওঁলোকেও নোৱাই তোলনী বিয়া পাতে।

অন্যান্য মিচিং ভাষা ব্যৱহাৰ নকৰা মিচিং সম্প্ৰদায়ৰ তুলনাত তেওঁলোকৰ কথিত ভাষা অসমীয়া কথিত ভাষাৰ বেছি ওচৰ চপা। কিন্তু কথা কওঁতে এওঁলোকে ৰৰ খৰকৈ কয়। ধ্বনি উচ্চাৰণৰ ক্ষেত্ৰত তামাৰসকলৰ লগত এওঁলোকৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি।

---

৩৮. নাহেন্দ্ৰ পাদুন : প্ৰাগোক্ত গ্ৰন্থ (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৫৭

বংকোৱাল আৰু মিবাংসকলক মিচিং গোটৰ শাৰীত ধৰা হোৱা নাছিল। বৰ্তমান তেওঁলোকে মিচিং সংস্কৃতি গ্ৰহণ কৰিছে আৰু নিজকে মিচিং ৰূপে চিনাকি দিছে। বংকোৱালৰ গাঁও মাত্ৰ এখনহে। গোলাঘাটৰ ধনশিৰি আৰু ব্ৰহ্মপুত্ৰ নদীৰ সংগম স্থলৰ পৰা চাৰি কিলোমিটাৰ পূবলৈ বিস্তৃত হৈ থকা গাঁওখনত প্ৰায় ২০০ ঘৰতকৈ অধিক বংকোৱাল লোকে বসবাস কৰে। বংকোৱালসকলৰ ভাষাৰ লগত তামাকসকলৰ ভাষাৰ সাধাৰণ মিল থাকিলেও বংকোৱাল ভাষাটো কিছু পৰিমাণে দীৰ্ঘসুৰীয়া। কথিত আছে যে, আদিতে বংকোৱালসকলে বেৰেজীয়া নামৰ গোটবিশেষৰ লগত বাস কৰিছিল আৰু তেওঁলোকৰ লগত বৈবাহিক সম্বন্ধাদিও স্থাপন কৰিছিল। এইবাবে তামাকসকলে তেওঁলোকক উদাৰ দৃষ্টিৰে লক্ষ্য কৰা নাছিল। বংকোৱালসকল পাৰ, দাব আৰু মবাং বংশীয়। আজিকালি বংকোৱালসকলক তামাৰ গোটৰ ভিতৰতে ধৰা হয়। অৱশ্যে তামাকসকলে পালন কৰা দবুৰ পূজা বংকোৱালসকলে পালন নকৰে।

অৰুণাচল প্ৰদেশৰ পাচিঘাট অঞ্চলৰ 'মিবাং'সকল পাৰ্বত্য অঞ্চলৰ পৰা ভৈয়ামলৈ নামি অহা জনজাতিসকলৰ ভিতৰত অন্যতম। মিবাং গোটৰ বংশধৰসকলক লুইতমুখ অঞ্চলত দেখিবলৈ পোৱা যায়। এইকালৰ পৰা মিবাংসকল সুদূৰ অতীততে নামনি অঞ্চললৈ নামি অহা যেন লাগে।

বংকোৱাল নামে ওপৰত উল্লেখ কৰা গাঁওখনৰ নামনি অঞ্চলত বেৰেজীয়া নামে এখন মিচিঙৰ গাঁও আছে। এই গাঁওখনত ২০/২৫ ঘৰমান মিচিং লোকে বাস কৰে। জনশ্ৰুতি মতে তেওঁলোকক হেনো আহোমৰ কোনোবা ৰজাই এই অঞ্চলত বেত কটা কামত নিয়োগ কৰিছিল। তেতিয়াৰে পৰা হেনো তেওঁলোকৰ পৰিয়ালবিলাক বেৰেজীয়া বোলা হৈছিল। বৰ্তমান বংকোৱাল গাঁৱৰ সমীপত থকা বাবে আৰু বংকোৱাল গাঁৱৰ মানুহৰ লগত বৈবাহিক সম্পৰ্ক স্থাপিত হোৱা হেতু তেওঁলোকে এফেখন গাঁৱৰ মানুহৰ দৰেই বসতি কৰি আছিছে। তেওঁলোকৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰৰ লগত মিচিঙৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিৰ পাৰ্থক্য নাই। সেইবাবে তেওঁলোকক মিচিং বোলাত কোনো ধৰণৰ আপত্তি উঠিব নোৱাৰে।

**(ঘ) বাৰগাম-দহগাম :**

মিচিং সমাজক আকৌ বাৰগাম আৰু দহগাম— এই দুটা বহল ভাগত বিভক্ত কৰা দেখা যায়। জনশ্ৰুতি প্ৰচলিত আছে যে, আহোম ৰজাই বহিঃশত্ৰুৰ আক্ৰমণৰ পৰা নিজ ৰাজ্য ৰক্ষা কৰিবৰ বাবে আৰু বিশেষকৈ সীমান্তৱৰ্তী জনজাতিৰ ওপৰত চকু দিবৰ বাবে এটা বিশেষ অঞ্চলত 'দহজন গাম' আৰু অন্য এটা বিশেষ অঞ্চলত 'বাৰজন গাম' নিযুক্ত কৰিছিল। এই নাম দুটা মাত্ৰ প্ৰশাসনীয় সুবিধাৰ বাবেহে দিয়া হৈছিল। জাতি-উপজাতিৰ বিভাজনৰ অৰ্থে এই নাম দুটা সৃষ্টি কৰা হোৱা নাছিল। বৰ্তমান মিচিং সমাজত বাৰগাম আৰু দহগামৰ মাজত চকুত লগা পাৰ্থক্য নাই।

দ্বিতীয়তে, দহগাম আৰু বাৰগাম এই নাম দুটা সন্দৰ্ভত আৰু এটি ব্যাখ্যা আগবঢ়াব পাৰি। জনশ্ৰুতি মতে পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহি মিচিংসকলে বিভিন্ন দুখন গাঁৱত বাস কৰিবলৈ লৈছিল। এই দুখন গাঁৱৰ নাম অনুসৰি দহগাম, বাৰগাম নাম দুটাৰ সৃষ্টি হয়।

প্ৰকৃততে আহোম ৰজাসকলেই বাৰগাম (১২জন মুখীয়াল) আৰু দহগামৰ (১০জন মুখীয়াল) পৰম্পৰাৰ প্ৰতিষ্ঠাতা। বাৰগামসকলক পাগ্ৰ গোটত আৰু দহগামসকলক দ্বিতীয় মিচিং গোট চায়াং গোটৰ ভিতৰত সামৰিব পাৰি।

### (ঙ) মিচিংসকলৰ ফৈদ ঃ

মিচিংসকলৰ প্ৰত্যেকটো ফৈদেই আকৌ কেইবাটাও উপ-ফৈদ বা পৰিয়ালৰ সমষ্টি। একোটা গোটৰ নাম 'অপৃন'। যেনেকৈ বৰ্ণ হিন্দুৰ গোত্ৰ বিচাৰত একো একোজন ঋষিক মূল ৰূপে ধৰা হয় আৰু তেওঁৰ সতি-সন্ততি বাঢ়ি গৈ কালক্ৰমত অনেক পৰিয়ালত পৰিণতি লাভ কৰিছে, তদ্ৰূপ মিচিঙৰ ক্ষেত্ৰতো 'অপৃন' পদে কুল বা বংশৰ মূল লোকজনক সূচিত কৰে। এই ফালৰ পৰা 'অপৃন' পদে বংশ, কুল, পৰিয়াল আৰু খেল আটাইকেউটাকে সামৰি ল'ব পাৰে।

'অপৃন' পদৰ আভিধানিক অৰ্থ হৈছে— অ ধাতু = জন্ম দিয়া, 'পৃন' অনুসংগ বা একেলগে জন্ম লাভ কৰা কুটুম্ব। অৰ্থাৎ এটা মূলৰ পৰা জন্ম লাভ কৰা আত্মীয় ব্যক্তিসকল। ইংৰাজীত lineage/ sib/clan আদি পদে যি অৰ্থ বুজায়, মিচিং ভাষাতো 'অপৃন' পদে সেই একে অৰ্থকে বুজাব পাৰে।[৩৯]

পৰম্পৰা মতে এই ফৈদবোৰ একো একোটা গোত্ৰৰ পৰা জন্ম হোৱা লোক। আকৌ একোটা ফৈদৰ গোত্ৰজ নাম আনবোৰ ফৈদতো পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে 'মৰাং' আৰু 'মিলি' ফৈদবোৰ 'পাগ্ৰ', 'চায়াং', 'অয়ান্' আৰু 'চামুগুৰীয়া' গোটৰ মাজত পোৱা যায়। কিন্তু পেগু, দলে, ফুলি আৰু কুটুম্ ফৈদবোৰ মাত্ৰ পাঁগ্ৰ গোটতে পোৱা যায়। আনহাতে গোত্ৰজ নাম বা উপাধিবোৰে একোটা অপৃনৰ পৰিচয়ো বহন কৰে। ইচ্ছামতে কোনোৱেই গোত্ৰজ নাম বা উপাধি গ্ৰহণ কৰিব নোৱাৰে।

মিচিংসকলৰ মাজত প্ৰচলিত ফৈদৰ সংখ্যা দুকুৰিতকৈও অধিক। ইয়াৰ ভিতৰত কেইটামান ফৈদৰ নাম তলত উল্লেখ কৰা হ'ল। যেনে— পেঃগু, দলে, কুম্বাং, কামান, চাৰ, তাকু, তাৰাগ্, দাৱ, নৰ, পাক্দুক্, পাঁৰমে্, বৰি, বাঃচিং/বাঃচুং, মৗদগ্, লৗগ, মেদক, পগাগ্, পাঃতিৰ/পাঃতৃৰ, কাৰদং, চিন্তে, তাঅৃদ, তায়েং, দাঃলং, পাঃমে, পাংগৃং, পাঁৰতৃন, বৰাং, মঃদি, মেঃগু, মিৰাং, লয়িং, পাচেঃ, কুলি, মিলি, কাগ্য়ুং, চুঙ্কুৰাং, তাপে, তায়ে, দাং, পাঃএ্ৰাং, পাঃয়েং, পাৱ, পাঃচাৰ, মিপুন, ৰৗগন্, য়েইন, পাঁৰমে, টাইদ/টাঅৃদ, কুটুম, মৰাং, ঙাতে, জিমে, তাকৌ, তায়ু, দাৰৃগ্, পাঃদুন্, পোঃজে, পাঃইদ্, পাঃদি, মিচং, লাগাচুং, ডাৰিক, পাঃয়াং, পাটিৰি ইত্যাদি।

ওপৰত উল্লেখ কৰা কিছুমান ফৈদে নিজৰ উপৰি আন কিছুমান উপ-উপাধি (sub-title) লোৱাৰ প্ৰৱণতাও পৰিদৃষ্ট নোহোৱাকৈ নাথাকে। যেনে— গুপিট, গুদাং, কাড়ী, জেকটুম, পাটিৰি, পাটগিৰি, চণ্ডী ইত্যাদি পেগু ফৈদৰ উপ-উপাধি। পেগু ফৈদৰ অন্তৰ্গত 'কাড়ী' গোটে আহোম ৰাজত্বৰ সময়ত সামৰিক বিভাগত যোগ দিছিল। সেইবাবে তেওঁলোক ধনুকাঁড় চলোৱাত পাকৈত আৰু সেয়েহে তেওঁলোক কাড়ী নামে জনাজাত। জনশ্ৰুতি মতে 'জেকটুম'সকলৰ উপৰিপুৰুষ এজনে হাল বাই থাকোঁতেই এটা বনৰীয়া ম'হ বধ কৰিছিল। ম'হটোৰ মাংস তেওঁৰ ওচৰ-চুবুৰীয়াক নিদি জেকটুমৰ পৰিয়ালৰ লোকসকলে খাই শেষ কৰিছিল। তেতিয়াৰে পৰা তেওঁলোকৰ বংশটো 'জেকটুম' নামেৰে পৰিচিত হ'ল। 'পাটগিৰি' উপাধিটো খাগৰিজান অঞ্চলৰ এজন মিচিং লোকক কোনোবা এগৰাকী আহোম স্বৰ্গদেৱে প্ৰদান কৰি খাজনা সংগ্ৰহত নিয়োগ কৰিছিল। সেইদৰে জোনাইৰ অঞ্চলবিশেষে পলুৱাই অনা ছোৱালীৰ বিয়াৰ সামাজিক জগৰ ভাঙিবলৈ পাটিৰিক নিয়োগ কৰা দেখা যায়।

---

৩৯. নাহেন্দ্ৰ পাদুন ঃ 'মিচিং অপৃনৰ উৎপত্তি আৰু বিচাৰ' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.২৮০

মিচিং সমাজত উপ-অপৃন সৃষ্টি হোৱাৰ প্ৰকৃত কাৰণ হ'ল— মিচিংসকলে অসমত বাস কৰা সময়ছোৱাত তেওঁলোকে চুতীয়া, আহোম আৰু ভূঞাৰজাসকলৰ সংস্পৰ্শলৈ আহে। চুতীয়া ৰজাৰ ৰাজত্ব কালত মিচিংসকলৰ এটা দল চুতীয়াৰ সান্নিধ্যলৈ আহে। কথিত আছে যে, চুতীয়া ৰাজ্য আহোমৰ আক্ৰমণত ছেদেলি-ভেদেলি হোৱাৰ পৰিণতি স্বৰূপে কিছুমান চুতীয়া প্ৰজাই মিচিং গাঁৱত আশ্ৰয় ল'বলৈ বাধ্য হৈছিল। আশ্ৰয়প্ৰাৰ্থী চুতীয়াসকলে মিচিং পৰিয়ালৰ ছোৱালী বিয়া কৰাই মিচিং সংস্কৃতি গ্ৰহণ কৰাৰ পৰিণতিত তেওঁলোকো মিচিং ৰূপে পৰিচিত হ'বলৈ ধৰে। এইদৰেই 'চুতীয়া মিৰি' নামটোৰ উৎপত্তি হোৱাৰ অনুকূলে মত পোষণ কৰিব পাৰি।

দ্বিতীয়তে, মানৰ আক্ৰমণৰ সময়তো বিভিন্ন গোষ্ঠীৰ প্ৰজাবৰ্গই আত্মৰক্ষা কৰিবৰ বাবে মিচিং গাঁৱত প্ৰৱেশ কৰি চুতীয়াসকলৰ দৰে মিচিঙৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰি নিগাজীকৈ থাকিবলৈ লয়। তেওঁলোকো লাহে লাহে মিচিং ৰূপে পৰিচিত হ'বলৈ ধৰে। সেয়েহে মিচিং সমাজত চুতীয়া আৰু আহোম উপাধি থকা কেইটামান পৰিয়ালো পোৱা যায়। যেনে— কোঁৱৰ, সন্দিকৈ, গগৈ, কছাৰী, আহোম, চাংমাই, শইকীয়া বৰুৱা (বৰুৱা পেগু) ইত্যাদি।

তৃতীয়তে, বৈবাহিক সম্বন্ধৰ জৰিয়তে 'আগৰৱালা' আদি উপাধিবিশিষ্ট কেইটিমান পৰিয়ালো মিচিং সমাজৰ পৰিসীমাত সোমাই পৰিছে। জোনাইত 'আগৰৱালা' উপাধিবিশিষ্ট কেইটিমান মিচিং পৰিয়াল আছে।

গোগামুখৰ মইনাপাৰা গাঁৱত 'চাংমাই' উপাধিধাৰী কেইঘৰমান মিচিং আছে। দেৰগাঁৱৰ ওচৰৰ চাৰিগাওঁ নামৰ গাঁৱত কেইবাটিও আহোম পৰিয়ালে 'পেগু' উপাধি গ্ৰহণ কৰিছে।

ঊনবিংশ শতিকাৰ শেষছোৱালৈকে অপৃনক ব্যক্তিগত নামৰ শেষত উপাধি হিচাপে প্ৰয়োগ কৰা নহৈছিল। সাধাৰণতে তেতিয়া ব্যক্তিবিশেষৰ পিতৃৰ নামোল্লেখ কৰি 'তত্পুত্ৰ অমুক' বুলিহে আনৰ আগত মিচিং লোকে পৰিচয় দিছিল। অৱশ্যে সামাজিক নীতি বিচাৰৰ ক্ষেত্ৰত অপৃনৰ পৰিচয় অত্যাৱশ্যকীয়, যিহেতু অপৃনৰ ওপৰত ভিত্তি কৰিয়েই আত্মীয় আৰু কুটুম্বৰ সম্বন্ধ বিচাৰ কৰে। কোনো কোনো মিচিং গাঁৱত অপৃনৰ পৰিচয় দিব নোৱৰা মিচিং লোকক চাংঘৰত উঠিবলৈ দিয়া হোৱা নাছিল, কাৰণ তেনে কৰিলে সেই পৰিয়ালৰ দেৱতা 'গুঃমৃন চঃয়িঙে' অসন্তুষ্ট হৈ অপায়-অমংগলৰ সৃষ্টি কৰিব পাৰে বুলি বিশ্বাস কৰা হৈছিল।

আনকি বিংশ শতিকাৰ তৃতীয় দশকলৈকে মিচিং মানুহে অপৃনক উপাধি হিচাবে ব্যৱহাৰ নকৰি 'মিৰি' পদটিহে নামৰ শেষত ব্যৱহাৰ কৰিছিল। তেতিয়াৰ ব্ৰিটিছসকলৰ দ্বাৰা প্ৰৱৰ্তন কৰা ৰাজহ কৰ পত্ৰত 'অমুকা মিৰি', 'তমুকা মিৰি' বুলিহে উল্লেখ থকা দেখা যায়।

আকৌ ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ দিহিং নদীৰ পাৰত থকা কিছুমান 'তায়ে' অপৃনৰ লোকে 'তায়েৰ' উপাধিৰ পৰিবৰ্তে 'লাচন্' উপাধি ব্যৱহাৰ কৰা দেখা যায়। 'লাচন্' উপাধি প্ৰকৃততে অপৃনৰ শ্ৰেণীত নপৰে। তেওঁলোকৰ মাজত কথিত আছে যে তামন কৰুৱাজান, লাচন্ আৰু মত্কং নামৰ পাঁচজন ককাই-ভাইৰ মাজত 'জন' আৰু 'লাচনে' আহোম ৰাজত্বৰ শেষছোৱাত গামৰ বিষয়-বাব পাইছিল। তেওঁলোক 'লাচনগঞা' নামেৰে জনাজাত। জন্ লাচন 'তায়ে আছিল অপৃনৰ লোক, সেই কাৰণে জন লাচনৰ বংশধৰ তায়েসকলে তায়ে অপৃন এৰি লাচন উপাধি গ্ৰহণ কৰে যদিও এই 'লাচন্'

প্ৰকৃত অপৃনৰ পৰিসীমাৰ ভিতৰত নপৰে। তেনেদৰে সোৱণশিৰিৰ ওচৰৰ চাংৰাং কৈন্দৰ লোকে চাৰেঙীয়া পদ ব্যৱহাৰ কৰিছে। আচলতে চাৰেঙীয়া পদটো চাংৰাঙৰ পৰা অহা। ৰজনীকান্ত বৰদলৈদেৱে তেখেতৰ 'মিৰি জীয়ৰী' উপন্যাসত 'চাংৰাং' শব্দৰ পিছত ঈয়া প্ৰত্যয় যোগ কৰি 'চাৰেঙীয়া'[৪০] পদটো গঠন কৰিছে। বৰ্তমানেও কিছুমান চুংকুৰাং আৰু কামান অপৃনৰ লোকক 'চাৰেংগীয়া' ৰূপে জনা যায়।[৪১]

### (চ) অপৃনৰ বিচাৰ পদ্ধতি (গোত্ৰবিধি) ঃ

অপৃনৰ ক্ষেত্ৰত কিছুমান বিধিসম্মত ৰীতি আছে। যেনে—

(ক) মূলতঃ কোনো এক পৌৰাণিক ব্যক্তি বা দেৱতাৰ পৰা অনুসৃত আটাইবোৰ বংশধৰে তেওঁলোকৰ পূৰ্বপুৰুষৰ নামেৰে অপৃন গ্ৰহণ কৰিব পাৰে। দূৰ অতীতত অপৃনৰ পৰা ফালৰি কাটি অহা উপশাখাবোৰক অপৃনৰ পৰিসীমাত ধৰিলেও সেই উপ-অপৃনৰ 'ওংমৃন চংৰিং' (গোত্ৰ দেৱতা) মূলৰ লগতে একে হ'ব লাগিব।

(খ) কোনো এটা পৰিয়ালত সন্তান জন্ম হোৱাৰ লগে লগে বাপেকৰ অপৃনক সন্তানেও উত্তৰাধিকাৰ সূত্ৰে লাভ কৰে। কন্যা সন্তানৰ অপৃন বিবাহৰ লগে লগে শিথিল হয়, অৰ্থাৎ গিৰীয়েকৰ অপৃনৰ 'ওংমৃন চংৰিঙ'ত মিলিত হয়।

(গ) কোনো অপৃনত জন্ম লাভ কৰা সন্তানে আন অপৃনৰ ঘৰত থাকি পিতৃ-শ্ৰাদ্ধ নাইবা তেনেধৰণৰ গুৰুত্বপূৰ্ণ পূজা-পাতল আদি কৰিব নোৱাৰে।

(ঘ) কোনো অপৃনবিশিষ্ট লোকৰ গৰ্ভৱতী পত্নীয়ে আন অপৃনবিশিষ্ট মানুহৰ ঘৰত সন্তান প্ৰসৱ কৰিলে বিশেষ এক কৃত্যৰ জৰিয়তে সেই মানুহঘৰৰ অশৌচ খেদোৱা হয়।

(ঙ) কোনো ব্যক্তি বা পৰিয়ালে কিবা কাৰণত ভুলকৈ আনৰ অপৃন গ্ৰহণ কৰিলে পিতৃপুৰুষৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে আৰু সম্পত্তিৰ পৰাও বঞ্চিত হ'বলগীয়া হয়। ভুলকৈ অপৃন গ্ৰহণ কৰিলে সাতপুৰুষৰ পিছতো পূৰ্বৰ মূল অপৃনৰ 'পৃদে' পৰাচিত হৈ গ্ৰহণ কৰিব পাৰে। (ভুলকৈ অপৃন গ্ৰহণ কৰিলে বংশ বৃদ্ধি নহয় বুলি বিশ্বাস প্ৰচলিত আছে।)

(চ) একে অপৃন বা গোত্ৰৰ ভিতৰত কেতিয়াও বৈবাহিক সম্পৰ্ক স্থাপিত হ'ব নোৱাৰে। অৰ্থাৎ পেগুৱে পেগুৰ লগত, দলোৱে দলোৰ লগত বিয়া-বাৰু হ'ব নোৱাৰে।

(ছ) একে অপৃনৰ পৰা ফালৰি কাটি অহা অপৃনৰ মাজতো বৈবাহিক সম্পৰ্ক ঘটিব নোৱাৰে। উদাহৰণস্বৰূপে কুলি, কুটুম, কামানৰ মাজত বৈবাহিক সম্পৰ্ক কেতিয়াও হ'ব নোৱাৰে।

(জ) অপৃনৰ চিনাকি দিব নোৱৰা কোনো লোকলৈ ছোৱালী বিয়া দিলেও তেওঁক অনামিচিং বা বিজতৰীয়া বুলি সমাজচ্যুত কৰা হয়।

(ঝ) কোনো অনামিচিং লোকে বৈবাহিক নাইবা কিবা কাৰণত মিচিঙৰ জাতত উঠিব খুজিলে

---

৪০. ৰজনীকান্ত বৰদলৈ ঃ মিৰি-জীয়ৰী, পৃ.২৩

৪১. নাহেন্দ্ৰ পাদুন ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ.৪০১

তেওঁক সামাজিকভাৱে পৰাচিত কৰি 'জাতত তোলা' হয় আৰু ইয়াৰ পিছত তেওঁৰ ইচ্ছানুসৰি এটি মিচিং অপূন গ্ৰহণ কৰিবলৈ দিয়া হয়। নৱপ্ৰদত্ত সেই অপূন মতেই তেওঁ পৰিচয় লাভ কৰিব।

(ঞ) পিতৃপুৰুষৰ শ্ৰাদ্ধত একে অপূনৰ লোকে (বিভিন্ন ঠাইৰ হ'লেও) সমানে অংশগ্ৰহণ কৰিব পাৰে।

কোন কোন অপূনত কোন কোন গুঃমূন আছে সেই বিষয়ে তলত দেখুওৱা হ'ল :

| অপূনৰ নাম | গুঃমূনৰ নাম | অপূনৰ নাম | গুঃমূনৰ নাম |
|---|---|---|---|
| দলে কাগ্য়ুং | চঃৰ | পেঃগু | কদাৰ/গুদাং |
| পাঃতৃৰ | জঃ তৃৰ | দাঃচাং | কোৰ ৰবাং/বমি |
| পাঃদুন | লংগৃং/বমি | পাগ্ৰেং/পাংগৃং | লংগৃং/লঃই |
| তায়ে | লুংকু/লঃয়িং | পাৰ | লয়িং |
| তায়েং | কেঃদ, কেঃমি, | পাইদ | পাবাং/আঃতুম |
| মবাং | বনুং | চাৰ | অনুং |
| কুম্বাং/মিলি | বমি | মেদক/মীদগ্ | কীনতুং |
| মঃদি | লঃকুন | বীগন | বকি |
| য়েতুন | লুংকুং | লাগাচুং/নৰ/পগাগ্ | লংগাং/লংগৃং |
| কুলি | বমি | দাৰৃগ্ | × |
| কুটুম | বমি | পাঃমে | × |
| কামান | বমি | পাঃএগ্ৰ | × |
| পলীং | × | পাকদুক | × |
| ৰৰি/বত্তম | তাৰি | তাকু | × |
| ৰবাং | × | তাজ্দ/তাইদ | বম-লদিং |
| পাঃচাৰ | × | তাৰৌ | × |
| পাঃদি | × | তাবাগ | × |
| বাঃ চিং/বাঃ চুং | × | তায়ুং | লয়িং |

| | | | |
|---|---|---|---|
| মিপুন | × | দাং দাঃচাং | × |
| য়িৰাং | × | দাৱ | × |
| লীগ | × | পাঃজে পীৰমে | ×[৪২] |
| | | পীৰতৃন | |

### (ছ) মিচিংসকলৰ পূৰ্ব বাসস্থান ঃ

মিচিংসকলৰ পূৰ্ব বাসস্থানৰ বিষয়ে সঠিকভাৱে কোৱা টান তথাপি পণ্ডিতসকলৰ অনুমানৰ ওপৰত নিৰ্ভৰ কৰি কব পাৰি যে, মংগোলীয় নৃগোষ্ঠীৰ লোকে পোনতে উত্তৰ চীন, চাইবেৰিয়া আদি ঠাইত বাস কৰিছিল। মংগোলীয় লোকসকল কালক্ৰমত চীন, জাপান, তিব্বত, ব্ৰহ্মদেশ আদি পৰ্যন্ত প্ৰব্ৰজিত হয়।

মিচিংসকল মংগোলীয় নৃগোষ্ঠী সম্ভূত। আমাৰ এই অনুমানৰ সপক্ষে নাহেন্দ্ৰ পাদুনৰ এটি উক্তি উল্লেখ কৰিব পাৰোঁ। 'মিচিংসকলৰ শাৰীৰিক অৱয়ব মংগোলীয় জনগোষ্ঠীৰ শাৰীৰিক অৱয়বৰ লগত মিল দেখি তেওঁলোকক মংগোলীয় গোষ্ঠীৰ লোক বুলি থিৰাং কৰা হৈছে।'[৪৩]

অসম, অৰুণাচল, মিজোৰাম, মেঘালয়, মণিপুৰ, নাগালেণ্ড আদিত মংগোলীয় নৃগোষ্ঠীসম্ভূত লোকে বাস কৰি আহিছে। সেই ৰাজ্যসমূহৰ আদিবাসীসকল ব্ৰহ্মপুত্ৰ উপত্যকাৰ মিচিংসকল, অৰুণাচল ৰাজ্যৰ হ্ৰুচু, নিচি, আদী, মিচিমি ইত্যাদি লোকসকল একে নৃ-গোষ্ঠীৰ পৰা উদ্ভৱ হৈছে। এই লোকসকল প্ৰাচীন কালতেই চীনৰ দক্ষিণ-পশ্চিমৰ পৰা তিব্বত আৰু বৰ্মাইদি বিভিন্ন ঠাইলৈ সিচঁৰতি হোৱাৰ লগতে ভাৰতবৰ্ষ তথা অসমতো প্ৰৱেশ কৰিছিল। তিব্বতৰ পৰা অহা বাবে এওঁলোক তিব্বত-বৰ্মী লোকগোষ্ঠী নামেও জনাজাত।

মিচিংসকল তিব্বত-বৰ্মী শাখাৰ উত্তৰ অসমৰ (অৰুণাচল) অন্তৰ্গত। উত্তৰ-পূব ভাৰতৰ বিভিন্ন ৰাজ্যত বাস কৰা মংগোল গোষ্ঠীয় লোকক চাৰিটা প্ৰধান শাখাত ভাগ কৰিব পাৰি। যেনে— (১) তিব্বত-বৰ্মী (২) তাই-চীন (৩) কাচিন আৰু (৪) মেইতেই (মণিপুৰী)।

আকৌ তিব্বত-বৰ্মী শাখা তিনি ভাগত বিভক্ত— (১) তিব্বত-হিমালয়, (২) উত্তৰ অসম, অৰুণাচল আৰু অসম-বৰ্মী। অসম-বৰ্মী শাখাৰ চাৰিটা ভাগ, যেনে— (১) বড়ো, (২) মনখামেৰ, (৩) নগা আৰু (৪) কুকী-চীন। আকৌ কুকী-চীন শাখাক দুটা ভাগত বিভক্ত কৰিব পাৰি— (১) কুকী আৰু (২) মিজো (জামী)।

ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহত বসবাস কৰা মংগোলীয় গোষ্ঠীসম্ভূত লোকসকলক তলত দিয়াৰ দৰে ভাগ কৰি দেখুৱাব পাৰি ঃ

---

* [বহুতো অপৃনৰ সৃষ্টি অৰ্বাচীন। সেইবিলাকৰ কোনো গুঃমৃন নাই। গতিকে যিবিলাক অপৃনৰ গুঃমৃন নাই তেনে অপৃনৰ উল্লেখ তালিকাত দেখুৱা নাই।]

৪২. নাহেন্দ্ৰ পাদুন ঃ 'গোত্ৰ দেৱতা বা গুমৃন' উল্লেখিত গ্ৰন্থপঞ্জী, পৃ.৪০৭

৪৩. নাহেন্দ্ৰ পাদুন ঃ অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি, পৃ.১২০

তিব্বত-বৰ্মী তাই-চীন কাচিন মেইতেই (মণিপুৰী)

চিংফৌ দোৱনীয়া তুৰুং

আহোম খাম্‌তি ফাকিয়াল আইতান খাম্‌য়াং

তিব্বত-হিমালয় উত্তৰ অসম (অৰুণাচল) অসম-বৰ্মী

তিব্বতী
ভুটীয়া
চিকিম
মন্‌পা
দুক্‌পা

আদী (আবৰ)
মিচিং
আপাতানি
নিচি
তাগিন
অকা
পাহাৰী মিৰি
মিচিমি
খোবা

বড়ো মনখামেৰ নগা কুকী-চীন

খাচী জয়ন্তীয়া

গাৰো
লালুং
ৰাভা
চুতীয়া
দেউৰী
কোচ
কছাৰী
ডিমাচা
কাৰ্বি
ওজং
সোণোৱাল

আৰ
আংগামী
চেমা
ৰংমা
লোথা
ফুম
নক্টে
বাংচু
তাংখলু
(সম্বৌ)
আৰিং
মাৰ
অনাল
সোণ
ৰংমেই
জেলি

কুকী মিজো (জামী) ৪৪

গান্তে
থাদুও
নাইতে
জোও
চোতে

লুচাই
লাখেৰ
(মৰা পাবি)
লাই
মাৰ (হমাৰ)
ৰিথাং (তুইকুক)
পাইতে
ৰাণে

৪৪ S.K Chattarji : Kirata-Janakriti, pp. 21-46

মিচিংসকলৰ নিজা কোনো ৰাজ্য বা ৰজা নাছিল। গতিকে তেওঁলোকৰ পূৰ্ব বাসস্থান সম্পৰ্কে স্পষ্টকৈ কোৱা টান।[৪৫]

নৃতাত্ত্বিক, প্ৰত্নতাত্ত্বিক আৰু ঐতিহাসিক দৃষ্টিভংগীৰ ফালৰ পৰা মিচিংসকলৰ আদি বাসস্থান সম্পৰ্কে বিভিন্ন মিচিং পণ্ডিতে আগবঢ়োৱা আলোচনাৰ ওপৰত নিৰ্ভৰ কৰি ক'ব পাৰি যে, এওঁলোক সুদূৰ ইউৰেছিয়াৰ মংগোল দেশৰ মংগোলীয় ফৈদৰ লোক আছিল। হাজাৰ হাজাৰ বছৰৰ পূৰ্বে মংগোলীয় জনগোষ্ঠীয়ে এছিয়া মহাদেশৰ দক্ষিণফালে অৰ্থাৎ ভাৰতবৰ্ষৰ উত্তৰফালে থকা মহাচীন, তিব্বত, ব্ৰহ্মদেশ আদি বিভিন্ন ৰাজ্যত বসতি কৰিবলৈ লৈছিল। সময়ৰ অগ্ৰগতিৰ লগে লগে ইয়াৰ এটা ঠালে অসমৰ উত্তৰ-পূব অঞ্চলত বাস কৰিবলৈ লয় আৰু ক্ৰমে ক্ৰমে তেওঁলোকৰ পৰিয়াল সীমান্তৰ পাদভূমি পৰ্যন্ত প্ৰব্ৰজিত হয়। এই ঠাইত পুৰুষানুক্ৰমে অনেক বছৰ বসতি কৰাৰ পৰিণতিত কেইবাটাও স্বজাতীয় গোট বা গোষ্ঠীৰ সৃষ্টি হয় আৰু দিনক দিনে এওঁলোকৰ জনসংখ্যা বৃদ্ধি হৈ অহা হেতু নিজৰ সুবিধাৰ কাৰণে ওচৰৰ সমভূমি পৰ্যন্ত বসতি বিস্তাৰ কৰিবলৈ সক্ষম হয়।[৪৬]

কোনো কোনো মিচিং পণ্ডিতৰ মতে, 'মিচিং জনগোষ্ঠীৰ লোকসকলে প্ৰাচীন মধ্যযুগত চীন দেশৰ 'মৌংকং' আৰু 'মৌঃ নাম্'[৪৭] নদী বা পৰ্বতৰ কাষত বাস কৰিছিল।'[৪৮]

ব্ৰহ্মদেশত থকা 'পেগু প্ৰদেশ' আৰু 'পেগু পৰ্বত' নামকৰণ কৰাৰ পম খেদি ধাৰণা কৰিব পাৰি যে মিচিং জনগোষ্ঠীৰ এটা শাখা ব্ৰহ্মদেশৰ পৰা অসমলৈ আহিছিল। এই প্ৰসংগত উল্লেখনীয় যে ব্ৰহ্মদেশৰ সীমাত আৰু অৰুণাচলত অৱস্থিত বিজয়নগৰৰ ওচৰতে 'মিৰি পথাৰ' নামে এখন স্থান বৰ্তমানো আছে।[৪৯]

তিব্বতৰ পৰা প্ৰব্ৰজিত হোৱাৰ পিছত বহু বছৰ ধৰি তেওঁলোকে বৰ্তমানৰ অৰুণাচল ৰাজ্যৰ বিভিন্ন ঠাইত বসতি কৰিছিল। মিৰিসকল (মিচিং) বৰ্তমান নেফাৰ চিয়াং জিলাৰ আদীসকলৰেই এটি শাখা আছিল। কিম্বদন্তী মতে তেওঁলোক তিব্বতৰ পৰা আদীসকলতকৈ পূৰ্বে নামি আহিছিল আৰু 'কাৰ্কচিমং' আদি অঞ্চলত বাস কৰিছিল। ইয়াৰ পৰৱৰ্তী কালত আদীসকলে মিচিংসকলক এই ঠাইতেই লগ পাইছিল।[৫০]

মিচিংসকলৰ অন্তৰ্ভুক্ত পেগু আৰু দলে বংশৰ লোকসকলে তিব্বতৰ পৰা সৰ্বপ্ৰথমে প্ৰব্ৰজন কৰি বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ 'কাৰক' (গাঁও) অঞ্চলত বাস কৰিবলৈ লৈছিল। সম্প্ৰতি এইবোৰ অঞ্চল আদী জনগোষ্ঠীৰ বাসস্থান, কিন্তু এই অঞ্চলত থকা 'পেগু চিংয়েং' নামৰ হ্ৰদটোৱে প্ৰমাণ কৰে যে আদীসকলৰ পূৰ্বে ইয়াত পেগুসকলে বাস কৰিছিল। 'পেগু চিংয়েং' নামটো পেগু বা তেওঁলোকৰ নামেৰে নামকৰণ কৰা হৈছিল বুলি বিশ্বাস কৰা হয়।[৫১]

---

৪৫. নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৪৯
৪৬. ভৃগুমুনি কাগয়ুং ঃ 'লুইতপৰীয়া সংস্কৃতি' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৮৯
৪৭. মৌঃনাম - ভালপোৱা নদীৰ লগত নিবিড় সম্পৰ্ক।
৪৮. মৌংকং - ইপাৰৰ পৰা সিপাৰলৈ যোৱাৰ বাসনা।
৪৯. সুৰেণ দলে ঃ 'মিচিং জাতিৰ চমু পৰিচয়', অনুবাদ, পৃ.১৬
৫০. Talam Rukbo : 'The Derivative Meaning of the Miri' in (Mishing), N.E.F.A. Information, p.28
৫১. I bid., p. 28

আনহাতে মিচিংসকলৰ পূৰ্ব বাসস্থানৰ বিষয়ে আলোচনা কৰি নাহেন্দ্ৰ পাদুনে লিখিছে যে, তেওঁলোকৰ পূৰ্ব বাসস্থান অসমৰ উত্তৰে থকা পৰ্বতমালাত আছিল। বৰ্তমান অৰুণাচল প্ৰদেশত থকা পাঃদাম্ মিঞং আদীসকল এওঁলোকৰ প্ৰভু আছিল।[৫২]

ব্ৰিটিছ বুৰঞ্জীবিদ্ ডেল্টনৰ পৰা উদ্ধৃতি দি বিষ্ণু ৰাভাই লিখিছে— 'আবৰ আৰু মিৰিসকল একে গোষ্ঠীৰ মানুহ। ১৮৯৭ চনৰ বৰ্ণনা মতে মিৰিসকলৰ বাসস্থান দক্ষিণ-পূবে দীৰ্জেম নৈ, উত্তৰ-পূবে দিহং উপত্যকাৰ দক্ষিণ পৰ্বত-শাৰী, দক্ষিণে উত্তৰ লক্ষীমপুৰ মহকুমা, দক্ষিণ-পশ্চিমে ৰঙা নৈৰ পৰ্বত-শাৰী, উত্তৰে তিব্বত।'[৫৩]

মিচিং সমাজত প্ৰচলিত এটি জনশ্ৰুতিৰ মতে মানস সৰোবৰৰ দক্ষিণ-পূব দিশত 'কঃজে পাহাৰ' নামৰ এটি সৰোবৰ আছে। এই সৰোবৰটো দুস্লিন্ 'আদী' আৰু 'তাচিগ্ পীততাং' নামৰ দুখন পাহাৰৰ মাজত অৱস্থিত। এই 'কঃজে পাঃতাং' সৰোবৰৰ আশে-পাশে মিচিং লোকসকলে পূৰ্বতে বসবাস কৰিছিল। এই ঠাই শীতপ্ৰধান আছিল। শীতৰ পৰা ৰক্ষা পাবৰ বাবে তেওঁলোকে কপাহৰ খেতি কৰি তাৰ পৰা সূতা কাটি কাপোৰ বৈ লৈছিল।[৫৪]

আকৌ মিবু আৰু বয়োবৃদ্ধ আদী মিচিংসকলৰ মতে পূৰ্বতে অৰুণাচল প্ৰদেশৰ পাৰ্বত্য অঞ্চলৰ 'কিঃলৃং-কাংগে' নামৰ ঠাইৰ পৰা মিচিংসকল ৰেগি ৰীগামলৈ নামি আহে। তাৰ পৰাহে তেওঁলোকে বিভিন্ন অঞ্চললৈ প্ৰব্ৰজন কৰিছিল। 'ৰেগি-ৰীগাম' ঠাইডোখৰ বৰ্তমানৰ অৰুণাচল প্ৰদেশৰ 'ৰিগা' অঞ্চলত অৱস্থিত বুলি ধাৰণা কৰা হয়। এই ঠাইখন পাছিঘাটৰ পৰা ১৫০ কিলোমিটাৰ উত্তৰ দিশত অৱস্থিত। 'ৰিগা'ত বৰ্তমানো আদীসকলে বসতি কৰি আছে। তাৰ পিছত তেওঁলোক 'দঃচি' নামৰ ঠেক গিৰিপথেৰে অগ্ৰসৰ হৈ 'কাৰক-চিমং' আৰু 'বৰি-বকাৰ'ত (বৰ্তমান অৰুণাচল প্ৰদেশৰ চিয়াং জিলাত) বাস কৰিবলৈ লয়। 'বৰি আৰু বকাৰ' চিয়াঙৰ উপনদী 'চিয়ুম' নদীৰ পাৰত অৱস্থিত। এই ঠাইখন পাছিঘাটৰ পৰা ২০০ কিলোমিটাৰ ওপৰত অৱস্থিত। 'বৰি' নামৰ আদীসকলৰ শাখা এটিয়ে বৰ্তমানো ইয়াত বসবাস কৰি আছে। মিচিং সমাজত প্ৰচলিত 'বৰি' আৰু আদী সমাজত ব্যৱহৃত 'বৰি' একে গোত্ৰৰ ভিতৰুৱা।

বৰ্তমান অৰুণাচল প্ৰদেশৰ 'দাঃচিং' নামৰ অঞ্চলটোকেই মিচিংসকলৰ শেষ পৰ্বতীয়া বাসস্থান ৰূপে অভিহিত কৰা হয়। চিয়াং নদীৰ পাৰত আৰু পাছিঘাটৰ পৰা এশ কিলোমিটৰ ওপৰত এই অঞ্চলটো অৱস্থিত। 'দাঃচিং' অঞ্চলৰ পৰাই মিচিংসকলে আদীসকলৰ পৰা বিচ্ছিন্ন হৈ ভৈয়াম অভিমুখে যাত্ৰা কৰিছিল।

### (জ) প্ৰব্ৰজন ঃ

মিচিংসকল খ্ৰীষ্টীয় তেৰশ শতিকা মানতেই ব্ৰহ্মপুত্ৰ উপত্যকালৈ সোৱণশিৰিৰ পাৰে পাৰে নামি অহাৰ অনুকূলেও মত পোষণ কৰিব পাৰি। কিম্বদন্তী, লোকবিশ্বাস আৰু সমসাময়িক আহোম বুৰঞ্জীত সিঁচৰতি হৈ থকা প্ৰাসংগিক উল্লেখৰ পৰা অনুমান কৰিব পাৰি যে আহোমসকলৰ ৰাজত্বৰ আৰম্ভণিত

---

৫২. নাহেন্দ্ৰ পাদুন ঃ 'মিচিং জনজাতিৰ পৰিচয়' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৪৯

৫৩. বিষ্ণুৰাভা সৌৱৰণী গৱেষণা (সম্পা.) ঃ বিষ্ণুৰাভা ৰচনাৱলী, পৃ.৪২৯

৫৪. চন্দ্ৰেশ্বৰ টায়ুং ঃ মিচিং জাতিৰ উৎপত্তি (স্মৃতিগ্ৰন্থ, বাল্মী কীবাং, ১৯৮১ (ঘৃণাৰ্সৃতি, উত্তৰ লক্ষীমপুৰ অধিৱেশন), পৃ.৩৫

আৰু শদিয়াৰ চুতিয়া ৰাজ্য ধ্বংসমুখত পতিত হোৱাৰ সময়ত মিচিংসকল লক্ষীমপুৰ জিলাৰ দাঁতিকাষৰীয়া পাহাৰৰ পৰা অৰুণাচলৰ সোৱণশিৰি আৰু চিয়াং জিলালৈ শান্তিপূৰ্ণ জীৱন-যাপন আৰু মাটিৰ সন্ধানত নামি আহিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ আৰু সোৱণশিৰিৰ দুয়োপাৰে পোনতে বসবাস কৰিবলৈ লোৱা মিচিংসকল কালক্ৰমত ব্ৰহ্মপুত্ৰ উপত্যকাৰ শোণিতপুৰ জিলা পৰ্যন্ত বিয়পি পৰে।[৫৫]

মিচিংসকল কিয় পাহাৰ এৰি ভৈয়ামলৈ নামি আহিব লগা হ'ল— এই বিষয়ক বিভিন্ন জনশ্ৰুতি পোৱা যায়। সম্ভৱ দুটা কাৰণত তেওঁলোকে অসমৰ ভৈয়াম অঞ্চললৈ প্ৰব্ৰজন কৰিব লগা হৈছিল— (ক) সাৰুৱা মাটিৰ সন্ধানত আৰু (খ) পাহাৰী লোকৰ লগত অহৰহ সংঘৰ্ষত লিপ্ত হৈ থাকি অৱশেষত শান্তিৰ অন্বেষণত।

তেওঁলোক পাহাৰৰ পৰা ভৈয়ামলৈ দল বান্ধি নামি আহিছিল। মুখ পৰম্পৰা প্ৰচলিত বুৰঞ্জী মতে মিলি, কুম্বাং, পাংতৃৰ্ আদি খেলবোৰ ৰেগাম (ৰীগাম) পাহাৰেদি (ভাম্ৰ, আদী, পাংচি, মেংব আদি পুৰণি বাটেৰে); তায়ুং, তায়ে, তামদ্ আদি খেলবোৰ বাপি পাহাৰেদি (বৰ্তমান পাংগিং পাচিঘাটৰ পথেৰে; আৰু পাংইত, পাংৱ, পাংয়ুম আদি খেলবোৰ তৰণে আৰু জোগিং (কীবাং, য়েচিং, লেংদুম্ আদি) পথেৰে ভৈয়ামলৈ নামি আহিছিল।

আদীসকলৰ কথিত বুৰঞ্জীত পেংগু আৰু দলে খেলটো কোন বাটেৰে ভৈয়ামলৈ নামি আহিছিল তাৰ সবিশেষ বৰ্ণনা পোৱা নাযায়। সম্ভৱ তেওঁলোকে স্বেচ্ছাই পাহাৰীয়া ঠাই পৰিত্যাগ কৰি বাসোপযোগী স্থান বিচাৰি ভৈয়ামলৈ নামি আহিছিল। তেওঁলোক যে বৰ্তমান অসমত থকা মিৰি বা মিচিংবিলাকতকৈ পূৰ্বেই ভৈয়ামলৈ নামি আহিছিল তাত সন্দেহ নাই। সৰ্বপ্ৰথমে পাহাৰৰ পৰা ভৈয়ামলৈ নামি অহা বাবে অন্য জাতি বা খেলৰ লগতে তেওঁলোক কোনো সংঘৰ্ষ বা কাজিয়াত লিপ্ত হ'ব লগীয়া হোৱা নাছিল।[৫৬]

বৰ্তমান মিৰি মিচিং সমাজত থকা বৰি, ৰীগন, চাৰ আদি খেলবোৰ বাকী মিৰিবিলাকতকৈ বহুত পিছতহে ভৈয়ামলৈ নামি আহিছিল। তেওঁলোক আদী বংশীয়। তেওঁলোক পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহিবলৈ বৰ বেছি দিন হোৱা নাই।[৫৭]

'পৰৱৰ্তী কালতো চাংয়াংসকল দাম্বুকৰ ওচৰৰ 'পেছাং- চাংয়াং' নামৰ ঠাইৰ পৰা ভৈয়ামলৈ নামি আহে।'[৫৮]

ইয়াৰ উপৰি মিচিংসকলৰ প্ৰব্ৰজন সম্পৰ্কীয় একাধিক জনশ্ৰুতি পৰম্পৰাগতভাৱে প্ৰচলিত হৈ আছে। এই জনশ্ৰুতিসমূহৰ ভিতৰত দুটিৰ সাধাৰণ আভাস তলত দিয়া হ'ল ঃ

পৰম্পৰাগত জনশ্ৰুতি মতে তেওঁলোক কিংলৃং কাংগে নামৰ ওখ পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকা অভিমুখে আহি থাকোঁতে মাজবাটতে তেওঁলোক সন্মুখীন হ'বলগীয়া হৈছিল এটি ভয়ংকৰ জিলিৰ

---

৫৫. D. Doley : 'Patterns and causes of Land alienations of the Mishing Tribe of Assam', in alienation of Tribal land and Indebtedness, p.53 Ed. B.N. Bordoloi, Tribal Research Institute, (Assam).

৫৬. T. Rukbo : Op-Cit. p.29

৫৭. T. Rukbo : Op-Cit. p.29

৫৮. সংবাদদাতা ঃ অধ্যাপক নাহেন্দ্ৰ পাদুন (৫১), শিৱসাগৰ, ১০/১০/৮৮

অৰ্থাৎ পৰ্বতীয়া জুৰিৰ। উপায়ন্তৰ নেদেখি তেওঁলোকৰ সহযাত্ৰী 'মিবু'ৰ (পুৰোহিত) দ্বাৰা মংগল চোৱাই উপাস্য দেৱতাক পূজা-পাতল দি প্ৰাৰ্থনা জনালে। মিবুৱে নিৰ্দেশ দিলে যে মিচিং সমাজৰ 'মিলি' আৰু কাৰ্দং বংশৰ লোকেহে সেই জুৰিটো পাৰ কৰাত সহায় কৰিব পাৰিব।

মিবুৰ নিৰ্দেশ শিৰে ধৰি 'মিলি' আৰু কাৰ্দং বংশসম্ভূত দুজন ব্যক্তিয়ে পাৰত থকা 'মাঃয়িং' আৰু 'মাংকং' নামৰ দুজোপা প্ৰকাণ্ড গছ সাতদিন-সাত ৰাতি একেৰাহে কাটি জুৰিটোৰ ওপৰত সাঁকোৰ নিচিনাকৈ বগৰাই দিলে। এই সাঁকোৰে জুৰিটি পাৰ হৈ মিচিংসকল ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰব্ৰজন কৰে। এই গছ দুজোপাৰ ওপৰেদি জুৰিটি পাৰ হৈ মিচিংসকল ভৈয়ামলৈ অহা বাবে তেওঁলোক সোণ-ৰূপৰ জখলাৰে স্বৰ্গৰ পৰা নামি অহা বুলি এটি জনশ্ৰুতি প্ৰচলিত আছে। সম্ভৱতঃ গছ দুজোপাৰ ভিতৰত এজোপাৰ ৰং সোণ বৰণীয়া আৰু আনজোপাৰ ৰং ৰূপ বৰণীয়া আছিল।

আজিও মিচিংসকলে কথা প্ৰসংগত 'আঅ্‌ন মুৰ্কং কঃবাদক কৰ্‌য়িঃলা গৃনী মিচিঙী' (অৰ্থাৎ সোণ-ৰূপৰ জখলাৰে নামি অহা আমি মিচিং সন্তান) বুলি পৰিচয় দি গৌৰৱবোধ কৰে।[৫৯]

আন এটা পৰম্পৰাগত জনশ্ৰুতিৰ মতে এগৰাকী মিচিং বিধৱাৰ 'য়াকুং' আৰু 'কবে্' নামৰ দুটা ল'ৰা সন্তান আছিল। এই ল'ৰা দুজন শিল্পবিদ্যাত বৰ পাৰ্গত আছিল। তেওঁলোকে নানা অস্ত্ৰ-শস্ত্ৰ প্ৰস্তুত কৰিব পাৰিছিল। সমগোত্ৰীয় লোকে শিল্পবিদ্যাত পাৰ্গত হোৱা বাবে ল'ৰা দুজনক ঈৰ্ষা কৰিছিল। অৱশেষত তেওঁলোকে ল'ৰা দুজনক হত্যা কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে।

এদিন আকস্মিকভাৱে আন লোকসকলে বিধৱাজনীৰ ঘৰত আক্ৰমণ চলালে। বুদ্ধিমতী বিধৱাজনীয়ে তৎক্ষণাৎ এটা বুদ্ধি সাজিলে। তেওঁৰ ঘৰত আছিল কিছুমান জলকীয়াৰ গুড়ি। তেওঁ এটা পাত্ৰত পানী আনি জলকীয়াৰ গুড়িবোৰ সেই পানীত মিহলাই লৈ দুৱাৰৰ চুকত খাপ লৈ বহি থাকিল। শত্ৰুপক্ষৰ লোকসকল এটা এটাকৈ ঘৰৰ চাঙত উঠি দুৱাৰৰ মুখলৈ যাবলৈ উপক্ৰম কৰোঁতেই বিধৱাজনীয়ে সেই মানুহবিলাকৰ চকুলৈ লক্ষ্য কৰি জলকীয়াৰ গুড়ি মিহলোৱা পানী মাৰি পঠিয়ালে। জলকীয়াৰ জ্বলা সহ্য কৰিব নোৱাৰি শত্ৰুপক্ষৰ লোকসকল নদীলৈ দৌৰিবলৈ ধৰিলে। বিধৱাজনীৰ বুদ্ধিত এইবাৰলৈ ল'ৰা দুজন ৰক্ষা পৰিল।

শত্ৰুপক্ষই কিন্তু সেও মনা নাছিল। জলকীয়াৰ জ্বলাৰ পোৰণিৰ উপশম হোৱাৰ লগে লগে তেওঁলোকে পুনৰ বিধৱাৰ ঘৰটো আগুৰি ধৰিলে। এইবাৰো বিধৱাজনীয়ে এটা অভিনৱ উপায় উলিয়ালে। তেওঁ এডাল দীঘল যাঠি লৈ ঘৰৰ ভিতৰৰ পৰা যাকে য'তে পায় তাকে খুঁচি খুঁচি চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে— 'ইনা ইনা য়াকুঙা, ইনা ইনা কবে্য়া (এয়া এয়া য়াকুং এয়া এয়া কবে্)। এইদৰে নিজৰ পুতেক দুজনৰ বাহিৰেও— 'পাংকং, কুৰ্মাদ এইফালে আহ, জংকি এইফালে আহ, জঃমাদ সেইফালে আহ' বুলি চিঞৰি মাতিবলৈ ধৰিলে। বিধৱাই তেনেদৰে চিঞৰি চিঞৰি মতা শুনি আক্ৰমণকাৰীসকলে ইটোৰ মুখলৈ সিটোৱে চাবলৈ ধৰিলে। তেওঁলোকে ভাবিবলৈ বাধ্য হ'ল যে, আচলতে বিধৱাজনীৰ পুত্ৰ দুজন নহয় কেইবাজনো। বিধৱাজনীয়ে অকলেই আক্ৰমণকাৰী সকলক পৰাস্ত কৰিলে। তেনে অৱস্থাত ইমানবিলাক ল'ৰাৰ লগত আক্ৰমণকাৰীসকলে কেনেকৈ যুঁজিব? সন্ত্ৰাসিত

---

৫৯. ভৃগুমুনি কাগয়ুং : প্ৰাগোক্ত গ্ৰন্থ, পৃ.৮৮

হৈ আক্ৰমণকাৰীসকল পলাবলৈ বাধ্য হ'ল। সেই সমাজত থকা নিৰাপদ নহয় বুলি ভাবি পুতেক দুটিৰ সৈতে বিধৱাজনী ভৈয়ামলৈ নামি আহিল।

আক্ৰমণকাৰীসকলে বিধৱাজনীৰ ছলনা বুজিব পাৰি আৰু লগতে য়াক্কং-কব্ৰেহঁত ভৈয়ামলৈ পলাই যোৱাৰ বাতৰি পাই সিহঁতক অনুসৰণ কৰিলে। ভৈয়ামলৈ আহোঁতে য়াক্কং-কব্ৰেহঁতে মাকক লৈ তৰায়নিৰ মাজেৰে আহিবলগীয়া হৈছিল। তেওঁলোকে তৰা গছৰ আগবোৰ কাটি বাট উলিয়াই ভৈয়াম অভিমুখে যাত্ৰা কৰিছিল। তৰা গছৰ কটা আগবোৰ দুই-এদিনৰ ভিতৰতে অংকুৰিত হ'ল। গতিকে তেওঁলোকক অনুসৰণ কৰা আক্ৰমণকাৰীসকলে ভাবিবলৈ বাধ্য হ'ল যে, বহুত দিনৰ আগতেই বিধৱা আৰু তেওঁৰ পুত্ৰদ্বয়ে সেই ঠাই এৰিছে।

পিছলৈ য়াক্কং আৰু কব্ৰেয়ে নিজৰ বিধৱা মাকৰ সৈতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমতল ভূমিত সুখেৰে বাস কৰিবলৈ ধৰিলে। ভৈয়ামৰ মিচিংসকল এই দুজন ল'ৰাৰেই বংশধৰ।[৬০]

ইয়াৰ উপৰি মিচিংসকলৰ প্ৰব্ৰজন-বৃত্ত সমন্বিত পৰম্পৰাগত জনশ্ৰুতিসমূহৰ ভিতৰত— (ক) 'মিকাপালাট', (খ) কেপচি চিমাদ আৰু (গ) 'মাতবাং বাপেৰ' নামৰ জনশ্ৰুতি তিনিটাতো মিচিংসকলৰ প্ৰব্ৰজনৰ বিষয়ে বিস্তৃত বৰ্ণনা পোৱা যায়।[৬১]

### (ঝ) ১. ব্ৰহ্মপুত্ৰ উপত্যকাত বসতি স্থাপন ঃ

ওপৰোল্লিখিত কাৰণসমূহৰ বাবে পাৰ্বত্য অঞ্চলৰ পৰা ভৈয়ামমুখী হৈ মিচিংসকলে ব্ৰহ্মপুত্ৰৰ উত্তৰ-দক্ষিণ-পূব-পশ্চিম আদি বিভিন্ন নৈ কাষৰীয়া অঞ্চলত বসতি স্থাপন কৰিবলৈ লয়। মিচিংসকল নাৱত উঠি চিয়াং নদীৰ সোঁতৰ অনুকূলে যাত্ৰা কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰি কৈছিল— 'পাচি মিতিৰ মগেঃমাং তাকে মৃৰচৃ দগেঃমাং' অৰ্থাৎ পাচিসকলৰ লগত মিতিৰ নাপাতোঁ আৰু আদা-জলকীয়াও নাখাওঁ।

মিচিংসকলে ডাঙৰ ডাঙৰ নাও নিৰ্মাণ কৰি লৈ নাৱত বয়-বস্তু আৰু পৰিয়াল আদিক ভৰাই লৈ যাত্ৰা কৰিছিল। এই যাত্ৰাৰ সময়তো তেওঁলোকে হেনো কৈছিল। 'কুঃদুম বৃৰ্মাঃ চিক্‌কীম তক্‌তীৰ গেঃমাং', অৰ্থাৎ নাৱৰ টিঙ পচি নোযোৱালৈকে আমি নদীৰ সোঁতত গৈয়ে থাকিম।

অৱশেষত তেওঁলোকে ব্ৰহ্মপুত্ৰৰ মাজৰ পৃথিৱীবিখ্যাত নদী-দ্বীপ মাজুলীত ভৰি দিয়েহি। ইয়াৰ পৰা তেওঁলোক বৰ্তমান নগাঁও জিলাৰ খাগৰিজান অঞ্চল পৰ্যন্ত বিয়পি পৰে। মিচিংসকলৰ এই প্ৰব্ৰজন সংঘটিত হৈছিল সম্ভৱ ইংৰাজসকল অসমলৈ অহাৰ প্ৰায় তিনিশ বছৰ পূৰ্বে অৰ্থাৎ ১৮২৬-৩০০=১৫২৬ চনৰ আশে-পাশে। লাহে লাহে তেওঁলোকে পূবে 'কবু' ঘাটৰ পৰা পশ্চিমে জীয়াভৰলীলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ এই বিস্তীৰ্ণ অঞ্চলত বিয়পি পৰে। মিচিংসকলৰ কিছুমানে সোৱণশিৰি নৈৰ উজনি অংশতো বসবাস কৰিবলৈ লয়।

আকৌ দক্ষিণাঞ্চলৰ ডিব্ৰুগড়, শিৱসাগৰ আৰু যোৰহাট জিলাৰ বোকাখাত আৰু কাজিৰঙাৰ নিকটৱৰ্তী অঞ্চল পৰ্যন্ত মিচিংসকলৰ বসতি লক্ষ্য কৰা যায়। মিচিংসকল প্ৰধানকৈ ব্ৰহ্মপুত্ৰৰ নৈ-উপনৈ

৬০. তৰুণ চন্দ্ৰ পাঃমেগাম ঃ 'মিচিং সাধু', পৃ. ৪২-৪৪

৬১. *ষষ্ঠ অধ্যায় (খ) 'জনশ্ৰুতিমূলক কাহিনী'* (Legend) *শীৰ্ষক* আলোচনা দ্ৰষ্টব্য, পৃ.৩৪২

আদিৰ বিস্তৃত অঞ্চলত বসতি স্থাপন কৰি থকাৰ বাবে তেওঁলোকৰ বাসস্থানৰ নিৰ্দিষ্ট চাৰিসীমা নিৰ্দেশ কৰা টান। তথাপি পুবে শদিয়াৰ পৰা পশ্চিমে শোণিতপুৰ জিলাৰ জীয়াভৰলীলৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰৰ এই বিস্তৃত অঞ্চলটোক বৰ্তমান মিচিংসকলৰ বাসভূমি ৰূপে নিৰ্দেশ কৰিব পাৰি।

আকৌ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ নামচাই, ফিলোবাৰী, লাইকা, চন্তক, গন্ধিয়া, মৰিগাঁও, গমাৰিগুৰি, মিৰিগাঁও আদিতো মিচিং লোক সিঁচৰতি হৈ আছে। ইয়াৰ উপৰি দিহিং, দিচাং, দিখৌ আৰু ধনশিৰি নৈৰ পাৰে পাৰে মিচিং গাঁওবোৰ দেখা যায়। সোৱণশিৰি, ৰঙানদী, দিক্ৰং, বুৰৈ আৰু জীয়াভৰলী, ডিখাৰী, চিমেন্ ঘাই নৈ, জীয়াঢল, কণা নৈ, বগী নদী আদি নৈৰ পাৰে পাৰেও মিচিংসকলৰ গাঁও দেখা যায়।

সম্প্ৰতি জোনাই আৰু জাম্‌জিং অঞ্চলৰ পৰা আৰম্ভ কৰি অৰুণাচলৰ পূব চিয়াং জিলালৈকে মিচিংসকলে বসতি স্থাপন কৰি আছে।

বৰ্তমান মিচিংসকলৰ জনসংখ্যা সাত লাখতকৈ অধিক হ'ব। ইয়াৰে বুজনসংখ্যক অসমৰ তিনিখন জিলা, যেনে— লক্ষীমপুৰ, ধেমাজি, শোণিতপুৰ জিলাত আৰু কিছুসংখ্যকে অৰুণাচলৰ ভৈয়াম অঞ্চলৰ অয়ান নামে গাঁৱত বসবাস কৰি আছে।

১৮৭৯ চনৰ অসমৰ পৰিসংখ্যা হিচাপৰ প্ৰতিবেদনৰ মতে এক বুজনসংখ্যক মিচিং মানুহে নগাঁও জিলাৰ কলিয়াবৰত বাস কৰিছিল।[৬২]

## ২. মিচিংসকলৰ জনসংখ্যা ঃ

মিচিংসকলৰ জনসংখ্যা কিমান আছিল তাক নিশ্চিতকৈ কোৱা টান। সৰ্বপ্ৰথমে W. W. Hunter-এ ১৮৭১ চনৰ 'অসমৰ পৰিসংখ্যা হিচাবৰ প্ৰতিবেদন'ত[৬৩] তলত দিয়া মতে মিচিঙৰ জনসংখ্যা উল্লেখ কৰিছে।

**তালিকা নং- ১**

| ক্ৰঃ নং | জিলা | জনসংখ্যা |
|---|---|---|
| ১ | কামৰূপ | ১০৭ |
| ২ | দৰং | ২,০৪০ |
| ৩ | নগাঁও | ২২৫ |
| ৪ | লক্ষীমপুৰ | ৪,৮৮৬ |
| | মুঠ জনসংখ্যা | ২৪,১২০ |

৬২. W. W. Hunters : Statistical Account of Assam - 1879. Vol. I, p.30

৬৩. I bid, Reprint; 1975 : pp. 30, 113, 181, 236, 307

১৮৮১ আৰু ১৮৯১ চনৰ জনসংখ্যা গণনা[৬৪] মতে মিচিংসকলৰ জনসংখ্যা হ'ল ঃ

তালিকা নং- ২

| ক্রঃ নং | জিলা | ১৮৮১ চন | ১৮৯১ চন |
|---|---|---|---|
| ১ | দৰং | ৩,১১৩ | ২,৭৪৯ |
| ২ | নগাঁও | —— | ২৪৩ |
| ৩ | শিবসাগৰ | ১০,৮৩৬ | ১৫,৫৭৯ |
| ৪ | লক্ষীমপুৰ | ১১,৬৮৭ | ১৮,৬৪০ |
| ৫ | অন্যান্য জিলা | —— | ২১৯ |
| | মুঠ জনসংখ্যা | ২৫,৬৩৬ | ৩৭,৪৩০ |

১৯৬১ চনৰ লোক পিয়লৰ[৬৫] মতে মিচিঙৰ জনসংখ্যা গাঁথনি এনে ধৰণৰ

তালিকা নং- ৩

| ক্রঃ নং | জিলা | জনসংখ্যা | পুৰুষ | স্ত্রী |
|---|---|---|---|---|
| ১ | গোঁৱালপাৰা | ৩,০৫৩ | ১,৭৫৫ | ১,২৯৮ |
| ২ | কামৰূপ | ২৭৬ | ১৯০ | ৮৬ |
| ৩ | দৰং | ১৫,২৯১ | ৭,৮০৪ | ৭,৪৮৭ |
| ৪ | লক্ষীমপুৰ | ৮৪,৯৪৮ | ৪৬,৫০৯ | ৩৮,৪৩৯ |
| ৫ | নগাঁও | ৪,৮২৫ | ২,৫০৮ | ২,৩১৭ |
| ৬ | শিবসাগৰ | ৫৪,৮১৮ | ২৭,৮৬৪ | ২৬,৯৫৪ |
| | মুঠ | ১,৬৩,২১১ | ৮৩,৬৩০ | ৭৬,৫৮১ |

১৯৭১ চনৰ লোক পিয়লৰ মতে অসমত বাস কৰা মিচিঙৰ জনসংখ্যা ২,৫৯,০৫১জন। ইয়াৰ ভিতৰত ১,৩১,৮৬৪জন পুৰুষ আৰু ১,২৭,৭৮৭গৰাকী তিৰোতা। শিক্ষিতৰ হাৰ ১৮.২০ শতাংশ। ইয়াৰ ভিতৰত ৩৭,৬০৬জন পুৰুষ (২৮.৫৪ শতাংশ) আৰু ৯,৬৩৪গৰাকী তিৰোতা (৭.৫৪ শতাংশ) শিক্ষিত।[৬৬]

৬৪. Census Report of India, Part III, Chap. V. A. Reprint 1961, pp. 8-40

৬৫. Census Report of India, 1961, pp. 160, 182, 184

৬৬. Census Report of India,1971, Vol. No. III, Assam, Chap. II (I), p20

**(ঞ) মিচিং ভাষা ঃ**

মিচিং ভাষা পূৰ্বতে কথিত ৰূপত আছিল। তেওঁলোকৰ নিজা লিপিও নাছিল। মিচিং সমাজত লিখিত ভাষা নোহোৱা সম্পৰ্কত এটা মিথধৰ্মী কাহিনীৰ প্ৰচলন দেখা যায়। পূৰ্বতে সৃষ্টিকৰ্তাই পৃথিবীৰ সকলো নৃ-গোষ্ঠীৰ লোকৰ মাজতে আখৰ লিখি দিছিল। মিচিংসকলকো তেওঁলোকৰ নিজস্ব লিপি দিছিল। কিন্তু মিচিং লোকসকলে অন্যান্য সমাজৰ নিচিনাকৈ আখৰ লিখি নাৰাখি পশুৰ ছালত লিখি ৰাখিলে। পিছত তেওঁলোকে কেনেবাকৈ পশুৰ ছালখন পুৰি খাই পেলোৱাত মিচিং আখৰ চিৰদিনৰ বাবে লুপ্ত হ'ল।

আখৰ বা লিপি নাথাকিলেও মিচিংসকলৰ মাজত কথিত ভাষাৰ ব্যৱহাৰ পৰম্পৰাগতভাৱে চলি আহিছে। মিচিংসকলৰ বিভিন্ন খেলৰ মাজত কথিত ভাষাৰ মাজত সাধাৰণ পাৰ্থক্য নথকা নহয়।

মিচিংসকলৰ নিজা লিপি নোহোৱা হেতু তেওঁলোকে পোনতে অসমীয়া লিপিকেই প্ৰয়োগ কৰিছিল যদিও বৰ্তমান ৰোমান লিপি গ্ৰহণ কৰা হৈছে। এই প্ৰসংগত 'মিচিং আগম কৌবাঙ'ৰ দ্বাৰা গঠিত ১৯৭৫ চনৰ ৰুঃ চৌগ্ কৌবাঙৰ ভূমিকা অত্যন্ত বেছি।

মিচিং ভাষা তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ উত্তৰ অসম শাখাৰ অন্তৰ্ভুক্ত। উত্তৰ অসম শাখাৰ ভিতৰত আঁকা, ডফলা, আবৰ, মিৰি (মিচিং), মিচিমি আদি জনগোষ্ঠীৰ ভাষাসমূহ সামৰা হয়। মিচিংসকলে নিজৰ কথিত আৰু লিখিত উভয় ভাষাক সূচিত কৰিবৰ বাবে 'মিচিং আগম' পদটো ব্যৱহাৰ কৰে।

'মিচিং আগম'ৰ লগত নিচি আৰু আদী ভাষাৰ সম্পৰ্ক স্পষ্ট।

**উপভাষা ঃ** মিচিংসকলৰ খেল বা শাখা অনুযায়ী বহুতো উপভাষাৰ প্ৰচলন লক্ষ্য কৰিব পাৰি। যেনে— পাগ্ৰ, চাঃ য়াং, অয়ান, দাম্বুগ্, দৌলু, মঃয়িং, চমুৱা ইত্যাদি।

অৱশ্যে চামুগুৰীয়া, বিহিয়া, তামাৰগঞা আদি খেলৰ লোকে ভঙা ভঙা অসমীয়া ভাষাত কথা-বতৰা পাতে। তেওঁলোকৰ মাজত প্ৰচলিত সম্বন্ধবাচক আৰু নামবাচক শব্দ, পৰম্পৰাগত পূজা-পাতল আদিক সূচিত কৰিবৰ বাবে ব্যৱহাৰ কৰা শব্দবোৰ বিশুদ্ধ 'মিচিং আগম'ৰ পৰা অহা।

পাগ্ৰ, অয়ান, দৌলু, দাম্বুগ্সকলৰ দ্বাৰা কথিত উপভাষাৰ মাজত ৰূপতাত্ত্বিক দৃষ্টিভংগীৰ ফালৰ পৰা বিশেষবৈচিত্ৰ্য দেখা নাযায়। সেইদৰে মঃয়িং, চাঃয়াং উপভাষাৰ মাজতো ৰূপতাত্ত্বিক সাদৃশ্য নোহোৱা নহয়। আকৌ প্ৰত্যেকটো উপভাষাৰে সুৰলহৰী সুকীয়া সুকীয়া।

**মান্য ভাষা ঃ** মিচিং ভাষা বিভিন্ন উপভাষাৰ সমষ্টি। কিন্তু মিচিং সমাজত মান্য মিচিং ভাষা এটি গঢ় লৈ উঠা নাই। শতকৰা ৭৫ ভাগ মিচিং লোকেই পাগ্ৰৰ উপভাষা ব্যৱহাৰ কৰে। অৱশ্যে বৰ্তমান প্ৰায়বিলাক কথিত ৰূপেই লিখিত ৰূপ পাইছে। কিন্তু অসম চৰকাৰে ১৯৮৬ চনৰ পৰা মিচিং বসতি অঞ্চলত প্ৰাথমিক স্তৰ পৰ্যন্ত মিচিং ভাষাক শিক্ষাৰ মাধ্যম স্বৰূপে গ্ৰহণ কৰিছে।

মিচিং ভাষাত প্ৰত্যক্ষভাৱে সুৰৰ (Tone) প্ৰাধান্য নাই যদিও এই ভাষাত বিশেষ দুটা স্বৰ আছে। প্ৰথমটো স্বৰক হ্ৰস্ব স্বৰ আৰু দ্বিতীয়টোক দীৰ্ঘ স্বৰ বোলে। এই দুয়োটা স্বৰে সুকীয়া সুকীয়া সুৰ বৈচিত্ৰ্য বৰ্তমান। একেটা শব্দকে স্বৰৰ বিভিন্নতা অনুসৰি উচ্চাৰণ কৰিলে অৰ্থৰ পাৰ্থক্য হোৱা স্বাভাৱিক। যেনে— কামাং - নাই। কাঃমাং - নাই দেখা বা দেখা নাই; মাদুং - বিচাৰিছোঁ, মাঃদুং - বগাইছে (লতা); লাক্‌কে - বাওঁহাত, লাক্‌কেঃ - হাতৰ আঙুলি; আকে - কিছুমান, আকেঃ - সূতাৰ নেচা; আদুং - ভাজিছে, আঃদুং - সোমাইছে ইত্যাদি।

**বৰ্ণ ঃ** মিচিং ভাষাত বৰ্ণ দুবিধ। স্বৰ বৰ্ণ আৰু ব্যঞ্জন বৰ্ণ।

**স্বৰধ্বনি ঃ** মিচিং ভাষাত সৰ্বমুঠ সাতোটা স্বৰধ্বনি আছে। উচ্চাৰণৰ ফালৰ পৰা এই স্বৰধ্বনিবোৰক আকৌ দুটা ভাগত ভগাব পাৰি। যেনে—

হ্রস্বধ্বনি ঃ অ, আ, আ়ী, অ়্, ই, এ, উ।

দীৰ্ঘধ্বনি ঃ অঃ, আঃ, আ়ীঃ, অ়্ঃ, ইঃ, এঃ, উঃ।

উচ্চাৰণ অনুসৰি স্বৰধ্বনিসমূহক তিনিটা ভাগত ভাগ কৰিব পাৰি ঃ (ক) সন্মুখ (খ) কেন্দ্ৰীয় আৰু (গ) পশ্চ। ই, এ, প্ৰান্তীয় সন্মুখ স্বৰধ্বনি (Front Vowel), উ, অ, আ পশ্চ স্বৰধ্বনি (Back Vowel) আৰু আ়ী, অ়্ কেন্দ্ৰীয় স্বৰধ্বনি (Central Vowel)। দীৰ্ঘ স্বৰ ধ্বনিবোৰ একেদৰেই ভাগ কৰি দেখুৱাব পাৰি। মিচিং স্বৰধ্বনিবোৰ সঘোষ (Voiced)। তেওঁলোকৰ ভাষাত কেইবাটিও দ্বি স্বৰধ্বনি (diphthong) পোৱা যায়। যেনে— অই, অউ, আঅ়্, আই, আউ, অ়্অ, অ়্ই, ইআ়ী, ইঅ়্, ইউ, উই ইত্যাদি।

**ব্যঞ্জন ধ্বনি ঃ** মিচিং ভাষাত সৰ্বমুঠ ১৬টা ব্যঞ্জন ধ্বনি আছে। যেনে— ক, গ. ঙ, চ, জ, ঞ, ত, দ, ন, প, ব, ম, ৰ, ল, ৱ, য়।

উচ্চাৰণ অনুসৰি ব্যঞ্জন ধ্বনিবোৰ তলত দিয়াৰ দৰে ভাগ কৰিব পাৰি ঃ

কণ্ঠ্য ঃ ক, গ, ঙ

দন্তমূলীয় ঃ ত, দ, ন

ঔষ্ঠ্য ঃ প, ব, ম

উষ্ম দন্তমূলীয় ঃ চ, জ, ঞ

ৰণিত ঃ ৰ, ল

অন্তঃস্থ ঃ ৱ, য়

মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই। বিশেষ নাম বা অইন ভাষাৰ শব্দ উচ্চাৰণ কৰোঁতে অৱশ্যে মহাপ্ৰাণ ধ্বনি উচ্চাৰিত হয়।

**স্বৰধ্বনি ঃ**

| | সন্মুখ | কেন্দ্ৰীয় | পশ্চ |
|---|---|---|---|
| উচ্চ | ই | অ়্ | উ |
| উচ্চ মধ্য | ... | আ়ী | ... |
| নিম্ন মধ্য | এ | ... | ... |
| নিম্ন | .... | আ | অ |

চিত্ৰ নং- ১

**ব্যঞ্জন ধ্বনি**

| | | ঔষ্ঠ | দন্তমূলীয় | দন্তমূলীয়/ তালব্য | কণ্ঠ্য |
|---|---|---|---|---|---|
| স্পর্শ | অঘোষ | প | ত | — | ক |
| | ঘোষ | ব | দ | — | গ |
| নাসিক্য | | ম | ন | ঞ | ঙ |
| পার্শ্বিক | | | ল | | |
| কম্পিত | | | ৰ | চ | |
| উষ্ম | অঘোষ | | | | |
| | ঘোষ | | | জ | |
| অঘৃষ্ট প্ৰবাহ | — | ৱ | | য় | |

চিত্ৰ নং- ২

**(ট) ওচৰ-চুবুৰীয়া ভাষাৰ লগত মিচিং ভাষাৰ সমাহৰণ প্ৰক্ৰিয়া ঃ**

মিচিংসকলৰ সুকীয়া ভাষা থাকিলেও তেওঁলোকে ওচৰ-চুবুৰীয়া যিকোনো নৃ-গোষ্ঠী সম্ভূত লোকৰ লগত ভাবৰ আদান-প্ৰদান কৰে অসমীয়া ভাষাৰ সহায়ত। সাংস্কৃতিক জীৱনতো অসমীয়া ভাষাৰ লগত তেওঁলোকৰ গভীৰ সম্পৰ্ক। তেনেদৰে সামাজিক লোকাচাৰ বা লোক প্ৰথা, ভৌতিক সংস্কৃতি আৰু লোক-কলাৰ প্ৰসংগতো মিচিং সংস্কৃতিৰ লগত অসমীয়া সংস্কৃতিৰ সমাহৰণ প্ৰক্ৰিয়া নিৰৱচ্ছিন্নভাৱে সংঘটিত হোৱা দেখা যায়। ইয়াৰ পৰিণতি স্বৰূপে বহুতো মিচিং শব্দ অসমীয়া ভাষাত সোমাইছে। তদনুৰূপে অসমীয়া শব্দৰূপেও মিচিং ভাষাত স্থান পাইছে। মিচিংসকলৰ সাংস্কৃতিক জীৱনত সদা-সৰ্বদাই ব্যৱহাৰ কৰা বিবিধ সামগ্ৰীৰ নামবোধক শব্দবোৰ অসমীয়া ভাষাৰ পৰা আহিছে। মিচিং আৰু অসমীয়া ভাষাৰ শব্দৰূপৰ ক্ষেত্ৰত কিদৰে সম্পৰ্ক ৰক্ষিত হৈ আহিছে তাৰ আভাস তলত উল্লেখ কৰা শব্দকেইটিৰ পৰা অনুমান কৰিব পাৰি। যেনে—

| মিচিং | অসমীয়া |
|---|---|
| পেম্পা | পেঁপা |
| গুংগাং, গগনাং | গ'গনা |
| কৰতাক | টকা |
| মৃজুং | মিজ্জিং/বুঢ়া লোকৰ দৰে |

| | |
|---|---|
| লা | ল/লোৱা |
| চুংকেন | চুক/চুক |
| কাই | কাই/ককাই |
| বাই | বাই/বাইদেউ |
| আতাই | আতাই/সমনীয়া বন্ধুক সম্বোধন কৰা শব্দ |
| তুকুন | টাঙোন/টোকান |
| তৰীপ | তৰপ, জাপি লোৱা কাপোৰ |
| চেনেং | চে, চেনাই। |

এইদৰে অসমীয়া ভাষাৰ পৰা পোনপটীয়াকৈ মিচিং ভাষালৈ অহা শব্দ ঃ

| অসমীয়া | মিচিং |
|---|---|
| মৈ | মৈ |
| নাঙল | নাঙল |
| যুঁৱলি | যুঁৱলি |
| পঘা | পগা |
| নাকি | নাংকি |
| বাতি | বাতি |
| চিলিম | চিলুম্ |
| কেৰেলা | কেৰেলাং |
| বগৰি | বগৰি |
| নাৰিকল | নাৰিকল |
| আলুগুটি | আলুগুটি |
| কৰাই | কৰাই |
| বটা | বটা |
| চালনি | চালনি, ইত্যাদি। |

**তিব্বতীয় শব্দৰ লগত মিচিং শব্দৰ মিল ঃ**

তিব্বতীয় শব্দৰ লগতো মিচিং ভাষাৰ শব্দৰূপৰ মিল দেখা যায়।

| তিব্বতী | মিচিং | অসমীয়া |
|---|---|---|
| মে | অ্যম্/আমী | জুই |
| চু | চি/আচি | পানী |
| মিং | আমিন | নাম |
| মিগ্ | আমিগ্ | চকু |

| | | |
|---|---|---|
| ৰুআ | য়েৰুং | কাণ |
| খ্যি | ইকিঃ ঔকি | কুকুৰ |
| গ্ৰিঙ-মা | দঃগ্ৰিঙ | বেলি |
| শ্বি | চি | মৰ্ (ধাতু) |
| গগ্ৰিঞ্চ্ | আগ্ৰিঙ | দুই |
| পচুম্ | আউস | তিনি |
| কুতী | কুমত্ | প্ৰাৰ্থনা কৰা বা সেৱা কৰা, ইত্যাদি।[৬৭] |

---

৬৭. গণেশ পেগু : 'তানি আগম্' (মানৱ ভাষা), পৃ. ৪৬-৫২ Census Report of India, 1961, pp. 160, 182, 184

# তৃতীয় অধ্যায়
# সামাজিক ৰীতি-নীতি

মিচিং সমাজ জীৱনত প্ৰচলিত ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, অভ্যাস, বিশ্বাস, ধৰ্ম, ভাষা, পোছাক-পৰিচ্ছদ, অয়-অলংকাৰ, খাদ্য আদিৰ জৰিয়তে মিচিং সংস্কৃতিৰ পৰিচয় পোৱা যায়। তলত এইবোৰৰ বিষয়ে বিতং আলোচনা আগবঢ়োৱা হ'ল ঃ

মিচিং সমাজত প্ৰচলিত সামাজিক ৰীতি-নীতি আদি পৰম্পৰাগতভাৱে চলি আহিছে। ভৈয়ামলৈ নামি অহাৰ পিছত মিচিং সংস্কৃতিৰ লগত অমিচিং অসমীয়া সংস্কৃতিৰ সংমিশ্ৰণ ঘটিলেও আৰু মিচিংসকলে হিন্দুধৰ্ম গ্ৰহণ কৰিলেও পৰম্পৰাগত সামাজিক ৰীতি-নীতি আদিৰ পৰা তেওঁলোক সম্পূৰ্ণভাৱে আঁতৰি আহিব পৰা নাই।

**১.০১ সামাজিক আৰু ঘৰুৱা জীৱন ঃ**

মিচিং সমাজত ৰজাৰ পৰম্পৰা নাই। তেওঁলোকৰ সমাজ ব্যৱস্থা গণতান্ত্ৰিক পদ্ধতিৰে নিয়ন্ত্ৰিত। প্ৰতিখন গাঁৱত একোজনকৈ গাম বা গাঁওবুঢ়া থাকে। যেনেকৈ এখন ঘৰৰ আটাইবোৰ পৰিয়াল ঘৰৰ মুখ্যজনৰ দিহামতে চলে, তেনেদৰে গামৰ নিৰ্দেশমতে একোখন গাঁৱৰ লোকসকল চলে। আনকি গাঁৱৰ সমাজ ব্যৱস্থা, বিবিধ মেল-মোকৰ্দমা, বাদ-বিবাদ আদিৰ ক্ষেত্ৰতো গামৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। গাঁৱৰ সকলো মিলি গণতান্ত্ৰিক পদ্ধতিৰে গাম নিৰ্বাচন কৰা দেখা যায়। সমাজৰ আটাইতকৈ অভিজ্ঞ আৰু দক্ষ লোকজনকহে সমূহীয়া কৌবাঙত (সভাত) ৰাইজে নিৰ্বাচন কৰে। ৰজাৰ দৰে গামৰ পদবী বংশানুক্ৰমে বা উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিব নোৱাৰি। আজিকালি মিচিং সমাজৰ প্ৰত্যেক গাঁও বা চুবুৰিত গামৰ সলনি একোজনকৈ গাঁওবুঢ়াহে থাকে। গাম আৰু গাঁওবুঢ়াৰ প্ৰকাৰ্যৰ মাজত বিশেষ পাৰ্থক্য নাই।

**১.০২ কৌবাং (সভা) ঃ**

গামৰ দ্বাৰা পৰিচালিত সামাজিক অনুষ্ঠানটিৰ নাম কৌবাং। গণতান্ত্ৰিক পদ্ধতিৰে গঠিত কৌবাঙত গাঁৱৰ সকলোৱে যোগদান কৰিব পাৰে। বিশেষ পৰিস্থিতি অবিহনে কৌবাঙত মহিলাৰ স্থান নাই। কৌবাঙত সাধাৰণৰ পৰা বিশেষ ধৰণৰ অপৰাধ, মাটি-বাৰীৰ লগত জড়িত কাজিয়া-পেচাল, বাদ-বিসম্বাদ আদিৰ বিচাৰ কৰা হয়। অতীজতে কৌবাং পদ্ধতি তিনি তৰপীয়া আছিল। যেনে— এখন গাঁৱৰ কৌবাং মিলি গঠিত হোৱা সভাক 'কৌবাং' বোলে আৰু কেইবাখনো গাঁৱৰ কৌবাং মিলি গঠিত হোৱা সভাক 'বাংনী কৌবাং' আৰু কেইবাখনো বাংনী কৌবাং মিলি গঠিত হোৱা সভাক 'বাংগ কৌবাং' বোলা হৈছিল। দেশে স্বাধীনতা লাভ কৰাৰ পিছত নতুন নতুন নীতি-নিয়মে মিচিং সমাজৰ পৰম্পৰাগত কৌবাং পদ্ধতিৰ জনপ্ৰিয়তা হ্ৰাস কৰিলেও গাঁৱৰ মেল-মোকৰ্দমা আদি কৌবাঙতেই নিষ্পত্তি কৰা দেখা যায়, উপায় নাপালেহে তেওঁলোক ক'ৰ্ট-কাছাৰীলৈ যাবলৈ বাধ্য হয়।

কৌবাঙৰ উপৰি গাঁৱৰ ডেকা-গাভৰুসকলৰ দ্বাৰা গঠিত 'মৃম্বুৰ-য়াঃমে' (যুৱক সংগঠন) নামে এটা অনুষ্ঠান দেখা যায়। কৌবাং নাইবা গাঁৱৰ সিদ্ধান্ত অনুক্ৰমে এই অনুষ্ঠানে গাঁৱত পঃ ৰাগ, আলি-আই-লৃগাং আদি উৎসৱ পতা, ব'হাগ বিহুত হুঁচৰি গাই ৰং-ধেমালি কৰা আৰু গাঁৱৰ সকাম-নিকাম আদি অনুষ্ঠিত কৰাৰ প্ৰসংগত বিশেষ ভূমিকা গ্ৰহণ কৰে।

১.০৩ মুৰং বা মৃৰং ঘৰ ঃ

পূৰ্বতে কোনো মিচিং গাঁৱৰ লোকসকলক আকস্মিক বিপদ-আপদ, শত্ৰুৰ আক্ৰমণ আদিৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে সেই গাঁৱৰ লোকসকলে নিজৰ ঘৰত নাথাকি ৰাজহুৱাভাৱে নিৰ্মাণ কৰা 'মুৰং বা মৃৰং' ঘৰত থাকিব লগা হৈছিল।

অৰুণাচলৰ আদীসকলৰ মাজতো গাঁৱৰ ডেকাসকল সমাজৰ উমৈহতীয়া ঘৰত থকাৰ নিয়ম। আদী ভাষাত এনে ঘৰক 'মচুপ' বা 'দেৰে' আৰু ছোৱালী থকা ঘৰক 'ৰাচেং' বোলে।

মিচিং সমাজৰ সামাজিক, আৰ্থিক আৰু ৰাজনৈতিক জীৱনত মুৰং ঘৰে যিদৰে বিশেষ স্থান দখল কৰি আছে তেনেদৰে ভাৰতবৰ্ষৰ অন্যান্য জনজাতীয় সমাজতো এনে যুৱগৃহ নিৰ্মাণ পৰম্পৰাৰ প্ৰচলন দেখা যায়। এই প্ৰসংগত ভিক্ষু কুণ্ডিন্যই ভাৰতবৰ্ষৰ অন্যান্য জনজাতীয় আৰু উত্তৰ-পূৰ্বাঞ্চলৰ 'যুৱগৃহ' নিৰ্মাণৰ সন্দৰ্ভত উল্লেখ কৰা বিভিন্ন যুৱগৃহসমূহৰ নাম উল্লেখ কৰিব পাৰি ঃ ছোটনাগপুৰৰ মুণ্ডা, খৰিয়া আদি জনজাতীয় সমাজত যুৱগৃহৰ প্ৰচলন দেখা যায়। মধ্যপ্ৰদেশৰ গোড় তথা ভূঁইয়া সমাজতো তেনে গৃহ আছে। উত্তৰ-পূৰ্বাঞ্চলৰ নগা, কুকী গাৰো, টাংচা আদি জনজাতীয় সমাজতো মুৰং ঘৰৰ দৰে ঘৰ নিৰ্মাণ কৰাৰ পদ্ধতি অতি পুৰণিকালৰ পৰাই চলি আহিছে। উত্তৰ প্ৰদেশৰ ভোটীয়াসকলৰ যুৱগৃহ 'ৰংবং' অতি আকৰ্ষণীয়। মৰিয়া জনজাতিসকলৰ মাজত প্ৰচলিত 'ঘোতুল' নামৰ যুৱগৃহই জনজাতিসকলৰ সমাজত পৰম্পৰা ৰক্ষা কৰি আহিছে। উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতিসকলৰ মাজত প্ৰচলিত যুৱগৃহৰ নাম বিভিন্ন ধৰণৰ। অৰুণাচলৰ মিয়ংসকলৰ মাজত 'দেৰে', গাৰো সমাজত 'নোকপাংতে' আৰু আংগামী নগাসকলৰ মাজত 'কিংচুকী' নামেৰে যুৱগৃহসমূহ পৰিচিত। আকৌ লোথা নগাৰ 'চম্পো', খাচী জনজাতিৰ 'চাংগ', কাৰবিৰ 'ৰিসোমাৰ' আৰু টাংচা জনজাতিৰ 'লেপোংগ' ৰূপে যুৱগৃহসমূহ জনাজাত।[১]

১.০৪ গাঁও আৰু গৃহনিৰ্মাণ পদ্ধতি ঃ

শতকৰা ৮০ বা ৯০ ভাগ মিচিং গাঁও নদীৰ পাৰত অৱস্থিত। নদীৰ লগত মিচিং সমাজৰ নিবিড় সম্পৰ্ক। পাহাৰত থকা কালত মিচিংসকলে যিদৰে দল বান্ধি বাস কৰিছিল তদ্ৰূপ ভৈয়ামলৈ অহাৰ পিছতো তেওঁলোকে অতীতৰ পৰম্পৰা মতেই দল বান্ধি গাঁও পাতি নদীৰ পাৰত বাস কৰে।

১.০৫ গৃহনিৰ্মাণ পদ্ধতি ঃ

মিচিং ঘৰবোৰ সাধাৰণতে চাংঘৰ। চাংঘৰ সজাৰ কেইবাটাও কাৰণ দেখা যায়। যেনে— (ক) বানপানী আৰু (খ) বনৰীয়া জীৱ-জন্তুৰ পৰা আত্মৰক্ষা। (গ) চাংঘৰত শুৱৰ বাবে কাঠৰ বিছনাৰ

১. ভিক্ষু কুণ্ডিণ্য ঃ মিচিং জনজাতি, পৃ.১৮২

প্রয়োজন নাই, (ঘ) আলহী-অতিথিক একেলগে আশ্রয় বা শুবলৈ দিয়াত বিশেষ সুবিধা, (ঙ) ডাঙৰ সকাম-নিকামৰ বাবে উপযোগী, (চ) চাংঘৰৰ তলত কুকুৰা, গাহৰি, গৰু আদি পোহনীয়া জীৱ-জন্তুবিলাক ৰাখিবলৈ সুবিধা হয়।

চাংঘৰ নিৰ্মাণ পদ্ধতিৰ জৰিয়তে মিচিংসকলৰ কলা-কুশল মনৰ পৰিচয় পোৱা যায়। এইফালৰ পৰা জীৱন-শৈলীৰ নিদৰ্শন স্বৰূপেই যে মিচিংসকলে চাংঘৰত বাস কৰি আহিছে তাত সন্দেহ নাই।

এই চাংঘৰবোৰ দহ-তৰপীয়া। বাঁহ-বেত, খেৰ-কাঠ আদিৰে নিৰ্মিত চাংঘৰবোৰৰ পৰিয়ালৰ সংখ্যা অনুযায়ী দৈৰ্ঘ্য আৰু প্ৰস্থ নিৰ্ণয় কৰা হয়। চাংঘৰৰ ভিতৰত কোঠাৰ ব্যৱস্থা মুঠেই নাথাকে। একেটা চাংঘৰতে ৰন্ধা-বঢ়া, খোৱা-বোৱা, থকা-মেলা আদি সকলো কাম সম্পন্ন কৰে। অমিচিং সমাজত থকা ঘৰৰ দৰে বাট-চ'ৰা, চ'ৰা-ঘৰ, বৰঘৰ, মাৰল ঘৰ, পাকঘৰ, গোসাঁইঘৰ আদি মিচিং সমাজত নাথাকে। এই প্ৰসংগত বিৰিঞ্চিকুমাৰ বৰুৱাই এনেদৰে মন্তব্য প্ৰকাশ কৰিছে— 'তেওঁলোকে (মিচিংসকলে) এটি দীঘল চাংঘৰ সাজে, শত্ৰুৰ পৰা ৰক্ষা পাবলৈ একে ঘৰতে পৰিয়ালৰ সকলোৱে বাস কৰে, একে ঘৰতে বিভিন্ন কাৰ্য সাধন কৰে। চাংঘৰৰ তলত গৰু, গাহৰি, কুকুৰা পোহে। কোনো জনজাতিৰ চাংঘৰবোৰৰ তলেদি বনৰীয়া হাতীয়ে সহজেই অহা-যোৱা কৰিব পাৰে। মিচিংসকলে চাংঘৰৰ কাৰণে বনৰীয়া জন্তুৰ বাহিৰেও বান-পানীৰ পৰাও ৰক্ষা পায়'।[২]

অসমৰ অন্যান্য জনজাতীয় লোকৰ গৃহ-নিৰ্মাণ পদ্ধতিৰ লগত মিচিঙৰ গৃহ-নিৰ্মাণ পদ্ধতিৰ সাধাৰণ সাদৃশ্য নথকা নহয়। সাধাৰণতে চাংঘৰবোৰ দুচলীয়া। বৰষুণৰ পানী অতি সহজে বাগৰি আহিব পৰাকৈ ছাল দুখন [illegible] নিৰ্মাণ কৰা হয়। প্ৰায়বিলাক চাংঘৰ পূব আৰু পশ্চিমমুৱা। পূবফালে মুখ কৰি পশ্চিমফালে পিছমুখ দিয়াকৈও চাংঘৰ সাজিব পাৰি, কিন্তু পশ্চিম আৰু উত্তৰমুৱাকৈ এইবিধ ঘৰ সজাটো নিষিদ্ধ। এই সন্দৰ্ভত তৰুণ চন্দ্ৰ পাঃমেগামৰ এটি উক্তি উল্লেখযোগ্য— 'নৈ সাধাৰণতে পূবৰ পৰা পশ্চিমলৈ বয়। মিৰিসকলৰ ঘৰবোৰ সদায় নৈ মুখীয়া। গতিকে প্ৰায় মিৰি গাঁৱৰে ঘৰবোৰ উত্তৰ দক্ষিণমুখী। নৈয়ে ক'ৰবাত পাক লৈ উত্তৰ দক্ষিণমুৱা হৈ বৈ গ'লেও তাৰ পাৰত থকা ঘৰবোৰ পূবমুৱা হব।'[৩]

মিচিংসকলে আজিকালি প্ৰায়েই ঘৰৰ পিছফালে এটা টুপ লগাই ঘৰ সাজে। অঞ্চল বিশেষে আধুনিকতাৰ চাপ পৰি ঘৰৰ দুই মূৰত দুটা টুপ লগোৱাও দেখা গৈছে। চাংঘৰৰ মূৰৰ অংশ এটা কোঠালীৰ সমান কৰি বেৰ নিদিয়াকৈ মুকলিকৈ ৰখা হয়। এই অংশটোক 'তুংগীং' বোলা হয়। সাধাৰণতে তুংগীঙত অতিথিয়ে জিৰণি লয় আৰু অবিবাহিত ডেকা ল'ৰাই তাত ৰাতি শোৱে। জহৰ দিনত যিকোনো মানুহেই তুংগীঙত জুৰ ল'ব পাৰে। আনহাতে ঘৰৰ যাৱতীয় সামগ্ৰীসমূহো এই ঠাইত ৰাখিব পাৰি।

ঘৰৰ পিছফালে বেলেগে চাংঘৰৰ লগত সংযোগ কৰি এটা সুকীয়া চাংঘৰ 'কাৰী' বা 'য়ৰা' সাজি লোৱা হয়। এই চাঙত ধান, খৰি শুকুওৱা হয় আৰু জহকালি ঘৰৰ মানুহে বহু ৰাতিলৈ তাত জুৰ লয়।

---

২. *বিৰিঞ্চি কুমাৰ বৰুৱা ঃ অসমৰ লোক-সংস্কৃতি*, পৃ.২১

৩. *তৰুণ চন্দ্ৰ পাঃমে গাম ঃ* 'মিৰি সমাজৰ ঘৰ আৰু ঘৰলোৱা', (মিচিং সংস্কৃতিৰ আলেখ্য) পৃ.২৪৬

আগফালে চাং নসজাকৈ খালী কৰি ৰখা চোতাল অংশক 'লত্তা' বোলে। ইয়াত ঢেঁকী অৰ্থাৎ ধান বনা খুবলি ৰখা হয়।

চাংঘৰৰ ওপৰৰ অংশত পাঁচভাগ থাকে আৰু তলৰ অংশত পাঁচতৰপ থাকে। ওপৰৰ পাঁচ অংশ এনেদৰে ভাগ কৰা হৈছে— 'তাচে চেলাপ', 'চাঃ য়িং', 'নিঃ পিৰ', 'লঃ দা আৰু দুগ্‌য়িৰ', 'বাংকুং'। বাংকুঙৰ ঠিক মাজ অংশতেই থাকে 'পিচ-চয়াৰ' চাংখন, ৰাতি ইয়াতেই ঘৰৰ পৰিয়ালবিলাক শোৱে।

তলৰ অংশক এনেদৰে ভাগ কৰিব পাৰি যেনে— 'পিচ', 'পৰপিয়াস্', 'বৗনৗৰ', 'জঃ পং', 'ঔৰতক্'।

চাংঘৰ দহ-তৰপীয়া কিয় কৰিব লগা হ'ল ইয়াৰ ব্যাখ্যা এনেদৰে দিব পাৰি ঃ 'ওপৰৰ পাঁচতৰপে তেওঁলোকৰ মূৰত ৰ'দ-বৰষুণ, বতাহ-ধুমুহা, বিজুলী-ঢেৰেকণি পৰিবলৈ নিদিয়াকৈ ৰাখে। তলৰ পাঁচতৰপে আকৌ পোক-পৰুৱা; সাপ-বেং আদি নানা জীৱ-জন্তুৰ উপৰি মাটিৰ বেয়া বাষ্পৰ পৰা তেওঁলোকক ৰক্ষা কৰে।'[8]

ইয়াৰ বাহিৰেও চাংঘৰৰ তলত যাৱতীয় খৰি-খেৰ থোৱা হয় আৰু কেতিয়াবা তাঁতশাল পতা ঠাই ৰূপেও ব্যৱহাৰ কৰা হয়।

মিচিং চাংঘৰৰ তুংগীঙৰ পৰা প্ৰথম দুৱাৰখন খুলি সোমালেই ঘৰৰ ঠিক মাজ অংশত বা পিছ অংশত মৗৰাম্ পোৱা যায়। 'মৗৰাম'ৰ ওপৰত 'পৗৰাব্', পৗৰাবৰ ওপৰত 'ৰাব্‌তৗ' আৰু ৰাব্‌তৗৰ ওপৰত 'কুম্বাং' নামে তিনিটা বিশেষ ধোঁৱা চাং থাকে। বৰষুণৰ বতৰৰ বাবে ধান, খৰি আৰু মাছ উক্ত চাংবোৰত শুকুৱাই থোৱা হয়। ধোঁৱা চাঙত 'আপং', 'নাম্‌চুং' আদি যাৱতীয় সামগ্ৰীবোৰ ৰখা হয়।

ঘৰৰ ভিতৰৰ অংশত বিশেষ দুটা ভাগ আছে— 'ৰৃঃ চুং' আৰু 'কক্‌তক্'। ৰৃঃ চুঙত ঘৰৰ পুৰুষ আৰু অতিথিসকল, কক্‌তগত মহিলাসকলে জিৰণি লয়। ৰৃঃ চুঙৰ ফালে মূৰৰ শিতান দি শোৱে। ৰৃঃ চুঙৰ 'চয়াৰ'ৰ মূৰৰ ফালে 'চঃপন' থাকে। চঃপনত 'গাদু', 'দুম্‌গীং', 'বৗদু গাচৰ' আদি যাৱতীয় সাজপাৰবোৰ ৰাখে। বহাৰ মূৰৰ শিতানৰ ফালেও আন এটা চঃপন থকা দেখা যায়। তাত বিশেষকৈ 'আব্‌বুগ্', 'মেন্‌চং' আৰু বিভিন্ন পশুৰ শিং আদি সজাই থোৱা থাকে। ইয়াৰ বাহিৰেও মূৰৰ শিতানৰ অংশত বৰপেৰা, 'অদুম', কাঁহ-পিতলৰ বটা, লোটা আদি ৰখা হয়। 'কক্‌তগ'ৰ ফালে 'কিঃ ৰা', 'আৰৗম্-বাতি', কেৰাহী, খৰি, পানী থোৱা কলহ আৰু 'তাঃচুগ' থাকে।

### ১.০৬ ঘৰ-ভেটি লোৱাৰ নিয়ম ঃ

প্ৰচলিত নীতি অনুসৰি মিচিংসকলে গৃহনিৰ্মাণৰ স্থান নিৰ্বাচন কৰে। স্থান নিৰ্বাচন কৰিবলৈ চোৱা মংগলক 'তাগিৰ কাঃনাম্' বোলে। ঘৰৰ ভেটিৰ বাবে নিৰ্বাচন কৰা ঠাইডোখৰত চাৰিডাল খুঁটি মাৰি চাৰিটা সৰু গাঁত খান্দি চাৰিটা বা তিনিটা নভঙা চাউল তৰা পাতত টোপোলা কৰি পুতি থোৱা হয়। আগদিনা গধূলি গাঁৱৰ বয়োবৃদ্ধ বা মিবুৰ দ্বাৰা এই কাৰ্য সম্পাদন কৰা হয়। উল্লেখযোগ্য যে চাউল থোৱাৰ সময়ত ঘৰৰ উপৰিপুৰুষসকলৰ নাম উচ্চাৰণ কৰি এইদৰে মন্ত্ৰ আবৃত্তি কৰা হয়।

---

৪. গণেশ পেগু ঃ 'দহতৰপীয়া মিচিংঘৰ' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩০৬

'তাঃ ত য়াঃ য় নলু
গুঃ মৃন চঃ য়িং আ্পপৃঙী
চিদী অকুম কুমদাঃ চীম কাঃ তেইকা।'

'হে উপৰিপুৰুষ পিতৃ-মাতৃসকল আৰু গৃহ পালিতা দেৱতাসকল, এই ভেটিটো সাজিবৰ কাৰণে উপযুক্ত হয়নে নহয় তোমালোকে চাই দিয়া।'

পিছদিনা ৰাতিপুৱা পুতি থোৱা চাউলৰ টোপোলাকেইটা বৰ সাৱধানে উলিয়াই আনি খুলি চায়। বিশ্বাস যে পুতি থোৱা চাউলৰ হৰণ-ভগন হ'লে সেই ঠাইত ঘৰ-ভেটি ল'লে ঘৰত নানা অপায়-অমংগল হোৱাৰ সম্ভাৱনা থাকে।

**১.০৭ অকুম গিঃচাং (ঘৰ লোৱা) ঃ**

ঘৰ লোৱা দিনটোক 'অকুম্ গিঃচাং' বোলা হয়। উক্তদিনা গাঁৱৰ সকলো ৰাইজ তথা অঙহী-বঙহীক মাতি আনি ঘৰ লোৱা কাম আৰম্ভ কৰে। গাঁৱৰ বয়োজ্যেষ্ঠ বা সাধু লোকৰ দ্বাৰা প্ৰথমে ঘৰৰ ডাঙৰীয়া-সকাম সম্পন্ন কৰা বিধেয়। লগতে ঘৰৰ মৃত উপৰিপুৰুষসকলকো গিঃচাঙৰ দিনাখন স্মৰণ কৰি নতুন 'মৌৰাম'ৰ চাৰি চুকত আপং ঢালি দি ঘৰখনৰ আটাইকে 'পুঃপ-জাৰপ মতেইকা' বুলি প্ৰাৰ্থনা কৰে। তাৰ পিছত ৰাইজক মাছ, মাংস আৰু আপঙেৰে ভোজ-ভাত খুৱায়।

**১.০৮ অভ্যাস, স্বভাৱ আদি ঃ**

মিচিংসকল শান্ত প্ৰকৃতিৰ লোক। অতীত কালৰ পৰাই মিচিংসকলে স্বতন্ত্ৰীয়াকৈ থাকি ভাল পায়। কাৰো লগত যুদ্ধ-বিগ্ৰহ, হাই-কাজিয়া কৰি ভাল নাপায়। কিন্তু অন্যায় আৰু ন্যায়ৰ প্ৰতি তেওঁলোক সদা-সৰ্বদাই সচেতন। স্বাধীন-চিতীয়া উদাৰ প্ৰকৃতিৰ মুক্ত পৰিৱেশত বাস কৰি অহা মিচিংসকলৰ স্বভাৱ প্ৰকৃতিৰ দৰে শান্ত আৰু সৰল। তেওঁলোকে বিশাল ব্ৰহ্মপুত্ৰ আৰু সোৱণশিৰিৰ দুয়ো পাৰৰ অৱবাহিকাত বাস কৰি ভাল পায়।

মিচিংসকলৰ আন এটা অভ্যাস হৈছে সঘনাই বসতি স্থান সলনি কৰাৰ প্ৰৱণতা। প্ৰধানকৈ খেতিৰ মাটিবোৰ অনুৰ্বৰ হ'লেই তেওঁলোকে এখন ঠাইৰ পৰা আন এখন ঠাইত বসতি স্থাপন কৰে। এই প্ৰসংগত অধ্যাপক দুৰ্গেশ্বৰ দলেয়ে উল্লেখ কৰিছে— 'ৰাজনৈতিক, সাংস্কৃতিক আৰু প্ৰাকৃতিক কাৰণতে মিচিংসকলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ এঠাইৰ পৰা আন ঠাইলৈ প্ৰব্ৰজন কৰিছিল।'[৫]

অৱশ্যে আজিকালি শিক্ষিত লোক বাঢ়ি অহাৰ লগে লগে তেওঁলোকৰ মাজতো স্থায়ীভাৱে ভিতৰুৱা ওখ ঠাইত বসতি কৰিবলৈ লোৱাৰ লগে লগে তেওঁলোকৰ পূৰ্বৰ স্বভাৱৰ কিছু পৰিবৰ্তন ঘটিছে। অৱশ্যে এইটোও ঠিক যে তেওঁলোকে নদী কাষৰীয়া ঠাইৰ মোহ এৰিব পৰা নাই। ইয়াৰ প্ৰধান কাৰণ হ'ল নদীৰ পাৰৰ জান-জুৰি, নৈ-বিল-খালবোৰত মাছ-পুঠিৰ অভাৱ নহয়। নদীৰ পাৰত গজি উঠা নল-খাগৰিৰে ভৰা চাপৰিবোৰত গৰু, ম'হ, হাতী সহজেই চৰাব পাৰি।

---

৫. D. Doley : 'Pattenrs and Causes of Land alienations of the Mishing Tribe of Assam', in alienation of Tribal Land and ndebtedness, p. 54
Edited by B. N. Bardoloi, Tribal Research Institute, Assam.

মিচিংসকল আমোদপ্ৰিয়। তেওঁলোক আপং, নাচ-গান, খেলা-ধূলা আৰু সমূহীয়া চিকাৰৰ প্ৰতি বিশেষভাৱে অনুৰাগী। সেয়েহে পুৰুষ-মহিলা, ডেকা-গাভৰু, ল'ৰা-ছোৱালী নিৰ্বিশেষে মুকলিমূৰীয়াকৈ নাচ-গান আদিত ভাগ ল'ব পাৰে।

মিচিংসকলে সমবায় প্ৰথাৰে খেতি-বাতি কৰে, ঘৰ সাজে আৰু চিকাৰত ভাগ লয়। এই সমবায় পদ্ধতিত ধনী-দুখীয়াৰ প্ৰভেদ নাথাকে।

আনকি মিচিং গাভৰুসকলে একেলগে একেঠাইতে বহি তাঁত ব'ব পৰাকৈ সমূহীয়া ঘৰ সাজি লয়। তাত গাঁৱৰ গাভৰুসকলে একেলগে হাঁহি-ধেমালি কৰি তাঁত বৈ ভাল পায়। তেতিয়া ইজনীয়ে বাচিব নজনা ফুল সিজনীৰ পৰা শিকি লয়। তেনেকৈ জাক পাতি গাভৰুসকলে পথাৰ-সমাৰ আৰু চাপৰিলৈ যায়। সামূহিকভাৱে কাম কৰি আনন্দ লাভ কৰাটো তেওঁলোকৰ জন্মলব্ধ অভ্যাস।

**১.০৯ অতিথি সৎকাৰ ঃ**

মিচিংসকল অতিথিপৰায়ণ। তেওঁলোকে অতিথিক আপং নামৰ পানীয় খাদ্যৰে আপ্যায়িত কৰে। অতিথিক ভাল-বেয়াৰ বাতৰি সোধাৰ পৰিৱৰ্তে ভাত-পানী খালেনে নাই তাৰহে খবৰ লয়। অতিথিক মাছ-মাংসৰে ভাত খুৱায়।

মিচিং সমাজত ইঘৰৰ অতিথিক সিঘৰে মাতি নি এসাঁজ খুওৱাটো পৰম্পৰাগত বৈশিষ্ট্য বুলিব পাৰি। স্ব-গোষ্ঠীয় অতিথিৰ লগত দুই-এজন বন্ধু-বান্ধৱে একেলগে একেখন কাঁহীতে ভাত খোৱা নিয়মো দেখা যায়। বাকী ঘৰৰ ল'ৰা-ছোৱালী, ককাই-ভাই, বায়েক-ভনীয়েক আৰু বোৱাৰীবিলাকেও একেখন কাঁহীতে ভাত খায়।

আনহাতে ৰাজহুৱা উৎসৱ যেনে— 'পঃ ৰাগ্' আৰু 'আলি-আই-লৃগাঙ'ত নিমন্ত্ৰিত আৰু অ-নিমন্ত্ৰিত সকলো অতিথিকে সমানে আপ্যায়িত কৰাটো বিশেষ লক্ষ্যণীয়।

**২.০০ কৃষি কৰ্ম ঃ**

পাহাৰত থাকোতে মিচিংসকলে জুম প্ৰণালীৰে খেতি কৰিছিল। এই জুম প্ৰণালীৰে কৰা খেতিৰ ভিতৰত আহুধান আৰু আম্‌ৰ ধানেই প্ৰধান। নাঙলৰ সলনি তেতিয়া কোৰ, খন্তি, কুঠাৰ আৰু জোঙা হাঁকুতি ব্যৱহাৰ কৰিছিল। এই প্ৰথম পৰ্যায়টোক Hoe Culture বা কোৰ-সংস্কৃতি আখ্যা দিব পাৰি। এই প্ৰক্ৰিয়া মতে হাবি-বননি ভাঙি জুই দি ইখনৰ পিছত সিখন ঠাই এৰি জুম খেতি কৰাটো অতি কষ্টকৰ আছিল।

দ্বিতীয় পৰ্যায়ৰ খেতি পদ্ধতি আৰম্ভ হয় পাহাৰ এৰি ভৈয়ামলৈ নামি ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰিবলৈ লোৱাৰে পৰা। এই দ্বিতীয় পৰ্যায়টোত খেতি পদ্ধতি হ'ল— নাঙল আৰু বিবিধ লোহাৰ যন্ত্ৰৰে আগতকৈ উন্নত ধৰণে কৰা পদ্ধতি, যাক Plough Culture বা নাঙল-সংস্কৃতি বুলিব পাৰি। এই পদ্ধতি অবলম্বন কৰাৰ লগে লগে তেওঁলোকে ব্ৰহ্মপুত্ৰৰ উপত্যকাৰ উৰ্বৰা অঞ্চলবিলাকত ঋতুকালীন আহু, বাও আৰু শালি ধানৰ খেতিৰ উপৰি মাহ, সৰিয়হ, মটৰ মাহ আদিৰ খেতি কৰিবলৈ ধৰিলে।

খেতিপথাৰত যাতে বনৰীয়া জীৱ-জন্তুৱে অপকাৰ কৰিব নোৱাৰে তাৰ বাবে পথাৰৰ মাজত টঙী ঘৰ সাজি ৰখাৰ প্ৰথম পদ্ধতি প্ৰৱৰ্তন কৰিলে মিচিং সমাজে। পথাৰৰ মাজত টঙী সজাৰ এই নিয়ম বৰ্তমান ভৈয়ামৰ অন্যান্য জাতি-জনগোষ্ঠীলৈও লাহে লাহে সম্প্ৰসাৰিত হ'বলৈ ধৰিলে।

**২.০১ সামাজিক লোকাচাৰ বা লোকপ্ৰথা ঃ**

মৌখিক সাহিত্য আৰু ভৌতিক সংস্কৃতিৰ মাজতে পৰম্পৰাগত জীৱন অৰ্থাৎ traditional life। পৰম্পৰাগত জীৱনক সামাজিক লোক আচাৰ-ব্যৱহাৰ বা সামাজিক লোকাচাৰ অথবা লোকপ্ৰথা আখ্যা দিব পাৰি। সামাজিক লোকাচাৰ বা লোকপ্ৰথাৰ প্ৰসংগত ব্যক্তিগত অন্যান্য ক্ৰিয়াতকৈ সামাজিক অন্যান্য ক্ৰিয়াৰ ওপৰত তুলনামূলকভাৱে অধিক গুৰুত্ব আৰোপ কৰা দেখা যায়। সমাজ আৰু পৰিয়ালৰ দ্বাৰা উদ্‌যাপিত কৃষি, জন্ম-মৃত্যু-বিবাহ আদি সম্পৰ্কীয় ৰীতি-নীতি আৰু আচাৰ-অনুষ্ঠানক সামাজিক লোকাচাৰ বা লোকপ্ৰথাৰ পৰিসীমাৰ ভিতৰত সামৰিব পাৰি। এইধৰণৰ ৰীতি-নীতি আৰু আচাৰ-অনুষ্ঠান মুখ্যতঃ লোক-বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত।[৬]

সামাজিক লোকাচাৰ বা লোকপ্ৰথাক তলত দিয়াৰ দৰে শ্ৰেণী বিভাজন কৰিব পাৰি ঃ

(ক) উৎসৱ-অনুষ্ঠান,

(খ) অৱসৰ বিনোদন আৰু খেল-ধেমালি,

(গ) লোক ঔষধ আৰু

(ঘ) লোকধৰ্ম।[৭]

**উৎসৱ-অনুষ্ঠান ঃ**

পৃথিৱীৰ প্ৰত্যেক জনগোষ্ঠীৰে নিজা নিজা উৎসৱ-অনুষ্ঠান থকাৰ নিচিনাকৈ মিচিংসকলৰো সুকীয়া উৎসৱ-অনুষ্ঠান পৰম্পৰাগতভাৱে উদ্‌যাপিত হৈ আহিছে। এই উৎসৱ-অনুষ্ঠানসমূহৰ ভিতৰত 'আলি-আই-লৃগাং' আৰু 'পঃ ৰ[illegible]' উল্লেখযোগ্য। এই দুয়োটা উৎসৱেই কৃষিৰ লগত সম্পৃক্ত। মিচিংসকলৰ জাতীয় উৎসৱ ৰূপেও এই উৎসৱ দুটিৰ তাৎপৰ্য মন কৰিবলগীয়া।

**ঋতুকালীন উৎসৱ ঃ**

**(ক) আলি-আই-লৃগাং ঃ** 'আলি-আই-লৃগাং'ৰ অৰ্থ এনেদৰে দেখুৱাব পাৰি— 'আলি' মানে মাটিৰ তলত হোৱা আলু বা বীজ, 'আয়ে' মানে গছৰ গুটি বা ফলমুল, 'লৃগাং' মানে সিঁচা বা সিঁচিবলৈ আৰম্ভ কৰা অৰ্থাৎ পথাৰত শস্য সিঁচাৰ প্ৰথম দিন।

প্ৰতি বছৰে ফাগুন মাহৰ প্ৰথম বুধবাৰৰ দিনটোত আলি-আই-লৃগাং উৎসৱ অনুষ্ঠিত হয়। মিচিংসকলে ফাগুনৰ প্ৰথম বুধবাৰৰ দিনটোক লক্ষ্মীৰ দিন ৰূপে গণ্য কৰে। এই দিনাৰ পৰাই মিচিং গাঁওসমূহত ৰাজহুৱাভাৱে বা ব্যক্তিগতভাৱে পথাৰত আহুধানৰ বীজ সিঁচাৰ কাম আৰম্ভ কৰে। এই উপলক্ষে সামূহিকভাৱে গাঁওবোৰত পাঁচ দিন ধৰি লৃগাং উৎসৱ পালন কৰা হয়। বসন্ত কালত অনুষ্ঠিত হোৱা এই উৎসৱক 'বসন্ত উৎসৱ' (Spring time festival) বুলি কোৱাৰ সাৰ্থকতাও নোহোৱা নহয়। উৎসৱৰ পাঁচোটি দিনতে প্ৰত্যেক ঘৰতে ডেকা-গাভৰুসকলে ঢোল, পেঁপা, গগণা, বৰকাঁহ, তাল আদি বজাই গুমৰাগ্ নৃত্য নাচে। বিশ্বাস প্ৰচলিত আছে যে, লৃগাং উৎসৱত গুমৰাগ্ নাচ নানাচিলে, বৰকাঁহ নবজালে বৰষুণ নহয়, পথাৰত সিঁচা বীজবোৰ অংকুৰিত নহয়।

---

৬. নবীন চন্দ্ৰ শৰ্মা ঃ অসমীয়া লোক-সংস্কৃতিৰ আভাস, পৃ.৫

৭. R. M. Dorson (ed.) : Folklore and Folklife, p.3

লৃগাং উৎসৱত অধিক শস্য প্ৰজননৰ নিমিত্তে দঃগ্ৰি-পঃল, কাৰ্চিন-কৰ্তা, চেঃদি-মেঃল আদি দেৱতাসকলক উপাসনা কৰাৰ উপৰি মৃত পূৰ্ব-পুৰুষসকলকো পূজা-অৰ্চনা আগবঢ়োৱা দেখা যায়।

**(খ) পঃৰাগ ঃ** আলি-আই-লৃগাং উৎসৱৰ পিছতেই পঃৰাগ উৎসৱৰ নামোল্লেখ কৰিব পাৰি। লৃগাঙৰ দৰে পঃৰাগো কৃষি উৎসৱ। ইয়াক 'নৰা-চিগা' বিহুও বোলা হয়; যিহেতু এই উৎসৱ ধান কাটি চপোৱাৰ অন্তত অৰ্থাৎ ধানৰ নৰা ছিগাৰ সময়তহে অনুষ্ঠিত হয়।

আনহাতে প্ৰধানতঃ ডেকা-গাভৰুসকলৰ প্ৰচেষ্টাত বা উদ্যোগত এই উৎসৱটি উদ্‌যাপিত হোৱাৰ বাবে অঞ্চল বিশেষে ইয়াৰ নাম 'মৃম্‌বৃৰ-য়াঃমে'। ডেকা-গাভৰুৰ প্ৰচেষ্টাত এই উৎসৱ হয় যদিও গাঁৱৰ ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোৱে ইয়াৰ লগত জড়িত হৈ থাকে।

পঃৰাগ্ উৎসৱ পাতিবৰ বাবে মুৰং ঘৰ নিৰ্মাণ কৰাটো অপৰিহাৰ্য। এই ঘৰ/গাঁৱৰ মূৰত নাইবা মুকলি আহল-বহল ঠাইত সজা দেখা যায়। ঘৰৰ চ'টি আৰু খুঁটাবোৰ চিত্ৰ-বিচিত্ৰ কাৰু-কাৰ্যৰে জাতিষ্কাৰ কৰে। ছবিৰ ভিতৰত দুই মূৰে সূৰ্য আৰু ড্ৰেগনৰ চিত্ৰ অংকন কৰা থাকে। ড্ৰেগন চিত্ৰ অংকনৰ জৰিয়তে তেওঁলোকে তিব্বতীয়-চীন-মংগোলীয় নৃ-গোষ্ঠীৰ বংশধৰ হিচাপে নিজকে চিনাকি দিয়ে। 'আজিকালি আকৌ অঞ্চল বিশেষে হিন্দু ধৰ্ম তথা বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ ফলত মহৎলোকৰ বাণী, কবিতাৰ কলি নাইবা কীৰ্ত্তনৰ দুই-চাৰিটা পদ লিখি থোৱাও দেখা যায়। এনে কাৰু-কাৰ্যৰ বাবে চূণেই হৈছে প্ৰধান আহিলা।'[৮] তাৰ উপৰি চিত্ৰ-বিচিত্ৰ ৰঙীন কাগজৰ ফুল কাটি গোটেই মুৰং ঘৰটো জাতিষ্কাৰ কৰা হয়।

পঃৰাগ উৎসৱ পৰিচালনা কৰিবৰ কাৰণে কেইটামান পদবীৰ সৃষ্টি কৰা হয়। এই পদবীবোৰৰ ভিতৰত— 'মিগম বৰা', 'বৰপুৱাৰী', 'ডেকা বৰা', 'তিৰি বৰা' আদি উল্লেখযোগ্য। 'মিগম বৰা' আৰু 'বৰপুৱাৰী'য়ে ৰাইজক পৰিচালনা কৰে। ডেকা বৰা, তিৰি বৰা, আৰু সমস্ত ডেকা-গাভৰুৱে তেওঁলোকৰ কথামতে বিভিন্ন কাম সম্পন্ন কৰে। মিগম বৰা আৰু বৰপুৱাৰীক আলপৈচান ধৰিবলৈ তামুলী আৰু বৰবৰাণী নামৰ দুজন লোক থাকে। মিগম বৰা বিবাহিত পুৰুষো হ'ব পাৰে। কিন্তু বৰপুৱাৰীক গাভৰু ছোৱালীবিলাকৰ মাজৰ পৰা নিৰ্বাচন কৰা হয়। ৰাইজৰ পৰিচালনা কাৰ্যত ডেকা বৰা আৰু তিৰি বৰাৰ নিযুক্তিয়ে স্পষ্টভাৱে আহোম শাসনতন্ত্ৰৰ প্ৰভাৱ দেখুৱাই দিয়ে, যদিও এনে গাঁও সভাবোৰৰ জৰিয়তে পূৰ্বৰ কৌবাঙৰ বৈশিষ্ট্য আৰু গণতান্ত্ৰিক ঐতিহ্যও ৰক্ষা কৰা হৈছে।[৯]

এই উৎসৱত অংশগ্ৰহণ কৰিবৰ বাবে অন্য গাঁৱৰ ৰাইজক 'মিনম' বা অতিথি হিচাপে আমন্ত্ৰণ কৰে। অন্ততঃ চাৰি-পাঁচখন গাঁৱৰ ৰাইজক এনেদৰে আমন্ত্ৰণ কৰা দেখা যায়। আমন্ত্ৰণ ৰক্ষা কৰাসকলক বাটৰ পৰা মুৰং ঘৰলৈ 'গুমৰাগ' নাচৰ যোগেদি আগবঢ়াই আনে আৰু মিগম বৰা আৰু বৰপুৱাৰীয়ে অতিথিসকলক আদৰে। এই আগবঢ়াই অনা প্ৰথাক 'মিনম-য়াম্‌নাম্' বোলে।

পঃৰাগ উৎসৱ তিনিদিন পালন কৰা দেখা যায়। অতীততে পঃৰাগ উৎসৱত মিবুয়েহে পৌৰোহিত্য কৰিছিল। বৰ্তমান মিবুৰ স্থান নাই বুলিয়েই ক'ব পাৰি। এই উৎসৱত দঁতাল গাহৰি, আপং আদি উছৰ্গা কৰি আই বসুমতী, অন্নদাতা পৰম পুৰুষ 'কাৰ্চিং-কাৰ্তাং', 'দঃগ্ৰি-পঃল', 'চেঃদি-মেঃল' আদি

৮. ইন্দ্ৰেশ্বৰ পেগু ঃ 'মুৰং আৰু পঃৰাগ' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.১০২

৯. ইন্দ্ৰেশ্বৰ পেগু ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১০৩

সৃষ্টিকর্তাসকলক আৰাধনা কৰে। উদ্দেশ্য 'আই বসুন্ধৰা শস্য শ্যামলা হৈ ভৰি পৰক, চহা ৰাইজে সুখৰে দিন নিয়াওক।'[১০]

পঃৰাগৰ শেষৰ দিনা ৰাইজ 'মিগম' বা 'বৰপুৰাৰী'ৰ ভিতৰত যিকোনো এজনৰ ঘৰলৈ যায় আৰু সেইদিনা দুয়োজনে নিজৰ খৰচত গাহৰি মাৰি ৰাইজক ভোজ-ভাত খুৱাই উৎসৱ পৰিচালনা কৰাৰ ক্ষেত্ৰত হ'ব পৰা দোষ-ত্ৰুটিৰ বাবে ৰাইজৰ ওচৰত ক্ষমা বিচাৰে।

**(গ) বহাগ বিহু ঃ** মিচিংসকলে তেওঁলোকৰ 'পঃৰাগ' আৰু লৃগাং উৎসৱৰ উপৰি অসমৰ বাপতি সাহোন স্বৰূপ বহাগ বিহুকে ধৰি কাতি বিহু আৰু মাঘ বিহুও পালন কৰে। চ'ত মাহৰ আগমনিৰ লগে লগে তেওঁলোকে বহাগ বিহুৰ প্ৰস্তুতি চলায়। বহাগ বিহু বা ৰঙালী বিহুৰ প্ৰথম দিনটোক গৰু বিহু বোলে। এইদিনা ৰাতিপুৱা গৰুৰ গাত মাহ-হালধি-তেল ঘঁহি নদীলৈ নি গা ধুৱায়। গধূলি গৰুৰ ডিঙিত তৰা পাতৰ দ্বাৰা প্ৰস্তুত কৰা নতুন পঘা পিন্ধায় আৰু 'গৰু-পিঠা' খুৱায়।

গৰু বিহুৰ দিনা গধূলি গাঁৱৰ মুৰব্বীজনৰ ঘৰত গোট খাই গাঁৱৰ ডেকা-গাভৰুসকলে মিলি ঘৰে ঘৰে হুঁচৰি গাই ফুৰে। ইয়াকে 'চঃ মান্‌নাম্' বুলিও কোৱা হয়। এই চঃ মান্‌নামত দদায়েকে ঢোল বজোৱা আৰু ভতিজাকে নচাত কোনো ধৰণৰ আপত্তি উঠিব নোৱাৰে। ককায়েকে অইনিঃতম্ গালেও ভনীয়েকে বিনাদ্বিধাই নাচিব পাৰে। প্ৰত্যেক ঘৰ মানুহে অৱস্থানুযায়ী টকা-সিকা দি হুঁচৰি দলক দিয়ে আৰু তেওঁলোকে গৃহস্থক আশীৰ্বাদ দি বিদায় লয়।

বহাগ বিহুক বিদায় দিয়াৰ পৰম্পৰা মিচিং সমাজত প্ৰচলিত। গাঁৱৰ পৰা নাতি দূৰত পথাৰৰ শিমলু গছৰ তলত গাঁৱৰ বিহুৱা দলে আবেলি পৰত ঢোল-তাল লৈ গৈ বৃত্তাকাৰভাৱে নৃত্য কৰি বহাগ বিহুক আনুষ্ঠানিকভাৱে বিদায় দিয়ে। এই প্ৰসংগত ডেকা-গাভৰুসকলে গামোচা, ফণি, পইচা, কপাহ, সূতা, বাদ্য-যন্ত্ৰ আদি শিমলুজোপাৰ তলত এৰি পিছলৈ নোচোৱাকৈ ঘৰলৈ ঘূৰি আহে।

মাঘ বিহু আৰু কাতি বিহু পালন কৰাৰ প্ৰসংগত অমিচিং সমাজৰ লগত মিচিংসকলৰ ৰীতি-নীতিৰ সম্পূৰ্ণ মিল দেখা যায়। মাঘ বিহুত আগ্নি উপাসনাত অধিক গুৰুত্ব দিয়া হয়। উৰুকাৰ দিনা ৰাতি নদী বা বিলৰ পাৰত সজা মেজিত বিহুৰ দিনা ৰাতিপুৱাতেই অগ্নি সংযোগ কৰা হয় আৰু মেজি জ্বলি উঠাৰ লগে লগে অগ্নিদেৱতাক উদ্দেশ্য কৰি টকা পইচা, আলু, তামোল-পাণ, সান্দহৰ গুড়ি আদি নিৱেদন কৰি গৰু-ম'হ, পথাৰৰ শস্য আদিৰ মংগলৰ কাৰণে অগ্নিদেৱতাৰ ওচৰত প্ৰাৰ্থনা জনায়।

কাতি বিহুৰ দিনাখন পুৱাৰ পৰা গধূলিলৈকে ঘৰে ঘৰে আপং আদি পান কৰে আৰু সন্ধিয়া ঘৰে ঘৰে বন্তি প্ৰজ্বলন কৰে।

### ২.০২ পূজা-পাতল ঃ

মিচিংসকল যদিও হিন্দু ধৰ্মাৱলম্বী তথাপি তেওঁলোকৰ নিজস্ব পৰম্পৰানুসৰি বিভিন্ন দেৱ-দেৱীক পূজা-উপাসনা কৰে। তেওঁলোকৰ ধৰ্মীয় বিশ্বাসত প্ৰকৃতিৰ স্থান অত্যন্ত গভীৰ। প্ৰকৃতিৰ বিভিন্ন উপাদানক বিভিন্ন দেৱ-দেৱী ৰূপে কল্পনা কৰা দেখা যায়। তেওঁলোকৰ বিশ্বাসত এই দেৱ-দেৱীৰ ধাৰণাত কল্যাণকামিতা আৰু অকল্যাণকামিতা উভয় বৈশিষ্ট্যই বৰ্তমান। সেই দেৱ-দেৱীসকল সন্তুষ্ট

১০. নন্দেশ্বৰ পাঃমেগাম ঃ 'পঃৰাগ' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.১১৩

হ'লে কোনো ধৰণৰ অপায়-অমংগল নহয়। ইয়াৰ বিপৰীতে এই দেৱীসকল ৰুষ্ট হ'লে নানা অমংগলে দেখা দিব পাৰে। সেইবাবে দেৱ-দেৱীসকলক সন্তুষ্ট কৰিবলৈ বছৰৰ বিভিন্ন সময়ত বিভিন্নভাৱে পূজা-উপাসনা অনুষ্ঠিত হোৱাৰ ঐতিহ্য মিচিং সমাজত পৰম্পৰাগতভাৱে প্ৰচলিত।

মিচিংসকলৰ ধৰ্মীয় বিশ্বাসত স্থান পোৱা দেৱ-দেৱীসকল হ'ল— 'তালীং উয়ু', 'দু-মুৰ্গ', 'দঃবাং মুগ্‌লিং', 'তাকাৰ', 'দঃঞ্জি-পল' ইত্যাদি। ইয়াৰ উপৰি 'অচাগ' আৰু 'গিয়াতি'ৰ বাবে ন-পুৰণি সকাম পাতে।

পৃথিৱীত অধিক শস্য উৎপাদন হ'বৰ বাবে বছৰি বছৰি 'দবুৰ' পূজা অনুষ্ঠিত হয়। উক্ত পূজা নাপাতিলে গাঁৱত গৰু, ম'হ, খেতিপথাৰ, মানুহৰ বেমাৰ-আজাৰ হ'ব পাৰে। মিচিং সমাজত প্ৰচলিত পূজা-পাতলৰ ভিতৰত 'দবুৰ-পূজা'ৰ ভূমিকা অত্যন্ত বেছি। ইয়াৰ বাহিৰেও বছৰৰ বিভিন্ন সময়ত উৰম্ পঃচুম, কুঃচাগ্, গুঃমৃন-চঃয়িন্ আদি পূজাও অনুষ্ঠিত হয়।

**(ক) দবুৰ উয়ু ঃ** 'দবুৰ উয়ু'ৰ বিভিন্ন ভাগ লক্ষ্য কৰিব পাৰি। এইবোৰৰ ভিতৰত— 'বৃৰ্তী-দবুৰ', 'আবৃগ-দবুৰ' আৰু 'দঃলুং দবুৰ' উল্লেখযোগ্য। 'বৃৰ্তী-দবুৰ' কেৱল ৰক্তপাত দোষৰ নিৰাময়ৰ বাবে অনুষ্ঠিত হয়। এই পূজা ব্যক্তিগত বা সামূহিকভাৱেও কৰিব পাৰি। 'আবৃগ্-দবুৰ' বা 'মপুন্-দবুৰ' ব্যক্তিগতভাৱে অনুষ্ঠিত হয়— মহামাৰী আৰু খেতি-পথাৰত পোক-পৰুৱা নিবাৰণৰ অৰ্থে।

সামূহিকভাৱে কৰা 'দঃলু-দবুৰ' পূজাৰ নিৰ্দিষ্ট দিনত ৰাতিপুৱা গাঁৱৰ পুৰুষসকলে চাং কোবাই 'আজীং' বিচাৰি প্ৰতিটো পৰিয়ালৰ ওচৰলৈ যায়। প্ৰতিটো পৰিয়ালে পাৰ্যমানে আপং, কুকুৰা, কণী, চাউল, নিমখ, জলকীয়া আদি 'আজীং' হিচাপে দি আগন্তুক বছৰটোত তেওঁলোকৰ কল্যাণৰ বাবে প্ৰাৰ্থনা কৰিবলৈ অনুৰোধ কৰে। এইদৰে সংগ্ৰহ কৰা 'আজীং' বা সামগ্ৰী সমূহ গাঁৱৰ ওচৰতে থকা নদীৰ পাৰত চিকুণাই থোৱা এডোখৰ ঘূৰণীয়া ঠাইলৈ অনা হয়। 'ৰুক্‌তক্' (Ruktok) নামৰ এবিধ ঢেঁকীয়া আৰু সুন্দৰকৈ ফল্লা বাঁহেৰে সাপে কণী ভক্ষণ কৰি কৰা ঘটনাৰ অনুকৰণত দুটা মূৰ্তি নিৰ্মাণ কৰা হয় আৰু উদিত সূৰ্যৰ ফালে মুখ কৰি সেই মূৰ্তিটো বেদীত স্থাপন কৰা হয়। এচাৰি এডালেৰে সৰ্প মূৰ্তিকেইটা স্পৰ্শ কৰি থকা অৱস্থাত গাহৰি আৰু কুকুৰা বলি দি এইদৰে প্ৰাৰ্থনা কৰা হয়— 'হে মাতৃ সূৰ্য, পিতৃ চন্দ্ৰ, হে ঈশ্বৰ, আমি আগবঢ়োৱা দ্ৰব্যৰে সন্তুষ্ট হ'বা আৰু আমাক সু-স্বাস্থ্য আৰু আনন্দ প্ৰদান কৰিবা।'[১১]

**(খ) উৰম্ পঃচুম্ ঃ** খেতি চপোৱাৰ পিছত পূৰ্বপুৰুষৰ পূজা পতাটো মিচিংসকলৰ সাধাৰণ বৈশিষ্ট্য। কোনো এটা পৰিয়ালৰ সামগ্ৰিক কল্যাণ নিৰ্ভৰ কৰে সেই পৰিয়ালৰ মৃত পূৰ্বপুৰুষসকলৰ অনুগ্ৰহৰ ওপৰত। মিচিংসকলে বিশ্বাস কৰে যে মৃতাত্মাসকল দীৰ্ঘকাল ধৰি অৰ্থাৎ পাঁচ পুৰুষলৈকে উঁয়ু আমাঙত (Land of Spirit) থাকে আৰু তাৰে পৰাই মাজে-সময়ে আত্মীয়-স্বজনৰ ঘৰলৈ আহে। তেওঁলোকৰ আগমনিৰ সংকেত পোৱা যায় কিছুমান অস্বাভাবিক ঘটনাৰ জৰিয়তে। ইয়াৰ প্ৰতিবিধানৰ ব্যৱস্থা নকৰিলে নানান বিপদ ঘটিব পাৰে। এই প্ৰেতাত্মাসকলৰ ভিতৰত আটাইতকৈ দুষ্ট হ'ল— হিংসাৰ বলি হৈ মৃত্যু হোৱা 'লুতবৰি' আৰু সন্তান জন্ম নিদিয়াকৈ প্ৰসব যন্ত্ৰণাত মৃত্যুবৰণ কৰা

---

১১. সৰ্পমূৰ্তি নিৰ্মাণ কৰা পৰম্পৰা গাঁওবোৰত প্ৰায় নোহোৱা হৈছে।

'য়ঃপং'সকল। এই অন্যায়কাৰী প্ৰেতাত্মা বা উৰম্ পঃচুমসকল মূলতঃ কোনো ব্যক্তিৰ মৃত্যুৰ পিছত দেহবন্ধনৰ পৰা মুক্ত হৈ চূড়ান্তভাৱে স্বৰ্গ লাভ কৰাৰ আগতে তেওঁৰ আত্মাই পৃথিৱীতে বিচৰণ কৰি থাকে।

**(গ) কুঃচাগ্ ঃ** পূৰ্বপুৰুষ পূজাৰ অংশ হিচাপে পালন কৰা 'কুঃচাগ্' ব্যয়বহুল অনুষ্ঠান আৰু জাক-জমকতাৰ ক্ষেত্ৰত ইয়াৰ স্থান 'পঃৰাগ'ৰ পিছতে, কিন্তু ই গোষ্ঠী বা পৰিয়াল বিশেষৰ মাজতে সীমিত। কেইবা বছৰৰ ব্যৱধানতহে এই উৎসৱটি পালন কৰা দেখা যায়। পৰিয়ালৰ ভিতৰত বলি-বিধানত আগভাগ লোৱা দম্পতীয়ে বিশেষ ধৰণৰ নিষেধাজ্ঞা পালন কৰিব লগা হয়। এই পূজা কেৱল বিশেষ বিশেষ গোষ্ঠীৰ মাজতহে সীমিত।

**(ঘ) গুঃমৃন্-চঃয়িন্ ঃ** মিচিং সমাজত বিশ্বাস প্ৰচলিত আছে যে পাঁচ পুৰুষতকৈ আগৰ পূৰ্বপুৰুষসকল 'চিনী-মীব' নামে খ্যাত উন্নত অৱস্থাৰ এখন ৰাজ্যলৈ গতি কৰে। তাৰপৰা তেওঁলোক সতি-সন্ততিৰ ওচৰলৈ কাচিৎহে আহে। তেওঁলোকে পৰিয়ালৰ কোনো ধৰণৰ অপকাৰ নকৰে। তেওঁলোক পৰিয়ালৰ শুভাকাংক্ষী আৰু তদাৰককাৰী দেৱতা হিচাপে পৰিগণিত।

গুঃমৃন অনুসৰি প্ৰত্যেক অপৃন বিশিষ্ট লোকে নিজৰ নিজৰ গুঃমৃন চঃয়িনক পূজা-পাতল দিয়াৰ অধিকাৰ লাভ কৰে। ইয়াৰ উপৰি এনে অপৃন আছে যিবিলাকে নিজৰ আটাইবোৰ অপৃন মিলি পাঁচ বছৰৰ মূৰে মূৰে অপৃন উঁয়ু পূজা কৰা দেখা যায়। ডুমডুমা অঞ্চলৰ ফিলবাৰী গাঁৱত থকা চংকুৰাং আৰু সোৱণশিৰি অঞ্চলৰ চুংকুৰাং অপৃনৰ লোকে গোট খাই তেওঁলোকৰ অপৃন পূজা কৰে। বৰ্তমান অপৃন পূজাৰ সমাদৰ বাঢ়িছে। সোৱণশিৰি অঞ্চলৰ ওখমাটি আৰু উৰিয়ামগুৰি গাঁৱৰ পেগুসকলে 'দবা'ৰ পূজাৰ জৰিয়তে অপৃনক উপাসনা কৰে। ধেমাজি অঞ্চলৰ মঃয়িংসকলৰ পায়েং আৰু চিন্তে অপৃনৰ মানুহে ৫ বছৰৰ পৰা ১০ বছৰৰ মূৰে মূৰে 'বৃলক' পূজা কৰা দেখা যায়। আকৌ বেঙেনাগড়া গাঁৱৰ লাগাচুংসকলে 'চাগ্ৰ কুঃচাগ্' নামৰ পূজা আগবঢ়ায় অপৃনক উদ্দেশ্য কৰি।[১২]

'গুঃমৃন্ চঃয়িন' পূজাৰ উপৰি 'তালৌং উঁয়ু', 'আৰৃগ্ ডাঙৰীয়া', ঘৰদেৱতা- ঘৰ ডাঙৰীয়া, ম'হৰ দেৱতা- ম'হ ডাঙৰীয়া, হাতীৰ দেৱতা- হাতী ডাঙৰীয়া আদিকো পূজা দিয়াৰ পৰম্পৰা মিচিং সমাজত প্ৰচলিত। হিন্দুৰ ধৰ্মীয় বিশ্বাসত স্থান পোৱা গুৰু-ভকত পূজা, গ্ৰহ পূজা, অপেশ্বৰী পূজা, গোপুনী সকাম, গৰখীয়া সকাম, বুঢ়া-বুঢ়ী সকাম অৰ্থাৎ শিৱ আৰু পাৰ্বতী সকাম আদি বিভিন্ন পূজাৰো প্ৰচলন দেখা যায়। এই পূজা-পাৰ্বণবোৰ ব্যক্তিগত আৰু সামূহিকভাৱে অনুষ্ঠিত হ'ব পাৰে। আই-সেৱা, ন-জনীয়া সকাম আদি পূজা ব্যক্তি বিশেষৰ দ্বাৰা অনুষ্ঠিত হয়। পৰিয়ালৰ কোনো লোকৰ কঁকাল, হাত, গা-মূৰ আদি বিষালে বা পৰিয়ালত অপায়-অমংগলে দেখা দিলে ডাঙৰীয়া সকাম পতা হয়। জলকাই-সকাম জলদেৱতাৰ উদ্দেশ্যে পতা দেখা যায়। মাইকী মানুহে বিলত মাছ মাৰোঁতে নদীত গা-ধোওঁতে জলদেৱতাৰ লেঠাত পৰিব পাৰে। জলদেৱতাৰ লেঠাত পৰা তিৰোতা মানুহে বিভিন্ন ৰোগত ভুগিবলগীয়া হয়। তেনে অৱস্থাত পৰিলে জলদেৱতাৰ সকাম পতা হয়। তেনেদৰে গৰু, ম'হ, হাতীৰ মংগলৰ কাৰণে গৰু ডাঙৰীয়া (শিৱৰ উদ্দেশ্যে ভাং চৰোৱা হয়), ম'হ কালিকা সকাম, হাতী ডাঙৰীয়া সকাম, গৰখীয়া সকাম আদি অনুষ্ঠিত হয়।

---

১২. নাহেন্দ্ৰ পাদুন ঃ 'গোত্ৰ বা গুঃমৃন্' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৪০৩-৪০৫

কোনো মানুহক প্ৰেতাত্মাই লম্ভিলে 'উৰম্ পাৰনাম্' বা 'উৰম্ পিন্নাম্' পূজা সম্পাদন কৰা হয়। জল, থল, বতাহ আদি প্ৰাকৃতিক পদাৰ্থবোৰৰো একোজনকৈ ডাঙৰীয়া থকা বুলি বিশ্বাস প্ৰচলিত আছে।

মিচিং সমাজত প্ৰচলিত ৰাতি-সেৱা পূজাক গোপনীয় সকাম আখ্যা দিয়া হয়।

**(ঙ) তালীং উঁয়ু ঃ** মেঘ, বিজুলী, চন্দ্ৰ-সূৰ্য, তৰা, বায়ু, বৰুণ আদি দেৱতাসকলক সন্তুষ্ট কৰিবলৈ 'তালীং উঁয়ু' পূজা অনুষ্ঠিত হয়। এই পূজাক ওপৰদেৱতা সকামো বোলে। উক্ত পূজাত কমেও বিভিন্ন বৰ্ণ-বিশিষ্ট সাতোটা কুকুৰা আৰু চেউৰী গাহৰি এজনী উছৰ্গা কৰে। তালীং উঁয়ু পূজাত 'দিঃ তী-নাঃনী' অৰ্থাৎ শস্যদাত্ৰী আই বসুমতীকো পূজা এভাগ দিয়া হয়।[১৩]

**২.৩ জীৱনবৃত্তৰ লগত জৰিত উৎসৱ-অনুষ্ঠান ঃ**

**(ক) গৰ্ভধাৰণ আৰু জন্মৰ লগত জড়িত উৎসৱ-অনুষ্ঠান ঃ** মিচিং সমাজত তিৰোতাৰ গৰ্ভাধাৰণৰ লগত জড়িত কোনো ধৰণৰ কৃত্য অনুষ্ঠিত কৰা নহয়। সন্তান জন্ম হোৱাৰ পিছত প্ৰসূতিক কুকুৰা এটা মাৰি 'নল টেঙা' শাকেৰে জালুক-জলকীয়া, পিপলীৰে জাল ৰান্ধি খাবলৈ দিয়া হয়— প্ৰসূতিগৰাকীৰ ঘা আৰু গাৰ বিষ উপশমৰ বাবে। এনে জাল সপ্তাহ-পষেকলৈ খাই থাকিলে প্ৰসূতিৰ স্তন-দুগ্ধ বাঢ়ে। সেয়ে ন-সন্তান চাবলৈ অহা গাঁৱৰ তিৰোতাসকলে প্ৰসূতিৰ বাবে আপং আৰু সামৰ্থ্য অনুযায়ী কুকুৰা এটা লৈ আহে।

প্ৰসূতিৰ পেট আৰু গাৰ বিষ নিৰাময়ৰ বাবে তৰাপাতত পচতীয়া আৰু তপত ফুটছাই একেলগ কৰি পেটত লাহে লাহে সেক দি মালিচ কৰা হয়। সন্তান জন্ম হোৱা দিনৰ পৰা পাঁচদিনলৈকে প্ৰসূতিক এনেদৰে শুশ্ৰূষা কৰিব লাগে। সন্তান জন্ম হোৱাৰ পৰা পাঁচ দিনলৈকে এই সময়ছোৱাক 'অৰয়ত্নাম' অৰ্থাৎ 'গেনা' লগা বোলে। পঞ্চম দিনত সন্তানৰ সৈতে মাকক শুচি কৰা হয়। শুচিৰ দিনাখন গাঁৱৰ ল'ৰা-ছোৱালীক মাতি আনি মাহ-প্ৰসাদ খুৱায়। গাঁৱৰ বয়োবৃদ্ধৰ দ্বাৰা শান্তিপানী জৰাই আনি সন্তানৰ মাক-বাপেকক খাবলৈ দি শুচি কৰা হয়। শুচি নকৰা পৰ্যন্ত সন্তানৰ পিতৃ-মাতৃয়ে আনৰ লগত খোৱা-বোৱা কৰাটো নিষিদ্ধ। সপ্তম দিনা নৱজাতকৰ মূৰৰ চুলি খুৰাই দিয়াৰ নিয়ম পূৰ্বৰে পৰা চলিত আছিল যদিও বৰ্তমান ই অপ্ৰচলিত। অঞ্চল বিশেষে এমাহৰ মূৰতহে শান্তিপানী ছটিয়াই ঘৰখন শুচি কৰাৰ পৰম্পৰা প্ৰচলিত। 'পঃল কাৰ্কে' অৰ্থাৎ ন-জোন ওলালেহে সন্তানৰ সৈতে প্ৰসূতি আৰু পৰিয়ালটো সম্পূৰ্ণ শুচি হ'ব পাৰে।

**(খ) নৱজাতকৰ নামকৰণ ঃ** নৱজাতকৰ নামকৰণ কৃত্য গাঁৱৰ বয়োবৃদ্ধ লোক অথবা পিতৃ-মাতৃয়েই সম্পন্ন কৰে। নৱজাতক ওপজা বাৰটোৰ লগত সম্পৰ্ক ৰাখি নামকৰণ কৰা দেখা যায়। যেনে— শনিবাৰে ওপজা ল'ৰা সন্তানৰ নাম সাধাৰণতে অনিৰাম, অনেশ্বৰ আদি ৰখা হয় আৰু সোমবাৰে ওপজিলে সোমেশ্বৰ, সোম্বৰ, সোণ, সোণেশ্বৰ আৰু কন্যা সন্তান হ'লে— সোমবৰী, সোণেশ্বৰী, সোমেশ্বৰী ইত্যাদি নাম ৰখা হয়। দেওবাৰে পুত্ৰ সন্তান জন্ম হ'লে— দেউবৰ, দেউৰাম, দেৱৰাম, দেবেন ইত্যাদি ৰখা হয় আৰু কন্যা সন্তান জন্ম হ'লে— দেউবৰী, দেউমণি, দেন্তেলী আদি থয়।

---

১৩. সংবাদদাতা ঃ বাপুং পেগু, বয়স ৫০ বছৰ, মিছামাৰা গাঁও, জোনাই, ৬-৩-৯০

আকৌ কেতিয়াবা নৱজাতকৰ গাৰ বৰণ, স্বভাৱ-চৰিত্ৰ আদিৰ প্ৰতি লক্ষ্য কৰিও নৱজাতক বা নৱজাতিকাৰ নামকৰণ হ'ব পাৰে। মিচিং গৰ্ভৱতী নাৰীয়ে পথাৰৰ পৰা কাম কৰি বা মাছ মাৰি ঘৰলৈ উভতি আহোঁতে বাটতে সন্তান প্ৰসৱ কৰাও দেখা যায়। এনে বাটত জন্ম হোৱা সন্তানৰ নাম সাধাৰণতে বাটৰুৱা, জঃপাক ইত্যাদি ৰখা হয়।

মিচিং সমাজত সন্তানৰ নামকৰণ কৃত্যৰ বাহিৰে অন্নপ্ৰাসন, চূড়াকৰণ, তোলনী বিয়া আদি কৃত্য পালন কৰাৰ ৰীতি অপ্ৰচলিত।

**(গ) বিবাহ পদ্ধতি ঃ** মিচিং সমাজত প্ৰচলিত বিবাহ পদ্ধতিৰ লগত অন্যান্য সমাজৰ বিবাহ পদ্ধতিৰ সাধাৰণ পাৰ্থক্য দেখা যায়। অৱশ্যে অৰুণাচলৰ 'আদী' জনগোষ্ঠীৰ লগত এই প্ৰসংগত মিচিংসকলৰ সাদৃশ্য পৰিলক্ষিত। মিচিং ডেকা-গাভৰুসকলৰ মিলন অনেক ক্ষেত্ৰত তেওঁলোকৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিলেও তেওঁলোকে কিছুমান সামাজিক নীতি-নিয়ম বিশেষকৈ কৌবাঙৰ নিৰ্দেশ মানি চলিবলৈ বাধ্য।

মিচিং বিবাহ পদ্ধতিক সাধাৰণতে তিনিটা ভাগত ভগাব পাৰি ঃ (১) দুগলা য়ামনৌ লাঃনাম্ (অৰ্থাৎ গান্ধৰ্ব প্ৰথা), (২) মিদাং (প্ৰজাপত্য বিবাহ) আৰু (৩) আসুৰিক বিবাহ।

**গ. ১) দুগ্‌লা লাঃনাম্ (গান্ধৰ্ব প্ৰথা) ঃ** মিচিং সমাজত 'দুগ্‌লা লাঃনাম্' অৰ্থাৎ গান্ধৰ্ব বিবাহৰ প্ৰাধান্য আন দুবিধতকৈ বেছি। প্ৰেমাস্পদে প্ৰেমিকাৰ ইচ্ছাৰ অনুকূলে পলুৱাই নি আনুষ্ঠানিকভাৱে পতা বিয়াৰ নামেই 'দুগ্‌লা লাঃনাম্'। এই প্ৰথা অতিকৈ প্ৰাচীন।

ডেকাজনে গাভৰুজনীক পলুৱাই নিয়াৰ পিছদিনা বা দুদিনৰ পিছত দৰা ঘৰৰ ফালৰ পৰা নিয়োগ কৰা এজন ব্যক্তিয়ে কন্যা ঘৰত 'জাননী' দিবলৈ যায়। এইগৰাকী লোকক 'দুগ্‌তাত' বোলে। দুগ্‌তাতজনে প্ৰথমে কন্যাৰ মাক-দেউতাকক তেওঁৰ ছোৱালীক 'অমুকৰ ল'ৰাই নিছে আৰু মিতিৰ কেতিয়া আহিব লাগিব' আদি বাৰ্তা দিবলৈ আৰু নিবলৈ সাধাৰণতে দুগ্‌তাতজন আদহীয়া আৰু আন দহজনতকৈ কিছু পৰিমাণে বিচক্ষণ হোৱা বিধেয়। প্ৰচলিত পৰম্পৰা মতে দুগ্‌তাতজন মিতিৰৰ ঘৰত দৰা পক্ষৰ প্ৰতিনিধি স্বৰূপে তামোল-পাণ আৰু ৰূপ এটকা শৰাইত আগবঢ়ায়।

সাধাৰণতে ডেকা আৰু গাভৰু একেখন গাঁৱৰে হ'লে আৰু ছোৱালী পক্ষ বা ল'ৰা পক্ষৰ ফালৰ পৰা কিবা আপত্তি থাকিলে ছোৱালী পলুৱাই নিয়াৰ তিনি-চাৰি দিন অইন গাঁৱত থকাৰ পিছতহে ডেকা-গাভৰু উভয়কে ডেকাৰ ঘৰলৈ অনা হয়। কন্যা পক্ষৰ মানুহ সদলবলে ছোৱালীক বিচাৰি অহাৰ আশংকাতহে নিজা গাঁৱৰ পৰা দূৰৈত ডেকাৰ সম্বন্ধীয় মানুহৰ ঘৰত ডেকা-গাভৰু উভয়ে সাময়িকভাৱে আত্মগোপন কৰি থাকে। ৰাতিৰ ভাগতহে গাভৰুজনীক (ন-কইনা) ডেকাৰ ঘৰলৈ অনা হয়।

**গ. ২) ন-কন্যাক আদৰা প্ৰথা ঃ** ডেকা বা দৰাৰ মাক বা নবৌয়েক অথবা অন্য পৰিয়ালৰ গৃহিণীয়ে ন-কাপোৰ পৰিধান কৰি আৰু বগা-চাদৰৰ আঁচলেৰে মূৰত ওৰণি লৈ ঘৰৰ জখলাৰ পৰা আদৰি নিয়ে। জখলাত জলপূৰ্ণ মংগলঘট দুটা তৰা পাতেৰে মুখ বন্ধ কৰি স্থাপন কৰে। ইয়াৰ আগতে জখলাডালো এঘটি পানীৰে শোধন কৰা উচিত। কইনাৰ ঠিক পিছতে দৰা থাকে। আদৰিবলৈ আগবাঢ়ি অহা মহিলাগৰাকীয়ে দৰা-কইনা উভয়কে ঘটৰ পাত দুটি ফালি পানী স্পৰ্শ কৰিবলৈ দিয়ে। দৰাই

সোঁহাতৰ আঙুলি এটা আৰু কইনাই বাঁওহাতৰ এটি আঙুলিৰে একেলগে ঘটৰ পানী স্পৰ্শ কৰাৰ নিয়ম। বিশ্বাস যে জল শান্তিকাৰক। জলৰ স্পৰ্শই ন-কইনা আৰু দৰাৰ জীৱনলৈ সুখ-শান্তি কঢ়িয়াই আনে।

আদৰি অনা মহিলাগৰাকীয়ে ঘটৰ পানীৰে দৰা-কইনাৰ ভৰি ধুৱায় আৰু ন-বোৱাৰীক ঘৰৰ লখিমী স্বৰূপে শুভেচ্ছা জ্ঞাপন কৰে। দৰা-কইনা উভয়ে দৰাৰ মাক-দেউতাকক ভৰিত ধৰি 'কুম্‌নাম্' জনায়। ইয়াৰ পিছতে নৱ-বধূৰ বাবে সজাই থোৱা 'চয়াৰ'ত প্ৰৱেশ কৰিবলৈ দিয়া হয়। চয়াৰত এডাল 'চঃপন' দিয়া থাকে আৰু তাতে নৱবধূৰ বাবে 'গাদু' থৈ দিয়া হয়।

ইয়াৰ পিছতে ন-কইনাৰ বাপেকৰ ঘৰত দৰাৰ পক্ষৰ লোকে শৰাই পাতি মিতিৰৰ সৈতে এই সমস্যাটোৰ কিবা এটা মীমাংসা কৰাৰ নিয়ম। ইয়াত প্ৰধানকৈ ভাগ লয় গাঁৱৰ বুঢ়া-মেথা আৰু জনা-বুজা লোকে। তাৰে ভিতৰত এজন মুখিয়াল থাকে। তেওঁক 'পাটিৰি' নামে জনা যায়। পাটিৰিজন বিচাৰ শক্তিসম্পন্ন আৰু বাগ্মী লোক হোৱা বিধেয়। তেওঁৰ ওপৰতে 'অৰাই-আলৃক' কাৰ্যৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰে। 'অৰাই-আলৃক'ত দিয়া সামগ্ৰীবোৰৰ ভিতৰত এথোক তামোল, কেইমুঠিমান পাণ, চূণ, পঃৰ আপঙৰ টোপোলা বা 'নগিন' আপঙৰ কলহ, শুকান বা কেঁচা মাছ, চেনি, চাহপাত, ধঁপাত আদি থাকে।

'অৰাই' দিয়া কাৰ্য চলি থাকোঁতে দৰা পক্ষৰ এজন ডেকা লৰাই কইনাঘৰীয়া গাঁৱৰ প্ৰত্যেক ঘৰকে শৰাই 'চালি' বিলায়। এইদিনাখনেই 'য়ামনী লাঃনী ঔৰাং' আৰু 'য়াম্‌নী বিনী ঔৰাঙ'ৰ মাজত 'আৰে আদুম্' দিয়া আৰু কেতিয়াকৈ এই 'আৰে আদুম' দিব লাগিব ইত্যাদিৰ বন্দোৱস্ত কৰা হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে কইনা পক্ষই মনঃপূত জোঁৱাই পালে 'আলৃগ্' কমকৈ দাবী কৰে। ইয়াৰ বিপৰীতে কইনা পক্ষই দৰা পক্ষৰ পৰা অধিক পৰিমাণে 'আলৃগ' বিচাৰে। 'আলৃগ' সাধাৰণতে এহেজাৰৰ পৰা পাঁচ-দহ হাজাৰ পৰ্যন্ত লোৱা দেখা যায়। অঞ্চল বিশেষে এই আলৃগ লোৱা পদ্ধতিৰ কঠোৰতা শিথিল হৈছে।

বিবাহ কৃত্যৰ সামৰণি পৰাৰ এবছৰৰ মূৰত 'দুঃনী গৃলাত' বা 'য়াগেঃচুল্‌লাত' দৰা আৰু কইনা উভয়ে কইনাৰ মাক-বাপেকৰ ঘৰলৈ সেৱা কৰিবলৈ যায়। ইয়াকে 'দুঃনী গৃলাত্' বা 'য়াগে চুল্‌লাত' কৃত্য বোলে। 'দুঃনী গৃলাদ'ত আপং, তামোল-পাণ ইত্যাদিসহ দৰাই কইনাৰ মাক-বাপেক আৰু বংশ-পৰিয়ালৰ জ্যেষ্ঠজনক সেৱা-সৎকাৰ কৰে।

**গ. ৩) মিদাং (প্ৰজাপত্য) :** অমিচিং সমাজৰ নিচিনাকৈ মিচিং সমাজতো আজিকালি প্ৰায়ে 'মিদাং' পদ্ধতিৰে বিবাহ কাৰ্য সম্পাদন কৰা দেখা যায়। 'মিদাং' বিবাহ পদ্ধতিক প্ৰজাপত্য বিবাহৰ লগত তুলনা কৰিব পাৰি। অৱশ্যে প্ৰজাপত্য বিবাহৰ লগত 'মিদাং' পদ্ধতিৰ সাধাৰণ পাৰ্থক্য নথকা নহয়। মিদাং বিবাহৰ ৰীতি অনুসৰি পোনতে ডেকাই এগৰাকী গাভৰু পছন্দ কৰিব লাগে। এই প্ৰসংগত ডেকা বা গাভৰুৰ মাক-দেউতাকৰ যে কোনো ভূমিকা নাই তেনেও নহয়। অতীততে ডেকা-গাভৰু উভয়ৰে মাক-দেউতাক বা অভিভাৱকৰ ৰুচি অনুযায়ীহে 'মিদাং' সম্পাদিত হৈছিল। বৰ্তমানো ডেকা আৰু মাক-দেউতাকৰ মতামতৰ সমিল-মিলতহে ছোৱালী বা কইনা পছন্দ কৰা হয়।

ছোৱালী পছন্দ হোৱাৰ পিছত প্ৰথমে দৰাঘৰে মিতিৰৰ ঘৰত 'আকোনেৰে' 'য়াম্‌নী' খোজা-বঢ়া কৰে। তামোল-পাণৰ টোপোলা গাঁৱৰ মুখিয়াল লোক এজনৰ জৰিয়তে গাভৰু ঘৰত দিয়া কৃত্যৰ নামেই 'আকোন' দিয়া। 'আকোন' দিয়াৰ পিছতেই সেই ব্যক্তিজনে কইনাঘৰীয়া মুৰব্বীক এইদৰে ক'ব— 'আমি মিতিৰে তোমালোকৰ পৰা 'সচঁ কঠীয়া' বিচাৰি এই টোপোলাটো আগবঢ়াইছোঁ'। ইয়াত 'সঁচ কঠীয়া' পদটোৱে গাভৰু অৰ্থাৎ কইনাক সূচিত কৰিছে। মিচিং সমাজৰ দৃষ্টিত ন-কইনা লখিমী সদৃশ, কাৰণ তেওঁৰ জৰিয়তেহে বংশ ৰক্ষা কৰা হয়। 'আকোন'টো আগবঢ়াই দিয়াৰ পিছত এই 'আকোন' পোনতে ছোৱালীৰ মোমায়েকে মেলিব লাগিব। মোমায়েকৰ বাহিৰে আনে পোনতে 'আকোন' মেলিব নোৱাৰে, কাৰণ তেওঁলোকৰ বিশ্বাসত মোমায়েকহে ভাগিন-ভাগিনীয়েকৰ "য়েবুং য়েৰুং" আৰু "ইগি য়াল"ৰ গৰাকী। আকোন দিয়াৰ এসপ্তাহৰ বা এপষেকৰ ভিতৰতে ছোৱালী বিয়া দিয়া-নিদিয়াৰ বিষয়ে ছোৱালীৰ বাপেকে ল'ৰা ঘৰক জনায়। সন্মতি পোৱাৰ পিছতহে ল'ৰা ঘৰৰ ফালৰ পৰা 'য়াম্‌নী তাত্‌নাম্' কাৰ্য আৰম্ভ কৰে। এই কৃত্য সমাধা কৰাৰ অন্তত ছোৱালী ঘৰৰ মানুহে উলিয়াই দিবলগীয়া ছোৱালীজনীৰ চাল-চলন, স্বভাৱ-চৰিত্ৰ, গতি-মতি আদি লক্ষ্য কৰিবৰ কাৰণে গাঁৱৰ ডেকাসকলৰ ওপৰত দায়িত্ব অৰ্পণ কৰে। ইয়াৰ মূলতে আছে বন্দৱস্ত হোৱা ছোৱালীজনীয়ে যাতে আন ল'ৰাৰ লগত গান্ধৰ্ব প্ৰথাৰে বিবাহপাশত আবদ্ধ হ'ব নোৱাৰে। মিচিংসকলৰ পৰম্পৰাগত ৰীতি মতে ল'ৰাজনে ছোৱালীৰ ঘৰলৈ আহি 'মাগ্‌ব দুগ্‌নাম্' অৰ্থাৎ জোঁৱাই খাটিব লাগিছিল। সাম্প্ৰতিকে আধুনিক শিক্ষাৰে শিক্ষিত সৰহভাগ মিচিং লোকে এই প্ৰথা ইতিমধ্যে এৰি পেলাইছে। অৱশ্যে অঞ্চলবিশেষে পৰম্পৰা ৰক্ষা কৰি দুই-এদিনৰ বাবে হ'লেও এই প্ৰথা পালন কৰা দেখা যায়।

প্ৰজাপত্য বিবাহ সাধাৰণতে কাতি, চ'ত, আহাৰ আৰু পুহ মাহত অনুষ্ঠিত নহয়। দিন-বাৰৰ ক্ষেত্ৰতো বিচাৰ-বিবেচনা নথকা নহয়। শনিবাৰ আৰু মঙলবাৰৰ বাহিৰে অন্য বাৰত এইবিধ বিয়া অনুষ্ঠিত হ'ব পাৰে। অমাৱস্যা তিথিতো প্ৰজাপত্য বিয়া হ'ব নোৱাৰে। অৱশ্যে এই প্ৰসংগত দৰা-কইনাৰ ৰাশি-যোৰা চোৱাৰ ওপৰত বৰ বিশেষ গুৰুত্ব দিয়া দেখা নাযায়। আনহাতে, শিক্ষিত মিচিংসকল অমিচিং হিন্দু সমাজত প্ৰচলিত প্ৰজাপত্য বিবাহ ৰীতি-নীতিৰ প্ৰতি আগ্ৰহান্বিত হোৱাৰ প্ৰৱণতা পৰিলক্ষিত হৈছে। কিন্তু তেওঁলোকে যজ্ঞ বা হোম পাতি, বেদ-মন্ত্ৰ উচ্চাৰণ কৰি 'মিদাং' অনুষ্ঠিত নকৰে। ইয়াৰ পৰিৱৰ্তে কেৱলীয়া ভকত বা গাঁৱৰ বয়সীয় প্ৰবীণ আৰু জ্ঞানী লোকৰ দ্বাৰা 'কুম্‌দাং ৰিংগং' অৰ্থাৎ গৃহদেৱতাৰ প্ৰতি পূজা-সেৱা আগবঢ়ায় আৰু ৰাইজৰ আশীৰ্বাদৰ দ্বাৰা মিদাং সম্পন্ন কৰে। অৱশ্যে কিছুমান অনুষ্ঠান যেনে— দৰা-কইনাক নোৱাবলৈ পানী অনা, নোওৱাৰ সময়ত গীত গোৱা আদি কৃত্যৰ ক্ষেত্ৰত হিন্দু ধৰ্মাৱলম্বী অসমীয়া লোকৰ মাজত অনুষ্ঠিত প্ৰজাপত্য বিবাহৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী।

'য়াম্‌গুৰ' অৰ্থাৎ 'মিতা' আৰু 'সখী' নিৰ্বাচন— প্ৰজাপত্য বিবাহৰ এটি অপৰিহাৰ্য অংগ। দৰাৰ বাবে এজন মিতা আৰু এজনী গাভৰু ছোৱালী আৰু কইনাৰ বাবে দুজনী গাভৰু ছোৱালী নিৰ্বাচন কৰা দেখা যায়। 'য়াম্‌গুৰ'ৰ বাবে নিৰ্বাচিত ডেকা-গাভৰুৰ মাক-পিতাক জীৱিত থাকিব লাগিব। বিয়াৰ প্ৰসংগত দৰা-কইনাই পৰম্পৰাগত পোছাক-পৰিচ্ছদ, অয়-অলংকাৰ পৰিধান কৰাটো অপৰিহাৰ্য।

প্ৰজাপত্য বিবাহত বিয়াৰ পূৰ্বদিনা দৰাই সাজি-কাছি বৰযাত্ৰীৰ সৈতে কইনাৰ ঘৰলৈ আহে। কইনাৰ ঘৰত দৰাৰ সৈতে বৰযাত্ৰী নিশাটো কটায়। কইনাৰ মাক-বাপেক আৰু সম্বন্ধীয় লোকে দৰাৰ

সৈতে বৰযাত্ৰীক ভোজ-ভাতেৰে আপ্যায়িত কৰে। পিছদিনা আবেলি পৰম্পৰাগত ৰীতিৰে কইনাক দৰাৰ ওচৰত সমৰ্পণ কৰে। দৰা-ঘৰত দৰাৰ মাক বা আন মহিলাই দৰা-কইনা উভয়কে প্ৰচলিত প্ৰথামতে ঘৰৰ ভিতৰলৈ আদৰি আনে। আদৰি অনা কৃত্য শেষ হোৱাৰ পিছতেই "জংচাগ্ আপিন"ৰ অৰ্থাৎ দৰা-কইনাৰ পাতত ভাত দিয়া কৃত্য অনুষ্ঠিত কৰা হয়। ইয়াৰ পিছতে ৰাইজক মাছ-মঙহ আৰু আপং আদিৰে ভোজ-ভাত খুৱায়। ভোজ খোৱা হোৱাৰ পিছত কইনাই নিজে আপং চেকি উপস্থিত ৰাইজক নিজহাতেৰে বিলাই দিয়ে। আপং বিতৰণৰ পূৰ্বেই ন-কইনাক দুটা ঘটত নাতিদূৰস্থ বিল, নদী বা পুখুৰীৰ পৰা পানী আনিবলৈ নিৰ্দেশ দিয়া হয়। ন-কইনাই এইদৰে পানী অনা কৃত্যৰ লগত বিভিন্ন বিশ্বাস জড়িত হৈ আছে।[১৪]

গ. ৪) **আসুৰিক বিবাহ ঃ** ডেকা ল'ৰা এজনে তেওঁ ভাল পোৱা গাভৰু এগৰাকীক বলপূৰ্বকভাৱে টানি আনি বিয়া কৰোৱা প্ৰথা বিশেষৰ নাম আসুৰিক বিবাহ। মিচিং ভাষাত আসুৰিক বিবাহক 'চলা লাঃনাম্ য়ামননী' আখ্যা দিয়ে। আসুৰিক বিবাহৰ প্ৰসংগত কেতিয়াবা গাভৰুগৰাকীৰ আত্মীয় বা অভিভাৱকসকলৰ ভূমিকা যে নাথাকে এনেও নহয়। অৱশ্যে আজিকালি তেনে প্ৰথা প্ৰায়ে নোহোৱা হৈছে।

গ. ৫) **বহুপত্নী গ্ৰহণৰ প্ৰথা ঃ** মিচিং সমাজত একোজন পুৰুষে কেইবাজনীও পত্নী গ্ৰহণ কৰিব পাৰে। প্ৰথমগৰাকী পত্নীৰ সম্মতি নোলোৱাকৈও দ্বিতীয়গৰাকীক বিবাহ কৰোৱাৰ ক্ষেত্ৰত কোনো অসুবিধা নাই। আচলতে 'চৰুক সুধি কোনে চাউল বহুৱায়' —এই প্ৰবাদ বাক্যটোৰ আদৰ্শ অনুসৰি মিচিং পুৰুষসকলেও তিৰোতাক সুধি কোনো কামেই নকৰে। এইক্ষেত্ৰত পুৰুষপ্ৰধান মিচিং সমাজত পুৰুষৰ শাসন নিৰ্বিবাদে সহ্য কৰি যোৱাটোৱেই মিচিং নাৰীৰ প্ৰধান কৰ্তব্য।

গ. ৬) **বিধৱা বিবাহ ঃ** মিচিং সমাজত বিধৱা বিবাহৰ প্ৰচলন পুৰণি কালৰ পৰাই চলি আছে। বৰলা পুৰুষে নিজৰ ইচ্ছানুসৰি কুমাৰী ছোৱালী বা বিধৱা তিৰোতাক বিয়া কৰাব পাৰে। গিৰীয়েকৰ মৃত্যুৰ পিছত বিধৱাগৰাকীয়ে নিজৰ স্বামীৰ সৰু ভায়েকক বিয়া কৰাব পাৰে। অৱশ্যে এই প্ৰসংগত বিধৱাগৰাকীৰ মতামতৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়া হয়। দ্বিতীয়তে, তিৰোতাগৰাকীৰ স্বামীৰ মৃত্যুৰ পিছতে তেওঁৰ মাক-বাপেক জীয়াই থাকিলে সম্বন্ধীয় ককায়েক-ভায়েকে বিধৱাগৰাকীৰ ভৱিষ্যৎ কি হ'ব আৰু তেওঁৰ নিৰাপত্তাৰ কাৰণে তেওঁলোকে কি ব্যৱস্থা গ্ৰহণ কৰিব ইত্যাদি বিষয়ে বিধৱাগৰাকীৰ স্বামীৰ ঘৰৰ পৰিয়ালৰ লগত আলোচনা কৰে। বিধৱাগৰাকীৰ ঘৰত যদি উপযুক্ত বিবাহযোগ্য দেৱৰ থাকে তেন্তে তেওঁকেই এই বিধৱা গৰাকীক গ্ৰহণ কৰিবলৈ অনুমতি দিয়ে।

গ. ৭) **বাল্য বিবাহ ঃ** মিচিং সমাজত বাল্য বিবাহৰ প্ৰচলন নাই। কিন্তু পূৰ্বতে মিচিং সমাজত কেঁচুৱাৰ অজ্ঞাতে মনে মিলা মিতিৰৰ ঘৰৰ পৰা ছোৱালী খুজি থোৱাৰ উদাহৰণ বিৰল নহয়। এনে পদ্ধতিক "পাক্মুৰনাম্" বোলা হয়। নিয়ম মতে ল'ৰাঘৰে আপং আদি লৈ গৈ ৰঙা পোৱালৰ মণি এধাৰ বা এটা মণি অকুমাৰী ছোৱালীৰ ডিঙিত পিন্ধাই থৈ আহে। ইয়াৰ উদ্দেশ্য হ'ল ছোৱালীজনী গাভৰু হ'লে যাতে আন কোনো ডেকাই বিয়াৰ প্ৰস্তাৱ আগবঢ়াব নোৱাৰে। এনে বিয়া কাচিৎহে

১৪. অনুগ্ৰহ কৰি         পৃষ্ঠা চাওক।

বাস্তৱত পৰিণত হোৱা দেখা যায়। কাৰণ এই প্ৰথা বাগ্‌দত্তা আৰু ছোৱালীৰ বাবে সম্পূৰ্ণ অজ্ঞাত। সময়ৰ সোঁতত মিচিং সমাজৰ পৰা এই প্ৰথা উঠি গৈছে। কিন্তু এই কথা ঠিক যে মিচিং সমাজত কমবয়সীয়া ল'ৰা-ছোৱালীৰ মাজতহে বিয়া হোৱা লক্ষ্য কৰা যায়। অৱশ্যে আজিকালি পঢ়া-শুনা কৰা শিক্ষিত ডেকা-গাভৰুৱে উপযুক্ত বয়সতহে বিয়াত সোমায়।

**গ. ৮) যুগ্ম-জীৱন (পতি-পত্নী) আৰু সংগ ত্যাগ ঃ** বিয়াৰ পিছত ল'ৰাৰ মাক-বাপেকৰ ঘৰত পতি-পত্নীয়ে ইচ্ছা কৰিলে ঘৰৰ পৰিয়ালবৰ্গৰ পৰা বেলেগ হৈ ঘৰ-সংসাৰ কৰি থাকিব পাৰে। পতি-পত্নীৰ মাজত কিবা কাৰণত মনোমালিন্য ঘটিলে বিবাহ বিচ্ছেদ হ'ব পাৰে। ইয়াৰ বাহিৰেও তলত দিয়া কাৰণসমূহৰ বাবে বিবাহ-বিচ্ছেদ হ'ব পাৰে। যেনে—

(ক) পতি-পত্নীৰ মনোমালিন্য;

(খ) পতি বা পত্নীৰ কোনোবা এগৰাকী আন গাভৰু বা ডেকাৰ প্ৰতি আসক্ত হ'লে;

(গ) পতি বা পত্নীৰ যিকোনো এজনৰ সন্তান জন্ম দিব পৰা উৰ্বৰা শক্তিৰ অভাৱ হ'লে;

(ঘ) পতি বা পত্নীৰ কোনোবা এজনৰ কামক্ষুধাৰ নিবৃত্তি হ'লে;

(ঙ) পতিয়ে পত্নীক ভৰণ-পোষণ দিব নোৱাৰিলে পত্নীয়ে স্বেচ্ছাই আন এজন পুৰুষত বহিব পাৰে। অৱশ্যে এই প্ৰথা মিচিং সমাজতকৈ 'আদী' সমাজতহে অধিক প্ৰযোজ্য। আজিকালি এনে প্ৰথা মিচিং সমাজত দেখিবলৈ পোৱা নাযায়।

(চ) পতিয়ে এগৰাকীতকৈ বেছি পত্নী গ্ৰহণ কৰিলে ডাঙৰজনী বা সৰুজনীৰ মাজত সঘনে মনোমালিন্য হৈ থাকিলে যিকোনো এজনীয়ে পতিৰ সংগ ত্যাগ কৰিব পাৰে।

উল্লেখযোগ্য যে বিবাহ বিচ্ছেদত তেওঁলোকৰ সমাজত প্ৰচলিত কৌবাঙৰো আপত্তি নাথাকে আৰু দুয়োজনে কাৰো ওপৰত ভৰণ-পোষণৰ দাবী কৰিব নোৱাৰে। সেয়ে অন্যান্য সমাজৰ দৰে তেওঁলোকৰ সমাজত কৰ্ট-কাছাৰীৰ নিৰ্দেশৰ গুৰুত্ব কম, কৌবাঙৰ নিৰ্দেশৰ ওপৰতহে অধিক আস্থাশীল।

মাক-বাপেকে বিচৰা মতে দৰাঘৰীয়াই ছোৱালীৰ গা-ধন দিব নোৱাৰিলে মাক-বাপেকে কইনাজনীক লৈ ঘৰলৈ গুচি আহিব পাৰে। ইয়াকো একপ্ৰকাৰে বিবাহ-বিচ্ছেদ ৰূপে অভিহিত কৰিব পাৰি।[১৫]

**গ. ৯) গোত্ৰ আৰু বিবাহ ঃ** মিচিং সমাজত স্ব-গোত্ৰৰ মাজত কোনো ধৰণৰ বৈবাহিক সম্বন্ধ স্থাপন হ'ব নোৱাৰে, অৰ্থাৎ পেগু বংশৰ মানুহে আন এগৰাকী পেগু বংশীয় জীয়ৰীক বিয়া কৰাব নোৱাৰে। তেনেদৰে দলে, কুলি, কুটুম, কুম্বাং, পাঃদুন, কাগ্‌য়ুং, মিলি আৰু পাতিৰ আদি বংশৰ ক্ষেত্ৰটো স্ব-গোত্ৰৰ মাজত বিবাহ হ'ব নোৱাৰে। স্বগোত্ৰৰ মাজত সদায়েই ককাই-ভনীৰ সম্বন্ধ অক্ষুণ্ণ হৈ থাকে। আনকি একে উপগোত্ৰৰ মাজতো বৈবাহিক সম্পৰ্ক স্থাপন হ'ব নোৱাৰে।

সাধাৰণতে ছোৱালীৰ বাবে 'মাগ্‌ৰ' (নিজতকৈ বয়সত ডাঙৰৰ ক্ষেত্ৰত ভিনিহি, পেহা-পেহীৰ পুতেক, মোমাই সম্পৰ্কীয় পুতেক) আদি আৰু 'য়িগ' (নিজতকৈ সৰুৰ ক্ষেত্ৰত আগৰ দৰে) আৰু ল'ৰাৰ বাবে 'আম্ য়িগ্‌নী' এনে মিতিৰ সম্বন্ধ নাহিলে বিয়া কৰাব নোৱাৰে।

---

১৫. নাহেন্দ্ৰ পাদুন ঃ 'মিচিং বৈবাহিক নীতি (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.২৭৭

**(ঘ) মৃতকৰ লগত জড়িত কৃত্যাদি ঃ** মিচিং সমাজত অন্যান্য হিন্দু সমাজৰ দৰে শৱ দাহ কৰাৰ প্ৰথা নাই। খ্ৰীষ্টান, মুছলমান আৰু অন্যান্য জনজাতীয় সম্প্ৰদায়ৰ শৱ-সৎকাৰৰ পদ্ধতিৰ লগতহে মিচিংসকলৰ শৱ-সৎকাৰ পদ্ধতিৰ সাদৃশ্য দেখা যায়।

কোনো লোকৰ মৃত্যুৰ বাতৰি ৰাইজক দিবৰ বাবে 'লংলং' অৰ্থাৎ বৰকাঁহ বজাই দিয়া হয়। অঞ্চল বিশেষে 'দুম্‌দুম্' অৰ্থাৎ ঢোল বজাই জনোৱা হয়। সংকেত বুজি গাঁৱৰ আৰু ওচৰচুবুৰীয়া লোক মৃতকৰ ঘৰত সমবেত হয়হি।

মৃতকৰ শৱটো শোৱাপাটীৰ পৰা দাং-দোলাকৈ আনি চাঙৰ ভিতৰতে পৰা নগাঢাৰি এখনত মূৰটো পশ্চিমফালে থকাকৈ শুৱাই থয়। গাঁৱৰ মানুহে মৃতকৰ পুৰণি কাপোৰ-কানি সোলোকাই তপত পানীৰে গা ধুৱাই উঠি তেল ঘঁহি দিয়ে। ন কাপোৰ-কানিবোৰ সামান্যভাৱে ফালি ওভোটাকৈ পিন্ধাই দি নগাঢাৰিখনেৰে মেৰিয়াই চাঙিত তুলি চাৰিজন মানুহে শ্মশানলৈ দাঙি নিয়ে আৰু ৬/৭ ফুট দীঘল 'ৰুংকুক্' অৰ্থাৎ কফিন এটাত ভৰোৱা হয়।

শ্মশানত মৃতকৰ বাবে প্ৰয়োজনীয় স্থান সামান্য মূল্যৰ বিনিময়ত কিনি লোৱা হয়। ইয়াৰ পিছত কাঠৰ কফিনটো পুতিব পৰাকৈ ৯/১০ ফুট দীঘল আৰু ৪ ফুট দ এটা গাঁত খান্দে। সমাধিস্থ কৰাৰ পূৰ্বেই শৱ ভৰোৱা কফিনটো মৈদামৰ চাৰিওফালে পাঁচন্যাৰ প্ৰদক্ষিণ কৰায়। গাঁতৰ তলীত কফিনটো স্থাপন কৰাৰ অন্তত পিণ্ড দিয়াজনে বাঁওহাতেৰে এচপৰা মাটি গাঁতটোৰ ভিতৰত দিয়ে। ইয়াৰ পিছত শ্মশানশালীত সমবেত সকলো লোকেই বাঁওহাতেৰে এচপৰাকৈ মাটি গাঁতটোৰ ভিতৰত দিয়ে। গাঁতৰ ভিতৰত কফিনসহ শৱটো পশ্চিমমুৱাকৈ পোতা হয়।

শৱ পোতা গাঁতৰ ওপৰত 'আগ' অৰ্থাৎ মৈদাম সজা হয় আৰু তাৰ তলত আঁঠুৱা তৰা নিয়ম। 'আগ'ৰ চাৰিওফালে জেওৰাৰে বেৰ দিয়া হয় আৰু তাৰ চাৰিওফালে মৃতকে ব্যৱহাৰ কৰা কাপোৰ-কানি আৰু মূৰৰ শিতানৰ পিনে মৃতকে ব্যৱহাৰ কৰা ছাতি, কাঁহৰ বাতি এটা, ধঁপাত খোৱা চিলিম, কটাৰী আদি থৈ দিয়া হয়। ইয়াৰ উদ্দেশ্য যাতে মৃত্যুৰ পিছতো মৃতকে এইবোৰ সামগ্ৰী ব্যৱহাৰ কৰিব পাৰে। তেওঁলোকৰ মতে মৃত্যুৰ পিছত অৰ্থাৎ সিপুৰীত জীৱবিলাকৰ ভাব-ভংগী, চলন-ফুৰণ, পিন্ধন-উৰণ, আচাৰ-ব্যৱহাৰ আদি জীৱন্ত অৱস্থাৰ সম্পূৰ্ণ বিপৰীত হয়।

শৱ সৎকাৰ কৰি অহা লোকসকলৰ বাবে মৃতকৰ ঘৰৰ চোতালত একুৰা জুই জলোৱা থাকে আৰু তেওঁলোকে নদী বা পুখুৰীত গা-পা ধুই আহি তিতা কাপোৰেৰে জুইশাললৈ আহি হাত-ভৰি সেকি গাত তুলসী আৰু দুবৰি সংমিশ্ৰিত তেল-পানী ঘঁহে। তাৰ পিছতহে কাপোৰ-কানি সলাই তেওঁলোক চাঙত উঠে। চাঙত উঠাৰ সময়তো তেওঁলোকৰ গালৈ কেঁচা-পানী ছটিয়াই দি শুদ্ধি কৰা হয়। আনকি তেওঁলোকক স্ব-গৃহতো প্ৰৱেশ কৰাৰ আগমুহূৰ্তত এনে কৃত্যাদি সম্পন্ন কৰা দেখা যায়।

গাঁৱৰ বয়োবৃদ্ধ লোকসকলে 'মৌৰাম্' অৰ্থাৎ মৃতকৰ ঘৰত নতুনকৈ সাজি মচি থোৱা জুহাল চায়। মৃতকৰ আত্মাটোৱে কিহলৈ ৰূপান্তৰিত হ'ল— তাৰ নিৰ্ণয় কৰা হয় 'মৌৰাম্' চোৱা প্ৰক্ৰিয়াৰ জৰিয়তে। বিশ্বাস প্ৰচলিত আছে যে মৌৰামত যি জীৱ-জন্তুৰ খোজৰ চিহ্ন পোৱা যায়— মৃতকৰ আত্মাটো সেই জীৱ বা জন্তুলৈ ৰূপান্তৰিত হয়।

**ঘ. ১) মৃতকৰ শুচি ঃ** বৈদিক প্ৰথাৰ নিচিনাকৈ মিচিং সমাজতো মৃতকৰ শুদ্ধিৰ তিনিটা স্তৰ

বৰ্তমান। তিনি দিনত তিলনী নাইবা পাঁচ দিনতো প্ৰথম মৃতকৰ সংস্কাৰ পদ্ধতি পালন কৰা হয়। তাৰ পিছত 'দদ্গাং' আৰু 'উৰম-আপিন' সম্পন্ন কৰা হয়। প্ৰথম তিনি দিনলৈকে ঘৰখনে ভজা-পোৰা, জলা, টেঙা আদি খোৱা নিষেধ। তিনি দিনৰ পিছত গাঁৱৰ বুঢ়া-বুঢ়ীসকলক মাতি আনি প্ৰাথমিক শুচি কৃত্য সম্পাদন কৰা হয়। ইয়াকে "ৰুল্লেন্ চুনাম্" আখ্যা দিয়া হয়। ইয়াৰ পিছত 'উৰম আপিন' আৰু 'দদ্গাং' নামৰ দুটা কৃত্য অনুষ্ঠিত হয়। এই দুটা কৃত্যৰ কোনো নিৰ্দিষ্ট তাৰিখ নাই, মৃতকৰ পৰিয়ালৰ আৰ্থিক অৱস্থাৰ ওপৰত এই কৃত্য দুটি সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰে।

অঞ্চল বিশেষে শেষ শ্ৰাদ্ধ 'দদ্গাঙ'ৰ পিছত নামঘৰত সহজীয়া প্ৰথাৰে আপং, মঙহ আদিৰে 'দাতিদ্' নামৰ কৃত্য এটি উদ্যাপন কৰা দেখা যায়। 'দাতিদ'ৰ অৰ্থ খোজেৰে খোজ মচি দিয়া, অৰ্থাৎ জীয়াই থকা কালত মৃতকৰ যি চিহ্ন আছিল তাৰ চিন-চাব নোহোৱা কৰা।[১৬]

**ঘ. ২) উৰম আপিন্ ঃ** গঞা ৰাইজৰ সংগ ল'বৰ বাবে অনুষ্ঠিত হোৱা কৃত্যৰ নামেই 'উৰম আপিন্'। 'উৰম আপিন্'ৰ দিনাখনেই মৃতকক পিণ্ড দিয়া হয়। 'দদ্ঙা'ৰ আগলৈকে মৃতকৰ সম্বন্ধীয়, বন্ধু-বান্ধৱ আদিয়ে 'উৰম আপিন্' দি থাকিব পাৰে। 'উৰম আপিন্'ত মৃতকৰ লগত জড়িত ব্যক্তি, গাঁৱৰ ডেকা ল'ৰা আৰু আন সহায়কাৰী লোক আদিক নিমন্ত্ৰণ কৰি আনি ভাত খুওৱা হয়।

**ঘ. ৩) দদ্গাং ঃ** 'দদ্গাঙে'ই মৃতকৰ লগত জড়িত শেষ কৃত্য, অৰ্থাৎ শেষ দহা-কাজ। এই সকামলৈ গাঁৱৰ আৰু সম্বন্ধীয় সকলো লোককে নিমন্ত্ৰণ কৰে। 'দদ্গাঙ'ত ঘৰৰ পশ্চিম ফালে বেদী নিৰ্মাণ কৰি সেই ঠাইতে বাঁওহাতেৰে ৰান্ধি মৃতকৰ উদ্দেশ্যে বাঁওহাতেৰে পিণ্ড দিব লাগে। মৃতকজনৰ লগতে তেওঁৰ উপৰিপুৰুষৰ উদ্দেশ্যেও পিণ্ড দিয়ে যাতে পূৰ্বপুৰুষৰ আত্মাৰ লগত মৃতকৰ আত্মায়ো পৰাপক্ষত মিলি-জুলি থাকিব পাৰে। দদ্গাং কৃত্য সম্পন্ন হ'লেহে ন-পুৰুষীয়া শৰাধ, বিয়া আদিৰ দৰে কৃত্যাদি অনুষ্ঠিত হ'ব পাৰে।[১৭]

দদ্গাঙত গাহৰি আৰু কুকুৰাৰ মঙহ, আপং আদিৰে নিমন্ত্ৰিত অতিথিসকলক আপ্যায়িত কৰে। মৃতকৰ পৰিয়ালে সাধ্যানুসৰি অভ্যাগতসকলক দান-দক্ষিণা আগবঢ়ায়। অঞ্চল বিশেষে দদ্গাং কৃত্য উদ্যাপন কৰাৰ ক্ষেত্ৰত সাধাৰণ তাৰতম্য দেখা যায়। 'দদ্গাঙ'ত মূৰৰ চুলি খুৰুৱাটো মিচিংসকলৰ পৰম্পৰাগত নিয়মৰ পৰিসীমাৰ ভিতৰত নাছিল, যদিও সাম্প্ৰতিকে তেওঁলোকৰ কিছুমানে এই নিয়মটো শ্ৰদ্ধাৰে সৈতে পালন কৰা দেখা যায়।

**২.০৪ সম্পত্তিৰ উত্তৰাধিকাৰী নিৰ্ণয় পদ্ধতি ঃ**

দেউতাকৰ পৰা লাভ কৰা স্থাৱৰ আৰু অস্থাৱৰ বস্তুকে সম্পত্তি বুলি ধৰা হয়। এই সম্পত্তিসমূহ স্থায়ী বা অস্থায়ীয়েই হওক—

১) বাপেকৰ মৃত্যুৰ পিছত পুত্ৰ বা কন্যাই উত্তৰাধিকাৰী সূত্ৰে পূৰ্বপুৰুষৰ সম্পত্তিত স্বামীত্ব লাভ কৰে।

---

১৬. ইন্দ্ৰেশ্বৰ পেগু ঃ মিচিং ধৰ্ম বিশ্বাস আৰু পৰম্পৰা (অসম সাহিত্য সভা পত্ৰিকা, অষ্টত্ৰিংশ বছৰ, চতুৰ্থ সংখ্যা), পৃ.১০৫

১৭. তৰুণ চন্দ্ৰ পাংমেগাম ঃ 'মিচিঙৰ জন্ম আৰু শুচি' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৪২৮

২) পুত্ৰ সন্তানৰ বাহিৰে কন্যা সন্তানে পিতৃৰ সম্পত্তিৰ উত্তৰাধিকাৰিণী হ'ব নোৱাৰে।

৩) কোনো লোক নিঃসন্তান হৈ মৰিলে মৃতকৰ বিধৱা পত্নীয়ে স্বামীৰ সম্পত্তিৰ উত্তৰাধিকাৰিণী হ'ব পাৰে, যদিহে বিধৱাজনীয়ে অন্য গোষ্ঠী বা বংশৰ পুৰুষৰ লগত দ্বিতীয়বাৰৰ বাবে বিবাহত নোসোমায়।

৪) কন্যা সন্তানৰ মাজত মাক-বাপেকৰ সম্পত্তিৰ কোনো ভাগ বিতৰণ কৰা নহয়। কিন্তু কোনো পুত্ৰ সন্তান নাথাকিলে কন্যা সন্তানেই পিতৃ-সম্পত্তিৰ ন্যায্য উত্তৰাধিকাৰী হয়। অৱশ্যে কন্যা সন্তানে যদি অন্য গোষ্ঠী বা বংশৰ পুৰুষৰ লগত বিবাহ পাশত আবদ্ধ হয় তেন্তে তেওঁ আইনতঃ সেই সম্পত্তিৰ স্বামীত্ব দাবী কৰিব নোৱাৰিব। মৃতকৰ ভায়েক-ককায়েক বা ভতিজাকেহে ইয়াৰ স্বামীত্ব লাভ কৰিব।

৫) নাবালক পুত্ৰ সন্তানক সম্পত্তিৰ উত্তৰাধিকাৰী পতা নহয়। তেনেক্ষেত্ৰত মৃতকৰ ভায়েক বা ককায়েকে সেই নাবালকৰ হৈ সম্পত্তি চোৱা-মেলা বা ভোগ-দখল কৰে। সাবালক হোৱাৰ লগে লগেই পুতেকে সেই সম্পত্তিৰ ওপৰত স্বামীত্ব লাভ কৰে।

৬) কোনো জাৰজ সন্তান বা তোলনীয়া (ধৰ্মপুত্ৰ) সন্তান কেতিয়াও সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে। অৱশ্যে তেওঁৰ প্ৰয়োজন অনুসৰি মাটি-বাৰী বা গৰু-ম'হ আদি দিয়া হয়।

৭) নিঃসন্তান হোৱাৰ বাবে কোনো লোকে যদি নিজৰ ককায়েক বা ভায়েকৰ সন্তানক ধৰ্মপুত্ৰ কৰি লয় তেনেহ'লে সেই সন্তানে ধৰ্ম পিতাকৰ সম্পত্তিৰ ভোগ-দখল লাভ কৰে।

৮) উৎসৱ-অনুষ্ঠান আদিৰ প্ৰসংগত ব্যৱহাৰ কৰা আপুৰুগীয়া সম্পত্তি যেনে— লৌঃ লং মাৰবাং, দক্‌নী, আঅ্‌ন, য়ক্‌চা আদি যিবোৰ সামগ্ৰী ব্যক্তিগত জীৱনত প্ৰয়োজনীয় নহয় তেনেবোৰ বস্তু একে পৰিয়াল বা বংশৰ যিকোনো এজনৰ ঘৰত ৰখা হয়। কিন্তু এইবোৰ বস্তু কেতিয়াও নিজৰ ব্যক্তিগত সম্পত্তি ৰূপে বিবেচিত হ'ব নোৱাৰে।

এনে সম্পত্তি আন ঠাইৰ একে বংশৰ বা পৰিয়ালৰ লোকেও উত্তৰাধিকাৰী সূত্ৰে বা তত্ত্বাৱধায়ক হিচাপে ৰাখিব পাৰিব। যদি তেনে বংশ বা পৰিয়ালৰ উত্তৰাধিকাৰী নাথাকে তেন্তে তেনে সম্পত্তি কোনেও ৰাখিব নোৱাৰিব। তেনে সম্পত্তি মৃতকৰ লগতে পোতা হয়।

৯) বাপেক জীয়াই থাকোঁতে কোনো সন্তানেই পৈতৃক সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে।

১০) বিয়াৰ পিছত কোনো পুত্ৰ সন্তানে মাক-বাপেকৰ পৰা বেলেগ হৈ সুকীয়াকৈ থাকিব বিচাৰিলে তেওঁ পিতাকৰ সম্পত্তিৰ তিনি ভাগৰ এভাগহে লাভ কৰিব।

১১) ওপৰত উল্লেখ কৰা সম্পত্তিসমূহ ভাগ-বিতৰণৰ ক্ষেত্ৰত যদি ককায়েক-ভায়েকৰ মাজত কাজিয়া লাগে তেন্তে সমাজৰ বয়োবৃদ্ধসকলৰ দ্বাৰা অনুষ্ঠিত কৌবাঙত তাৰ নিষ্পত্তি কৰা হয়।

### ২.০৫ অৱসৰ বিনোদন ঃ খেল-ধেমালি ঃ চিকাৰ আদি ঃ

অৱসৰ বিনোদনৰ মুখ্য আহিলা খেল-ধেমালি। মিচিং সমাজতো অৱসৰ বিনোদনৰ লগত জড়িত বিভিন্ন খেল-ধেমালিৰ প্ৰচলন দেখা যায়। খেল-ধেমালিয়ে মনত কেৱল বিমল আনন্দই নিদিয়ে, শাৰীৰিক, মানসিক আৰু বৌদ্ধিক বিকাশ সাধনতো এইবোৰৰ ভূমিকা নোহোৱা নহয়। দ্বিতীয়তে, খেল-ধেমালিয়ে মিলা-প্ৰীতি সাধনতো ইন্ধন যোগাব পাৰে।

মিচিংসকলৰ মাজত প্ৰচলিত খেল-ধেমালিবোৰৰ ভিতৰত উল্লেখযোগ্য খেলবোৰ হ'ল— পকা দুগ্‌নাম্, মিমাং গুপ্‌নাম্, পৃচৃ-পাচা, মেন্দাৰি-কৌবুং, চঃ মান্‌নাম্, তিনিচুকীয়া ইত্যাদি। ইয়াৰ বাহিৰেও টাংগুটি, ঘিলা, লাটুম ঘুৰোৱা, কুকুৰ পোৱালি আদি খেল গৰখীয়া ল'ৰাবোৰে গৰু চৰাই থকা অৱস্থাত খেলে।

অনেক ক্ষেত্ৰত নৃত্য-গীত আদিয়েও অৱসৰ বিনোদনৰ ভূমিকা সাধন কৰে। আজিকালি খেল-ধেমালিৰ ওপৰত যি গুৰুত্ব আৰোপ কৰা হৈছে সেইফালৰ পৰা বিচাৰ কৰিলে খেল-ধেমালি আধুনিক জীৱন আৰু সংস্কৃতিৰ এক বিশিষ্ট অংগ হৈ পৰিছে। গতিকে খেল-ধেমালিক সমাজৰ আমোদপূৰ্ণ সামাজিক ব্যৱস্থাৰ প্ৰধান আহিলা ৰূপে আখ্যা দিব পাৰি। খেল-ধেমালিত বিভিন্ন জনবিশ্বাস জড়িত হৈ আছে। সকলো সময়তে আৰু সকলো ঠাইতে স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোৱে খেল খেলিব নোৱাৰে। আকৌ কিছুমান খেল কেৱল ল'ৰা-ছোৱালীয়ে খেলিব পাৰে। খেল-ধেমালিৰ পৰা কোনো এক জাতিৰ শক্তি, সাহস, বীৰত্ব, কৰ্মশক্তি আৰু আমোদ-প্ৰমোদৰ বিষয়ে জানিব পাৰি।

**(ক) চিকাৰ ঃ** মিচিংসকলে অৱসৰৰ বিনোদন স্বৰূপে সামূহিক চিকাৰ আদিও কৰে। বন্দুক, বাৰুদ আৰু গৃদৃং অৰ্থাৎ লোহাৰ জোঙা যাঠি, ধনু-কাঁড়, কালি, জাম্‌বৰক্ দা আদি চিকাৰৰ প্ৰধান সঁজুলি। চিকাৰৰ ভিতৰত পহু-চিকাৰ, বাঘ-চিকাৰ, হাতী-চিকাৰ, মাছ-মৰা আদিয়েই প্ৰধান।

**(খ) মৃগ চিকাৰ বা পহু চিকাৰ ঃ** পহু চিকাৰৰ বাবে বিশেষকৈ খৰালি কালতকৈ বাৰিষা কাল বিশেষভাৱে প্ৰশস্ত। চিকাৰত পোৱা পহুৰ মাংস, গাঁৱৰ প্ৰত্যেক ঘৰ মানুহৰ মাজত বিতৰণ কৰা হয়। এনে পদ্ধতি মিচিং ভাষাত "তাৰ্ঙ অৰ্‌নাম" নামে জনাজাত। মুখ্য চিকাৰীজনক পহুৰ মূৰটো আৰু ছালখন বিশেষ সন্মান প্ৰদৰ্শনৰ বাবে দিয়া হয়।

**(গ) বাঘ চিকাৰ ঃ** হাতীৰ ওপৰত উঠি সাধাৰণতে বাঘ-চিকাৰ কৰা হয়। কিছুমান চিকাৰীয়ে ওখ গছৰ ওপৰত উঠি চিকাৰ কৰে। বাঘ-চিকাৰ সাধাৰণতে বৰ বিপজ্জনক। বাৰিষা কালত জলাশয় আদিৰ পৰা মুকলি পথাৰলৈ খেদি নি নাৱেৰে বাঘ চিকাৰ কৰাও দেখা যায়। এনে চিকাৰত বন্দুকৰ সলনি গৃদৃং, কালি, পঞ্জা আদি ব্যৱহাৰ কৰা হয়।

**(ঘ) হাতী চিকাৰ ঃ** হাতীৰ পোৱালি ধৰা হয় পুহিবৰ বাবে অথবা বিক্ৰী কৰিবৰ বাবে। আন জনজাতীয় লোকৰ মাজত প্ৰচলিত হাতী চিকাৰৰ লগত মিচিংসকলৰ হাতী চিকাৰ পদ্ধতিৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি।

**(ঙ) গঁড় চিকাৰ ঃ** খড়্গৰ বাবে প্ৰধানকৈ গঁড় চিকাৰ কৰা হয়।

**(চ) মাছ মৰা ঃ** মাছ মিচিংসকলৰ অতি প্ৰিয় খাদ্য। মাছ মৰাৰ সঁজুলিবোৰৰ ভিতৰত 'জুৰ্কি' (প'ল), চালনি, জাকৈ, আচাৰ (খেৱালী জাল), বকুৱা জাল, পৰাং (চেপা), তুৰ্জি (গনি), দৃৰ্দাং, জাম্‌বৰক্, দিঙৰা, উভতি পঞ্জা (পছা), কালি, বৰশী আদি উল্লেখযোগ্য।

**২.০৬ লোক-ঔষধ ঃ**

মিচিংসকলে পৰম্পৰাগতভাৱে বনৌষধি ব্যৱহাৰ কৰে। তেওঁলোকে বাস কৰা হাবি-বন আদিত বিভিন্ন ধৰণৰ গছ-লতা, বন-পাত, ফল-ফুল আদি পোৱা যায়। যুগ-যুগৰ পৰা তেওঁলোকে লাভ কৰা

অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকে যিকোনো ৰোগ নিৰাময়ৰ বাবে তন্ত্ৰ-মন্ত্ৰ আৰু বন-দৰব বা বনৌষধি ব্যৱহাৰ কৰে। গছ-গছনি, বন-লতাৰ বাদেও তেওঁলোকে কিছুমান ৰোগৰ নিৰাময়ৰ বাবে জীৱ-জন্তুৰ হাড়-মূৰ, তেজ-মঙহ, যেনে— বাঘৰ তেল, শিহু-ঘঁৰিয়ালৰ তেল, গাহৰিৰ তেল, বাঘৰ নখ, গঁড়ৰ খড়্গ আৰু মাংস, হাতীদাঁত, বনৰীয়া ম'হৰ মাংস, পুৰণি বৰলৰ বাহ আদি সংগ্ৰহ কৰি সযতনে সংৰক্ষণ কৰে। কিছুমান লোকে স্বপ্নতো ঔষধ লাভ কৰে। তেনে ঔষধ অধিক ফলপ্ৰসূ বুলিও বিশ্বাস কৰা দেখা যায়। শিশুৰ পয়ালগা ৰোগত শিহুৰ তেল উত্তম ঔষধ। ভৰি বা গাৰ ছাল ফাটিলে গাহৰিৰ তেল আৰু বাঘৰ তেল ঘঁহিলে ৰোগ নিৰাময় হয়। ডাঙৰ ফোঁহা হ'লে পুৰণি বৰলৰ বাহ পানীত তিয়াই মিহিকৈ পিহি ফোঁহা হোৱা ঠাইত লেপ দিলে ফোঁহাৰ পূঁজবোৰ সোনকালে ওলায় আৰু ঘা শুকায়। খলিহৈ অৰ্থাৎ পেৰা তেলৰ সৰিয়হৰ সিটা জুইত পুৰি চেঁচা পানীত জুবুৰিয়াই ইয়াৰ ধোঁৱা কাণত লগালে কাণৰ ভিতৰত হোৱা ফোঁৰ সোনকালে আৰোগ্য হয়। কাঁইট বা গজালে ভৰিত বিন্ধিলে মাটিমাহ পিহি বিন্ধা অংশত লেপ দিলে কাঁইটডাল সোনকালে ওলাই আহে। সৰু মিছামাছ নিমখ সানি পাতত দি পিহি কাঁইটে বিন্ধা অংশত লগালে কাঁইট ওলাই আহে। নগিন আপঙৰ ৰস বজ্ৰপাতৰ দ্বাৰা অচেতন হোৱা মানুহৰ গাত হাতেৰে চটিয়াই দিলে আৰোগ্য লাভ কৰে। পেট চলা ৰোগীকো প্ৰথম অৱস্থাত নগিন আপঙৰ নিগৰি ওলাই থকা ৰস খাবলৈ দি এই ৰোগ নিৰাময় কৰা হয়। মধুৰিআমৰ কুঁহিপাত পিহি বা চোবাই খাবলৈ দিলে সাধাৰণ পেট চলা ৰোগ ভাল হয়। আনাৰসৰ থোঁৰ মিহিকৈ পিহি তাৰ ৰস খুৱালে সৰু ল'ৰা-ছোৱালীৰ পেলু নাশ হয়।

দা-কটাৰীয়ে কাটিলে কটা ঠাইত বিভিন্ন বন-দৰব বটি লগোৱা দেখা যায়। কটাৰী বা কোনো অস্ত্ৰই কাটিলে কটা অংশ প্ৰথমে মানুহৰ প্ৰস্ৰাৱেৰে ধোৱা হয়। এনে কৰিলে ঘা নপকে। তাৰ পিছত ক'লা কচুপাতৰ ঠাৰিৰে চূৰ্ণ লগাই দিলে তেজ বন্ধ হয়। পচতীয়া পাতৰ ৰস সিজাই তাৰে মালিচ কৰিলে যিকোনো গাৰ বিষ উপশম হয়। মূৰৰ বিষ বা মূৰ কামোৰণি হ'লে বগা নহৰু কেইটিমান সৰিয়হৰ সৈতে মিহিকৈ পিহি কপালত প্ৰলেপ দিলে মূৰ কামোৰণি বা মূৰৰ বিষ সোনকালেই আৰোগ্য হয়। হঠাতে পেট কামোৰণি হ'লে মতা পটলৰ শিপা বটি তাৰ ৰস উলিয়াই ৰোগীক খাবলৈ দিলেও পেট কামোৰণি ভাল হয়। ল'ৰা-ছোৱালী আনকি ডাঙৰ মানুহৰো কৃমি হ'লে মতা অমিতাৰ ফুল কেইটিমান এৰাতি বা এগিলাচ পানীত ৰাতিটো তিয়াই থৈ ৰাতিপুৱা খালী পেটত সেই ফুলখিনি আৰু পানীখিনি খালে কৃমি নাশ হয়।

পৰি বা মোচোকা খাই হাত-ভৰি ভাগিলে ভগা হাড় জোৰা লগাবৰ বাবে অঘিনি লতা কাটি আনি ছটা ছটাকৈ ফালি কামি কৰি ভগা অংশত বান্ধিলে ভগা হাড় পুনৰ জোৰা লাগে।

গাঁৱৰ তিৰোতাসকলৰ অস্ত্ৰোপ্ৰচাৰৰ দৰে গুৰুত্বপূৰ্ণ স্থান থকাৰ বহিৰেও সন্তান প্ৰসৱ কৰা তিৰোতাজনীক সন্তান ওপজাৰ পিছত কি কি খুৱাব লাগে তাকো জানে। সন্তানৰ নাড়ী কটা কাম বাঁহৰ চোঁচেৰে সম্পাদন কৰে। প্ৰসূতিগৰাকীৰ পেটৰ বিষ হ'লে বা পেটত মৰা তেজ গোট খালে তাক মীতচুমেৰে অৰ্থাৎ মালিচ কৰি ৰোগ নিৰাময় কৰে। গাখীৰ ওলাবৰ বাবে আৰু গাৰ বিষৰ উপশমৰ বাবে কুকুৰা মাংস, নল টেঙা, জালুক, পিপলি, জলকীয়া আদিৰে জাল খুৱায়।[১৮]

---

১৮. সংবাদদাতা : মনবৃং পাঠৰী, বয়স ৫০ বছৰ, মাজুলী, মিছামৰা মিচিং গাঁও, ২-১-৯০

মানুহৰ ৰোগ-ব্যাধিৰ বাহিৰেও গৰু-ছাগলী, হাতী-ঘোঁৰা, হাঁহ-কুকুৰা আদিৰ ৰোগৰ প্ৰতিষেধক হিচাপেও বিভিন্ন বন-দৰৱ ব্যৱহাৰ কৰা দেখা যায়। ভূত-প্ৰেত আদি অপদেৱতা খেদিবৰ বাবেও বন-দৰৱ প্ৰয়োগ কৰা হয়। অনিষ্টকাৰী যাদু বিদ্যা (Black magic) আৰু কল্যাণকাৰী যাদু বিদ্যাৰ (White Magic) প্ৰসংগতো বনৌষধিৰ ব্যৱহাৰ লক্ষ্য কৰা যায়।

২.০৭ লোক-বিশ্বাস ঃ

মিচিং সমাজত প্ৰচলিত লোক-বিশ্বাসক প্ৰধানকৈ আঠভাগত ভাগ কৰিব পাৰি ঃ

(ক) ধৰ্মীয় বিশ্বাস,

(খ) গৰ্ভাৱস্থাৰ লগত জড়িত বিশ্বাস,

(গ) যাত্ৰাৰ লগত জড়িত বিশ্বাস,

(ঘ) স্বপ্নৰ লগত সম্পৰ্কযুক্ত বিশ্বাস,

(ঙ) গৃহবিচাৰ সম্পৰ্কীয় বিশ্বাস,

(চ) কৃষিৰ লগত জড়িত লোক-বিশ্বাস,

(ছ) জীৱ-জন্তুৰ লগত জড়িত লোক-বিশ্বাস আৰু

(জ) অন্যান্য লোক-বিশ্বাস।

**(ক) ধৰ্মীয় বিশ্বাস[১৯] ঃ**

**(খ) গৰ্ভাৱস্থাৰ লগত জড়িত লোক-বিশ্বাস ঃ** অন্যান্য সমাজৰ গৰ্ভৱতী তিৰোতাক কেন্দ্ৰ কৰি সৃষ্টি হোৱাৰ নিচিনাকৈ মিচিং সমাজতো গৰ্ভৱতী তিৰোতাক কেন্দ্ৰ কৰি কিছুমান লোক-বিশ্বাসৰ সৃষ্টি হৈছে। যেনে—

খ. ১) গৰ্ভৱতী তিৰোতাই যিকোনো গৰু বন্ধা পঘা বা আন ৰছীৰ ওপৰেদি পাৰ হৈ যোৱাটো নিষেধ। তেনে কৰিলে প্ৰসৱৰ সময়ত সন্তানটোৰ গাত মাতৃগৰ্ভৰ নাড়ী আদিয়ে মেৰিয়াই ধৰি কষ্ট দিব পাৰে।

খ. ২) গৰ্ভৱতী তিৰোতা অথবা তেওঁৰ স্বামীয়ে সাপ মাৰিলে গৰ্ভস্থ সন্তানৰ মুখ সৰ্পাকৃতিৰ বা জিভা সৰ্পৰ জিভাৰ দৰে হ'ব পাৰে। বিশ্বাস প্ৰচলিত আছে যে গৰ্ভৱতী তিৰোতা বা তেওঁৰ স্বামীয়ে পশু-পক্ষী মাৰিলে বা পশু-পক্ষীৰ পাখি, ঠেং আদি মুচৰি ভাঙিলে গৰ্ভস্থ সন্তানটো বিকলাংগ হ'ব পাৰে।

খ. ৩) মৃত সন্তান প্ৰসৱ কৰা তিৰোতাই প্ৰসৱৰ দিনৰ পৰা এমাহ ধৰি মাছ-মাংস খোৱা নিষেধ। এনে প্ৰসূতিয়ে প্ৰসৱৰ পঞ্চম দিনত স্বামীসহ নদী বা পুখুৰীৰ পানীত উশাহ বন্ধ কৰি একেৰাহে পাঁচবাৰ বুৰ মাৰি গা ধুই তিতা-তিয়নি নদী বা পুখুৰীৰ পাৰতে এৰি থৈ পিছফালে ঘূৰি নোচোৱাকৈ ঘৰলৈ আহিব লাগে। মৃত সন্তান যাতে পুনৰ জন্ম নহয় তাৰ বাবে এই প্ৰতিষেধকমূলক যাদু সম্পাদন কৰা হয়। এই যাদুটো সম্পাদন নকৰাকৈ কোনো প্ৰসূতিয়ে মাছ খাব লগা হ'লে এটা গাঁত খান্দি বা

১৯. চক্ৰপাল কাগয়ুং ঃ 'মিচিং ধৰ্ম-বিশ্বাস' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩৬১

ডাঙৰ চৰিয়াত পানী ঢালি তাত মাছ এটা পেলাই দি প্ৰসূতীজনীয়ে জঁপিয়াই সেই মাছ ধৰি অনাৰ পিছতহে তেওঁ মাছ খাব পাৰে। মৃত সন্তানৰ আত্মাটো পুনৰ মাছৰ লগত যাতে আহিব নোৱাৰে তাৰ বাবে এই যাদুমূলক কৃত্যটো সম্পাদন কৰা হয়।[২০]

খ. ৪) গৰ্ভত থকা সন্তানটো ল'ৰা হ'বনে ছোৱালী হ'ব তাৰ নিৰ্ণয় কৰিব পৰা বিধৰ কিছুমান বিশ্বাস প্ৰচলিত আছে।

গৰখীয়া ল'ৰাই গৰ্ভৱতীৰ নাম উচ্চাৰণ কৰি বিৰিণাপাত এটি ছিঙি অনি পাতটোৰ দুয়োমূৰে দুজন ল'ৰাই ধৰি সমানে ফালে। পাতটো আঁহ নোৰোৱাকৈ যদি পোনে পোনে ফালে তেনেহ'লে গৰ্ভৱতীয়ে ল'ৰা সন্তান প্ৰসৱ কৰিব আৰু যদি পাতটো ফালোঁতে আঁহ থাকে তেন্তে বুজিব লাগিব গৰ্ভৱতীয়ে ছোৱালী সন্তান প্ৰসৱ কৰিব।

খ. ৫) গৰ্ভৱতী তিৰোতাই কণী খোৱা নিষিদ্ধ। জীয়ৰী কালত কণী খালেও গৰ্ভৱতী অৱস্থাত কোনো তিৰোতাই কণী খাব নোৱাৰে।

**গ) যাত্ৰাৰ লগত জড়িত লোক-বিশ্বাস ঃ** যাত্ৰাৰ সময়ত কোনো লোকে পিছফালৰ পৰা মাতিলে অথবা যাত্ৰা কৰোতাজনৰ সমুখেৰে পাৰ হ'লে নাইবা শিয়াল, মেকুৰী, সাপ, নেউল আদি যাত্ৰাকাৰীৰ সোঁফালে পাৰ হৈ যোৱাটোৱে বিপদৰ সংকেত দিয়ে। যাত্ৰাৰ সময়ত কাউৰীয়ে ক্যা কা কৰি আগভেটি ধৰিলে সেই যাত্ৰা অমংগলজনক বুলি বিবেচনা কৰা হয়। যাত্ৰাৰ সময়ত উজুতি খোৱা, খালী পাত্ৰ দেখা, বিধৱা নাৰীক দেখা বা কাঠ বাজীক দেখা, চুলি মেলি থকা তিৰোতাক দেখা আদি কাৰ্যসিদ্ধি নোহোৱাৰ চিন। যাত্ৰাৰ সময়ত চুণ, হালধি, বেজী দেখা বা স্পৰ্শ কৰা কাৰ্যই যাত্ৰা-ভংগৰ আগজাননী দিয়ে।

যাত্ৰা কৰাৰ সময়ত দিনৰ ভাগত আপং বা আপঙৰ ঔষধ (পিঠা) প্ৰস্তুত কৰা, গাহৰি বধ কৰা আদি নিষেধ কাৰ্যৰূপে পৰিগণিত। অৱশ্যে নিশা এইবোৰ কাম কৰাত কোনো বাধা নাই। যাত্ৰা কৰা ব্যক্তিজন যেতিয়ালৈকে ঘূৰি নাহে তেতিয়ালৈকে এনে কাৰ্য কৰা নিষেধ। যাত্ৰাৰ সময়ত বাঁওচকুৰ কম্পনে বিপদৰ সংকেত দিয়ে। মুকলি ঠাইত কোনো লোকক শৌচ কৰি থকা দেখিলে বুজিব লাগি সেই যাত্ৰা অসাৰ্থক। যাত্ৰাৰ সময়ত পত্নী বা মাতৃয়ে বাধা দিলে যাত্ৰা নকৰাই শ্ৰেয়। পিতৃ-মাতৃৰ মৃত্যু হোৱা দিন-বাৰত যাত্ৰা কৰা নিষিদ্ধ।

**ঘ) স্বপ্নৰ লগত জড়িত লোক-বিশ্বাস ঃ** স্বপ্নৰ লগত জড়িত বিশ্বাসক দুটা ভাগত ভাগ কৰিব পাৰি। যেনে— (১) পৰম্পৰাগতভাৱে চলি অহা স্বপ্ন ব্যাখ্যা আৰু (২) বিশেষ একোটা মাংগলিক কামৰ প্ৰসংগত দেখা সপোন।

(১) সপোনত গৃহনিৰ্মাণ কৰা, ঘোঁৰা দেখা, নাৱত উঠি পশ্চিমমুৱাকৈ যাত্ৰা কৰা, বেলি উদয় হোৱা দেখা, ৰিংবিগাচেং দেখা আদি কাৰ্যই সপোন দেখোঁতাজনৰ মৃত্যুৰ আগজাননী দিয়ে। কোনো লোকৰ মৃত্যু হোৱাৰ খবৰ পোৱা, মৃতকৰ লগত কথা পতা, পুলিচ আদি লোকে সপোন দেখাজনক বন্দী কৰা আদি দেখিলেও নানা হানি-বিঘিনি হোৱাৰ সম্ভাৱনা থাকে।

---

২০. সংবাদদাতা ঃ বকসিৰাম মৰাং, বয়স ৫৩ বছৰ, অভনৰি গাঁও, গোগামুখ - ধেমাজি,২৮-১২-৮৯

মদ খোৱা, অভক্ষ্য দ্ৰব্য ভক্ষণ কৰা, বিষ্ঠা গচকা আদিৰ সপোন শুভ ফলদায়ক। কোনো মৃতকক সপোনত বাৰে বাৰে দেখা বা মৃতকে কোনো খাদ্য খাবলৈ দিয়া আৰু গৰু পানীত পৰাৰ সপোন দেখাজনৰ টান নৰিয়া হোৱাৰ পূৰ্বাভাস দিয়ে বুলি বিশ্বাস কৰা হয়। ঘৰত বা হাবিত জুই লগা দেখিলে অচিৰে কোনো বিপদ ঘটাৰ সম্ভাৱনা থাকে। সপোনত ম'হ দেখিলে বৰষুণ হয়, সাপ দেখিলে শত্ৰুৰ ভয়, জোকে ধৰা দেখিলে ৰক্তপাত হোৱাৰ সম্ভাৱনা থাকে। সপোনত শিয়াল দেখিলে বুজিব লাগিব সপোন দেখোঁতাজন বিবুধিত পৰিব। বাঘ দেখিলে বতৰ খৰাং বা ফৰকাল। সপোনত জীৱ-জন্তুৱে হত্যা কৰা, মাৰপিট কৰা দেখা, যাত্ৰা কৰি অচিন ঠাইত ওলোৱা আদিৰ জৰিয়তে সপোন দেখোতাজন বিপদত পৰিব পাৰে বুলি ভবা হয়।

সপোনত সাপে দংশন কৰা দেখিলে বুজিব লাগিব যে শুভ দিন সমাগত। ঘৰত হাতী প্ৰৱেশ কৰা বা হাতীৰ পিঠিত উঠা, নাৱত উঠি নদী পাৰ হোৱা, পৰ্বত-পাহাৰ বগোৱা, গছত উঠা আদিৰ সপোন মংগলজনক।

ঘৰত গৰুৱে প্ৰৱেশ কৰা দেখিলে কোনো অপদেৱতাৰ ৰোষত পৰা বুলি ভবা হয়, অথবা বিপদৰ আগজাননী বুলি কোৱা হয়। ঘৰৰ চোতাললৈ হাতী অহা বা বৈ থকা আদি সপোন দেখিলে বুজিব লাগিব যে— ঘৰ-ডাঙৰীয়া আহিছে। সপোনত মাছ দেখিলে অৰ্থলাভ হোৱাৰ সম্ভাৱনা থাকে। সপোনত ভোজন কৰা দেখিলে বা অখাদ্য খালে পেটৰ অসুখ হোৱাৰ সম্ভাৱনা থাকে। দাঁত সৰা, চুলি-দাড়ি, নখ আদি কটা আদিৰ সপোন দেখিলে ঘৰ-ডাঙৰীয়া অসন্তুষ্ট হোৱা বুলি ভবা হয়। সপোনত মানুহৰ মৰাশ দেখিলে জালত বা চেপা আদিত বেছিকৈ মাছ পোৱা যায় বুলি বিশ্বাস কৰা হয়।

(২) কোনো এটা মাংগলিক কাৰ্য কৰিবলৈ লোৱাৰ আগতে দেখা সপোনৰ ফলিতাৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিয়া দেখা যায়। উদাহৰণস্বৰূপে নতুনকৈ ঘৰ-ভেটি লোৱাৰ আগমুহূৰ্তত, নতুনকৈ ভঙা খেতি পথাৰ, ভূঁই বা পাম লোৱা আদি বিভিন্ন সময়ত সপোনৰ জৰিয়তে মংগল চোৱাৰ পৰম্পৰা অতীতৰে পৰা চলি আহিছে।

নতুনকৈ ঘৰৰ ভেটি ল'বৰ সময়ত খুঁটা পোতাৰ আগতে ভেটিৰ চাৰিওফালে গাঁত খান্দি তৰা পাতত কেইটামান চাউল বান্ধি পুতি থোৱা মানুহজনে যি সপোন দেখে তাৰ ফলিতা বিচাৰ কৰা দেখা যায়। এই প্ৰসংগত যদি তেওঁ কোনো সপোন নেদেখে তেন্তে বুজিব লাগিব সেই ঠাইত ঘৰৰ ভেটি নিৰ্মাণ কৰাটো মংগলজনক। নতুন ঠাইত পাম ধৰিবলৈ যোৱাৰ সময়তো এনে ধৰণে "মাঞ্চিং তাগি"ৰ বা স্বপ্নৰ ফলিতা চোৱা দেখা যায়।[২১]

**(ঙ) গৃহৰ লগত জড়িত লোক-বিশ্বাস :** থকা ঘৰত সাপ সোমালে, কপৌ চৰায়ে চালত পৰি ৰুণ দিলে, ফেঁচাই বিনালে, ঘৰৰ চালত শগুণ পৰিলে, গৰুৰ নেজ গোহালি বা ঘৰৰ খুঁটাত পাক খাই থাকিলে, গাহৰিয়ে খুঁটাৰ ফাকত পৰিলে বুজিব লাগিব গৃহস্থৰ ওপৰত পূৰ্বপুৰুষৰ আত্মা বা ঘৰ-ডাঙৰীয়া দেৱতা অসন্তুষ্ট হৈছে। একেজোপা কলত কেইবাটাও থোক ওলোৱা আদি কাৰ্যৰ দ্বাৰা বুজিব লাগিব যে, গৃহস্থৰ ওপৰত লক্ষ্মী, ইন্দ্ৰ আদি দেৱতা অসন্তুষ্ট হৈছে।

২১. *সংবাদদাতা : বকৃসিৰাম মৰাং, অৱনৰি, মিচিং গাঁও।*

ধোঁৱা চাঙৰ পৰা আকস্মিকভাৱে বস্তু পৰা, হাতৰ পৰা মাটিৰ কলহ পৰি ভঙা আদিয়ে বিপদৰ সংকেত দিয়ে। পূজাৰ বেদী বা পূজাৰ বাবে আগবঢ়াই থোৱা বস্তু হঠাৎ পৰিলে বুজিব লাগিব দেৱতাগৰাকী গৃহস্থৰ ওপৰত অসন্তুষ্ট হৈছে। পূজাৰ সময়ত অশুচি নাৰীৰ আগমন, হাই-কাজিয়া লগা আদিয়ে গৃহস্থৰ প্ৰতি দেৱতা ৰুষ্ট হোৱাটোকে বুজায়।

বিজুলী-ঢেৰেকনি মাৰিলে ঘৰৰ ঘাই খুঁটাত দা বা কুঠাৰ জাতীয় অস্ত্ৰ লগাই থোৱা হয়, কাৰণ বিশ্বাস প্ৰচলিত আছে যে, তেনে কৰিলে বজ্ৰ দেৱতা ভয়তে সেইপিনে নাহে। দলে বংশীয় লোকে পেগু বংশীয় লোকৰ ঘৰত আগফালে সোমাই পিছ দুৱাৰেদি প্ৰস্থান কৰাটো নিষিদ্ধ কাৰ্য ৰূপে পৰিগণিত। আনকি অচিনাকি মানুহৰ ক্ষেত্ৰতো এই নিয়মটো প্ৰযোজ্য হোৱা দেখা যায়।

**(চ) কৃষিৰ লগত জড়িত লোক-বিশ্বাস ঃ** প্ৰথম ধান সিঁচিবলৈ যোৱাৰ সময়ত যদি খৰাহীৰ পৰা কঠীয়া মাটিত পৰে তেন্তে বুজিব লাগিব যে খেতি আশানুৰূপ নহ'ব। প্ৰথম মুঠি কঠীয়া আঁঠুত পৰিলে সেই বছৰটোত খেতি নষ্ট হোৱাৰ সম্ভাৱনা থাকে। লতাৰ দৰে পাক খাই ধান গজিলে ফচল বেয়া হোৱাৰ ইংগিত পোৱা যায়। ধান পূৰঠ হোৱাৰ সময়ত অধিক ধানবিশিষ্ট শীহ এডালৰ ধান হিচাপ কৰিলে যদি ধানৰ সংখ্যা যুগ্ম হয় তেনেহ'লে বুজিব লাগিব সেইবছৰ গৃহস্থক নিজৰ ঘৰৰ ভাতে আঁতিব। ইয়াৰ বিপৰীতে অৰ্থাৎ ধানৰ সংখ্যা অযুগ্ম হ'লে গৃহস্থই যে ভাতৰ বাবে আনৰ ওচৰত হাত পাতিব লাগিব তাত সন্দেহ নাই। প্ৰথম কঠীয়া সিঁচি ঘৰলৈ আহিয়েই পোনতে খালী পাত্ৰ দেখা নাইবা অসংযত অৱস্থাত থকা তিৰোতা আদি দেখা অশুভজনক।

পথাৰৰ পৰা ঘৰলৈ প্ৰথম লখিমী অনা মানুহজনক বাটত কোনোবাই আগ ভেটি ধৰা কাৰ্যই লখিমী অসন্তুষ্ট হোৱাৰ সংকেত বহন কৰে।

তামোল-পাণ, কল, লাউ, আলু আদি ফল ধৰা গছ ৰুৱৰ সময়ত মূৰত গামোচা আৰু বোকোচাত ল'ৰা এটি লৈ ৰোপণ কৰিলে বেছি ফল ধৰে।

ভৰ দুপৰীয়া গাহৰি শোৱাৰ সময়ত কলগছ ৰুলে সেই কলগছ হেনো গাহৰিয়ে কোনো দিনে নাখায়।

যি বছৰত ধানৰ পাত দীঘল হয় সেই বছৰত বান-পানীয়ে খেতি-বাতি নষ্ট কৰাৰ সম্ভাৱনা থাকে। কঠীয়াই কোনোমতে জুৰিলে সেই বছৰ ধানে কোনোমতে জোৰে আৰু কঠীয়া ৰাহি হ'লে ধানো ৰাহি হয় বুলি বিশ্বাস কৰা হয়।

**(ছ) জীৱ-জন্তু সম্পৰ্কীয় বিশ্বাস ঃ** দিনৰ ভাগত কুকুৰাই ডাক দিলে বা মাজৰাতি অসময়ত ডাকিলে গাঁৱৰ কোনোবা গাভৰু পলাই যোৱাৰ সম্ভাৱনা থাকে। এইদৰে এহাল কুকুৰাই কাণে কাণে কথা পতা যেন কৰি থাকিলে আলহী আহিব বা গাঁৱৰ ছোৱালী পলাই যাব বুলি বিশ্বাস কৰা হয়। ফেঁচাই মাজৰাতি একে ঠাইতে পৰি থাকি নিউ নিউ কৰিলে গাঁৱৰ কোনো বয়সস্থ লোকৰ মৃত্যু সমাগত। অন্যহাতে থকা গৃহৰ ওচৰত সঘনে ঠাই সলাই ফেঁচাই নিউ নিউ কৰি চিঞৰিলে গৃহস্থৰ অমংগল হ'ব পাৰে। কুকুৰে ওপৰলৈ মূৰ তুলি ৰাউচি ধৰিলে আৰু নখেৰে মাটি আঁচুৰি ভুকাটো অমংগলৰ ইংগিত।

কপৌ চৰায়ে অকলশৰীয়াকৈ ঘৰৰ চালৰ মুধত পৰি ৰুণ দিলে সেই ঘৰৰ পূৰ্বপুৰুষৰ কোনো অতৃপ্ত আত্মাই শোকাতুৰ হৈ কান্দিছে বুলি বিশ্বাস কৰা হয়। ভঁৰাল-ঘৰত ঘনচিৰিকা চৰাই নাথাকিলে বেমাৰ-আজাৰ হোৱাৰ আশংকা থাকে। শিয়ালে দিন বা অসময়ত হোৱা দিলে সেই বছৰ বতৰ ভাল নহ'ব বুলি বিশ্বাস কৰা হয়। ফেউৰাৰ কান্দোনে বতৰ ফৰকাল হোৱাৰ ইংগিত বহন কৰে। বাঘৰ নেজত ধৰিলে যিকোনো ল'ৰা-ছোৱালীয়ে হস্তশিল্পত পাকৈত হয় বুলি ভাবি অনেকে মৰা বাঘৰ নেজত চুই দিয়ে। হাতীৰ পেটৰ তলেদি পাৰ হ'লে যিকোনো আপদ-বিপদৰ পৰা মুক্ত হ'ব পাৰি। মৃত বাঘটো থিয় কৰাই পেটৰ তলেদি বেমাৰী লোকক পাৰ কৰালে বেমাৰ ভাল হয়। কাউৰীয়ে ৰংমনে ৰমলিয়ালেও আলহী অহাৰ ইংগিত দিয়ে। ইয়াৰ বিপৰীতে কাউৰীৰ বিননিয়ে শোকৰ বাৰ্তা বহন কৰে।

**(জ) অন্যান্য লোক-বিশ্বাস ঃ** পুৱা হাত-মুখ ধোৱাৰ সময়ত হাতৰ পৰা পানীৰ বাচন পৰিলে, মূৰ ফণিওৱাৰ সময়ত হাতৰ পৰা ফণিখন পৰিলে, ভাতৰ চৰু বা কেৰাহিৰ কাণত হেতাখন পৰিলে আলহী-অতিথি আহিব পাৰে বুলি বিশ্বাস কৰা হয়। স্বামীৰ মৃত্যুৰ তিথিৰ দিনা পত্নীয়ে ভাত খালে মৃত স্বামী ভোকাতুৰ অৱস্থাত থাকে বুলি মিচিং তিৰোতা সমাজে বিশ্বাস কৰে। ঘৰৰ মুৰব্বীজনে আপং খোৱাৰ আগতে জুহালৰ চুক এটাত অকণমান আপং উপৰিপুৰুষসকলৰ বাবে ঢালি দিব লাগে, নহ'লে মৃত পূৰ্বপুৰুষসকল অসন্তুষ্ট হ'ব পাৰে।

সাপে দংশন কৰা নাইবা জ্বৰ-নৰীয়াত পৰা মানুহ বা বাঘ চিকাৰৰ পৰা ঘূৰি অহা চিকাৰীক ৰিঃবিগাচেং পৰিধান কৰিবলৈ দিয়া হয়, যাতে অপদেৱতাই লাভ্তৱ নোৱাৰে।

কোনো কোনো অঞ্চলত ন-ভাত খোৱাৰ দিনা ন-চাউলৰ ভাত আলহী-অতিথিক দিয়াৰ পূৰ্বে কুকুৰক খাবলৈ দিয়ে। তাৰ পিছতহে সেই ভাত তিৰোতা মানুহে খাব পাৰে। মিচিং সমাজত কুকুৰ আৰু তিৰোতাসকল লক্ষ্মী ৰূপে পৰিগণিত।

বেলি অস্ত যোৱাৰ পিছত নৈৰ ঘাটত কাপোৰ ধোৱা, কোৰ-কুঠাৰ মৰা, কাম-কৰ কৰা, দাড়ি-চুলি কটা আদি নিষিদ্ধ। ৰাতি কোনো মানুহক নাম কাঢ়ি মাতিলে ভূতে মানুহজনক অনিষ্ট কৰিব পাৰে।

**২.০৮ মংগলামংগল চোৱাৰ পৰম্পৰা ঃ**

মংগলামংগল চোৱাৰ পৰম্পৰাও মিচিং সমাজত প্ৰচলিত। কোনো মানুহ বেমাৰত পৰিলে তাৰ পৰা নিষ্কৃতি পাবৰ বাবে অথবা কোনো শুভকামলৈ যাত্ৰা কৰাৰ আগমুহূৰ্তত মংগল চোৱা হয়। মিচিং সমাজৰ মংগল চোৱা ৰীতিৰ লগত অন্যান্য সমাজৰ মংগল চোৱা ৰীতিৰ সাদৃশ্য লক্ষ্য কৰা নাযায়। মংগল চোৱা কৃত্যক মিচিং সমাজত "তাগিৰ কাঃনাম" বোলা হয়। তলত উল্লেখ কৰা ধৰণে মিচিং সমাজত তাগিৰ চোৱা কৃত্য সম্পন্ন কৰা হয়।

**(ক) চাউলত মংগল চোৱা ঃ** কোনো কোনো মিচিং মংগলতিয়ে চাউলেৰে মংগল চায়। এই পদ্ধতিৰে চোৱা মংগল অঞ্চল বিশেষে বিভিন্ন ধৰণৰ। সাধাৰণতে পাঁচ, সাত, ন আৰু এঘাৰ সংখ্যাৰ নভঙা চাউল তৰাপাত নাইবা কলপাত বা কাঁহৰ কাঁহীত লৈ মংগল চায়।

**(খ) কলপাতত মংগল চোৱা :** অতীজতে কলপাত ছিৰি মংগল চোৱা নিয়ম মিচিং সমাজত প্ৰচলিত আছিল। কলপাত একখণ্ডৰ গুৰিটো ৰাখি হাতেৰে সেই পাতখন চাৰিফাল কৰি ফলা হয়। মংগল চোৱাবলৈ অহা লোকজনে কলপাত এখিলাত সম্ভাব্য বেমাৰৰ কাৰণ, হ'ব পৰা যিকোনো দুৰ্ঘটনা ইত্যাদি মনৰ কথা মংগলতিজনক কৈ মনে মনে এডাল কাঠি কলপাত খিলাত লয়। মংগলতিজনে সেই কাঠিৰ কাৰণ বিচাৰি চাৰিওফালে ফলা পাতখিনি পকাই পকাই আগফালৰ দুটা মুৰ লগ কৰি বান্ধি দিয়ে। তাৰ পিছত পাতখন খুলি ফলাফল গণনা কৰে। কলপাতগিনি ১ম + ২য়, ২য় + ৩য়, ৩য় + ৪ৰ্থ— এনেভাৱে যোৰকৈ বন্ধা থাকে। মাজৰ ২য় আৰু ৩য় যোৰ পৰস্পৰে বান্ধ খালে সেইটোৱেই উত্তম ফল বুলি ধৰা হয়। এই যোৰত বান্ধ নাখালে আকৌ অন্য কাৰণ বিচাৰি মংগল চোৱাবলৈ অহাজনে কাঠি দিয়ে।

**(গ) উদৰত মংগল চোৱা বা 'আকি উক্কা' :** বেমাৰত পৰা মানুহজনক ওপৰমুৱাকৈ শুৱলে দি যিজনে মংগল চায় তেওঁ ৰোগীৰ পেটত হাত দি তাৰ উমান লয়। পেট স্পৰ্শ কৰি কি কি বেমাৰ হৈছে বা কোন কোন অপদেৱতাই লম্ভিছে আৰু কি কৰিলে বেমাৰ উপশম হ'ব ইত্যাদি কথা মংগল চোৱাজনে কৈ দিয়ে। মংগল চোৱাজনৰ নিৰ্দেশ মতে বেমাৰীজনৰ আৰোগ্য কামনা কৰি পূজা-পাতল 'আগ' কৰিলে ৰোগী আৰোগ্য হয়।

**(ঘ) কুকুৰা কণী আৰু গাহৰিৰ আগ মঙহত মংগল চোৱা :** কুকুৰাৰ কণী আৰু গাহৰিৰ আগ মঙহৰে মংগল চোৱা পৰম্পৰা অতি পুৰণি। প্ৰথমতে 'মিবু'সকলৰ দ্বাৰা এই কৃত্য সম্পাদন কৰা হৈছিল, যদিও বৰ্তমান গাঁৱৰ বয়োবৃদ্ধ, জ্ঞানী লোকসকলে এই কৃত্য কৰা দেখা যায়। কুকুৰাৰ কণী ভালনে বেয়া, তাৰ কুহুমৰ ৰং ইত্যাদিৰ ওপৰত ব্যাখ্যা কৰি 'মিবু'সকলে ভৱিষ্যৎ বাণী কৰে। ঠিক তেনেকৈ গাহৰিৰ আগ মঙহখিনি উলিয়াই তাত দেখা কিছুমান সাঁচ বা দাগ আৰু বৰণৰ ওপৰত নিৰ্ভৰ কৰিও মংগল চোৱা দেখা যায়।

২.০৯ শাও-শপনি :

গালি-শপনিৰ ব্যৱহাৰ লোক-জীৱনৰ নিত্য-নৈমিত্তিক ঘটনা। বিদ্ৰূপমূলক শব্দ, উপলুণ্ডা নাম দি মতা, গ্ৰাম্য ভাষা, অশ্লীল বাক্য প্ৰয়োগ আৰু যৌন সম্বন্ধীয় বিষয়ৰ উল্লেখেৰেই সচৰাচৰ এই শাও-শপনিৰ প্ৰয়োগ-পৰম্পৰাৰ বিষয়ে বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছে যে শাও-শপনিত সৰ্বসাধাৰণ লোকৰ ধৰ্মমূলক, নৈতিক আৰু সামাজিক চিন্তাৰ পৰিচয় পোৱা যায় আৰু জাতিৰ লৌকিক বিশ্বাস আৰু অন্ধ-বিশ্বাস সমূহ ইয়াতে লুকাই থাকে।[২২]

আনহতে গালি সম্বন্ধে উজনি আৰু নামনি অসমত প্ৰচলিত বিভিন্ন ধৰণৰ গীত, ফকৰা আৰু যোজনা আছে। গালিও গীত হৈ ওলাব পাৰে।[২৩]

মিচিং সমাজতো শাও-শপনি দিয়াৰ পৰম্পৰা প্ৰচলিত। এনে শাও-শপনিসমূহক তলত দিয়াৰ দৰে শ্ৰেণীবিভাগ কৰিব পাৰি :

---

২২. বিৰিঞ্চি কুমাৰ বৰুৱা : প্ৰাগোক্ত গ্ৰন্থ, পৃ.৮৮

২৩. প্ৰফুল্লদত্ত গোস্বামী : 'অসমীয়া জন-সাহিত্য', পৃ.১৯

(ক) কিছুমান শাও-শপনিৰ পৰা সমাজৰ উচ্চ-নীচ, জাতি-ভেদ আদিৰ বিষয়ে অৱগত হ'ব পাৰি। মিপাগ্ জাঃদী, বঙালী জাঃদী, মিপাগ্‌লক্ পুৰ্‌নী, মিপাগ্ অঃচী, পাগ্‌ব অম্‌মাং, পাগ্‌নী অম্‌মাং, পাগ্‌বল পুৰ্‌নী ইত্যাদি।

(খ) জনবিশ্বাস আৰু দেব-দেৱী সম্বন্ধীয় শাও-শপনিবোৰৰ ভিতৰত গোকাই ইঃ তৃঃ না, আইঃ কী পাঃ নামা, উইঁ পাঃ নামা, তানিঃ দন্‌না, অদৰমী আউৱা, অদৰমী অম্‌মা, অনি পাঃ নামা আদিক উল্লেখ কৰিব পাৰি।

(গ) কেতবোৰ শাও-শপনিত প্ৰতিপক্ষৰ মৃত্যু আৰু দুৰাৰোগ্য ৰোগ কামনা কৰা দেখা যায়। যেনে— আইঃ কী বম্‌পীনাম্‌মা, মাউৰ্‌ৰক্ গৃপীনা, তাপুম্ পীঃনামা, বৰ বেমাৰ দনামা, য়ীঃ পাং পাঃ নামা, উইঁয়েচিন্ লাংকাঃ মানোমা ইত্যাদি।

(ঘ) কিছুমান গালিত শাৰীৰিক বিকৃতিৰ উল্লেখো পোৱা যায়। যেনে— ইকিয়ীম্‌পী, মেন্‌চাৰুংভীম্‌পী, পৃআগ্‌গীম্‌পী, চিবেয়ীম্‌পী ইত্যাদি।

(ঙ) প্ৰতিপক্ষৰ অৱস্থাৰ অৱনতি কামনা কৰি পৰা শাও-শপনিৰ ভিতৰত য়াগ্‌গঃনী, দগঃ না, দপাঃ মান্ জাঃদা, তৃঃ পামান্ জাঃ দা, কগঃ নী জাঃ দা আদি উল্লেখযোগ্য।

(চ) প্ৰতিপক্ষৰ প্ৰিয়জন-পৰিজনৰ অন্যায় কামনা কিছুমান শাও-শপনিৰ লক্ষ্য। যেনে— আবু তুক্‌কু দন্‌না, আনী তুক্‌কু দন্‌না ইত্যাদি।

(ছ) অভক্ষ্য ভোজন কৰি সামাজিক অপবাদ পাবৰ বাবেও গালি পৰা হয়। যেনে— ইঃ তৃঃ না, তানিঃ আজৃন্, গঃৰু দন্‌না, চোৱা য়াক্‌না, নৰক্ দন্‌না ইত্যাদি।

(জ) প্ৰতিপক্ষক জন্তুৰ লগত তুলনা কৰি অবাইচ মাত মতাকো শাও-শপনিৰ ভিতৰত ধৰিব পাৰি। যেনে— ইকি আউৱা, মেন্‌চাৰুং আউৱা, ছাগলী আউৱা, এক জাঃ দা, গঃৰু জাঃ দা ইত্যাদি।

(ঝ) মতাক তিৰোতা আৰু তিৰোতাক মতাৰ লগত তুলনা কৰি পৰা গালিও মিচিং সমাজত নথকা নহয়। যেনে— এগে গীন্‌না, উগন্ গীন্‌না, এগে বৰুঙ কীঅৃক্‌লক্ দুঃপীনা, য়েৰুং গাত্‌পী, চাম্‌পীক-কক্‌কি দীম্‌পী।

(ঞ) তিৰোতাৰ আত্মমৰ্যাদাক আঘাত কৰি পৰা গালিৰ ভিতৰত— পাকৰিন্ অম্‌মা, নতি অম্‌মা, মিল্‌বং অম্‌মা, লি্‌বং তুক্‌কু দন্‌না আদি উল্লেখযোগ্য।

(ট) শাও-শপনিবোৰে অভিশাপৰ দৰে কাম কৰে বুলি লোক-সমাজত বিশ্বাস প্ৰচলিত আছে। এনেধৰণৰ শাও-শপনিৰ ভিতৰত তালীং অতেইঃকা, য়াৰি আৰ্‌বম্ কাঃ লাংকা, মাউৰ বম্‌তেইঃকা, লঃতু য়াৰিপী চিকাঃ লাংকা আদিক ধৰিব পাৰি। এই অভিশাপবোৰে কেতিয়াবা মন্ত্ৰৰ দৰেও কাম কৰে। শত্ৰুপক্ষৰ অমংগল কামনা কৰি তেনেধৰণৰ বাক্যবাণ প্ৰহাৰ কৰা শব্দবোৰ প্ৰায়ে যাদু-বিদ্যাৰ লগত জড়িত।

(ঠ) ইয়াৰ উপৰি পুৰুষ আৰু স্ত্ৰীৰ গুপ্ত অংগ-প্ৰত্যংগ আৰু যৌন-সংগম সম্পৰ্কীয় শব্দবোৰো প্ৰসংগ বিশেষে গালি ৰূপে প্ৰয়োগ কৰাৰ পৰম্পৰা নোহোৱা নহয়। যেনে— ইন্‌না দন্‌না, তাপং য়াক্‌না, নৰক্ দন্‌না, আনী বম্‌না, বৃৰ্‌মী বম্‌না, আবু বম্‌না, লাইত্ দন্‌না ইত্যাদি।

## ২.১০ যাদু (Magic) ঃ

**শত্ৰুক অনিষ্ট কৰা যাদু ঃ (মেজিক)**— শত্ৰুজ্ঞান কৰা মানুহক অনিষ্ট কৰিব পৰা যাদু-মন্ত্ৰক 'মৰুনাম্' অৰ্থাৎ যাদু কৰা বুলি কয়। এই যাদু-মন্ত্ৰবোৰ সংস্কৃত বা মন্ত্ৰ-সাহিত্যত উল্লেখ থকা বাণ মৰা যাদুৰ লগত নিমিলে। কিছুমান হিংসুক মানুহে শুভ কাৰ্যত বাধা জন্মাবৰ কাৰণে বা প্ৰতিশোধপৰায়ণ হৈ অনিষ্ট কৰিবৰ বাবে কিছুমান কৌশল অৱলম্বন কৰে। যাদুকৰে শত্ৰুৰ ওপৰত তীব্ৰ প্ৰতিশোধ ল'বৰ কাৰণে প্ৰতিবেশীৰ ঘৰৰ চোতালত অথবা চাঙৰ তলৰ যিকোনো ঠাইত কিছুমান দ্ৰব্য পোতে। তেতিয়া শত্ৰু ঘৰৰ কেইবাজনো মানুহ মৰি উচ্ছন্ন হৈ যায়। এই যাদু-মন্ত্ৰৰ পৰা হাত সাৰিবলৈ মিবু অথবা অভিজ্ঞ বেজ-জ্ঞানীক মাতি আনি ঠিকনা চাবলৈ দিয়া হয় আৰু ঔষধ পুতি থোৱা বুলি প্ৰমাণ হ'লে দ্ৰব্যবিলাক খান্দি উলিয়াবলৈ দিয়া হয়। দ্ৰব্যবোৰ পিছত পুৰি পেলোৱা হয়।

কেতিয়াবা কোনো পৰিয়ালৰ ওপৰত শত্ৰুৱে 'বীৰা' জাপি দিয়ে। বীৰাই ঘৰৰ পৰিয়ালবৰ্গক এজন এজনকৈ বধ কৰে। পিছত ঠিকনা চাই বীৰা মেলাজনৰ পৰিচয় উলিয়াই গাঁৱৰ ৰাইজে মিলি বীৰা জাপি দিয়া মানুহজনক মৃত্যুদণ্ড পৰ্যন্ত শাস্তি বিহে।

এইবিধ যাদু-মন্ত্ৰৰ বাহিৰেও 'পেলৃগ্‌নাম্' বা 'ৰীঃ বাদ্‌নাম্' অৰ্থাৎ শাও-শপনি আৰু আশীৰ্বাদৰ দ্বাৰা মনৰ অভিলাস পূৰণ কৰাৰ পৰম্পৰাও প্ৰচলিত। যেনে–

"অমুকা-অমুকিঃন অম্‌মাং পাঃমাঃপী ইকাঃ লাংকা
লঃ তু য়াৰিপী নলু চিকাঃ লাংকা
নলুক্ চিমাঃ দীম্ চৌগুম্ পৃৱাগীচিন্ দকাঃ য়কা ..।"[২৪]

অৰ্থ ঃ অমুকা-অমুকী, তোমালোকৰ সাংসাৰিক জীৱনত সতি-সন্ততি হ'ব নালাগে। তোমালোকৰ হতশ্ৰী হওক, মৃত্যুৰ পিছত তোমালোকৰ মৰাশটো কাউৰী-শগুণেও নোখোৱা হওক।

কোনো কোনো অঞ্চলত মাক-বাপেকে অপছন্দ কৰা ল'ৰালৈ বিয়াত নোসোমাবলৈ হকা-বধা দিয়া সত্ত্বেও ছোৱালী পলাই গৈ বিয়াত সোমায় তেতিয়াও। ছোৱালীজনীৰ মাতৃগৰাকীয়ে ওপৰৰ বচনফাঁকি মাতি ৰিহাৰ আঁচলৰ মূৰত টানকৈ গাঁঠি মাৰি কোনেও নজনাকৈ বাকচত ভৰাই থয়। বিশ্বাস যে যেতিয়ালৈকে এই গাঁঠি খোলা নাযায় তেতিয়ালৈকে সেই তিৰোতাজনীৰ সতি-সন্ততি নহয়। এনে পদ্ধতিক 'চয়েক্ য়েক্‌নাম্' বোলে।

শাও-শপনিবোৰ কামৰ বা অপৰাধৰ শ্ৰেণীৰ নাম অনুযায়ী ভিন ভিন শব্দৰে ভাষাৰ অৰ্থ প্ৰকাশ কৰি শাও-শপনি দিয়া হয়। যেনে— কুকুৰা চুৰ কৰি খালে কুকুৰাৰ দৰে হ'ব লাগে। বাৰীৰ লাউ-বেঙেনা, তিয়ঁহ চোৰ কৰিলে লাউ, বেঙেনা, তিয়ঁহৰ দৰে গাতো গেলি যাব লাগে। জলকীয়া চুৰ কৰাজনক গাত জলকীয়াৰ দৰে জলা-পোৰা হওক বুলি অভিশাপ দিয়ে। গুৰুতৰ ধৰণৰ অপৰাধৰ ক্ষেত্ৰত গাঁৱৰ ৰাইজে সমূহীয়াভাৱে কীবাং বহুৱাই অপৰাধীক ধৰা পেলাবলৈ 'কুকুৰা' কাটি দিম বুলি ভয় দেখুৱাই চোৰ ধৰা পেলায়। ৰঙা মতা কুকুৰা কাটি অভিশাপ দিলে এনে অভিশাপৰ ফল নিশ্চিত আৰু অব্যৰ্থ। এইবিধ কাৰ্যক 'পৰগ্-গাদ্‌লৃক্‌নাম্' বোলে। আন কিছুমান লোকে শত্ৰু পক্ষৰ অনিষ্ট

২৪. সংবাদদাত্ৰী ঃ ছোৱালী পেগু (৪৮)

কামনা কৰি গাহৰি মাৰি গোটা গোটাই মাটিত পুতি থয় আৰু কেতিয়াবা শিল পুতি দি শত্ৰুপক্ষৰ ক্ষতি সাধন কৰে। এনে কাৰ্যক 'য়ুলৃগ্‌নাম্' বোলে। ইয়াৰ বাহিৰেও দুবৰি বন, তুলসী গছ, কচু গছ কাটি উঘালি বা কাটি শাও-শপনি দিয়া হয়।

বিবাহিত স্বামী-স্ত্ৰীৰ মাজত কেতিয়াবা মনোমালিন্য ঘটে। তেতিয়া এজনে আনজনক বশ কৰি ৰাখিবৰ কাৰণেও কিছুমান গুণ সম্পন্ন দ্ৰব্য খুউৱা দেখা যায়। এনে দ্ৰব্যবোৰ আপং আৰু তামোলৰ লগত দিয়া হয়। যুদ্ধ-বিগ্ৰহ আদিলৈ যাব লগা হ'লে সমবেত ৰাইজে বা যোদ্ধাই দঃগ্ৰিও-পঃল, কাৰ্চিং-কাৰ্তাং আদি দেৱতাসকলক সাক্ষী কৰি অৃৰইঐ অৃৰইঐ অৃৰইঐ বুলি চিঞৰি ওপৰলৈ হাত দাঙি যুঁজলৈ আগবাঢ়ি যায়। এনে কৰিলে যোদ্ধাসকলৰ শৰীৰত যথেষ্ট শক্তি পোৱা যেন অনুভৱ হয় আৰু এনেদৰে উচ্চ স্বৰত চিঞৰাৰ ফলত শৰীৰৰ তেজৰ উষ্ণতা বৃদ্ধি পায়।

## ২.১১ মিচিং ধৰ্ম ঃ

মিচিংসকলৰ প্ৰাচীন ধৰ্মীয় বিশ্বাসৰ বিষয়ে জনাৰ উপায় নাই। যিহেতু তেওঁলোকৰ মাজত লিখিত পুৰণি ধৰ্ম-পুথি নাই; তথাপি 'আদী'সকলৰ ধৰ্মীয় বিশ্বাস আৰু আদিম জাতিসকলৰ মাজত স্থান পাই অহা ধৰ্মীয় কৃত্যাদিৰ পৰা অনুমান কৰিব পাৰি যে মিচিংসকলৰ ধৰ্মীয় বিশ্বাসত প্ৰাকৃতিক উপাদানসমূহে বিশেষভাৱে ভূমিকা গ্ৰহণ কৰি আহিছে। এই ফালৰ পৰা এইটোও ধাৰণা কৰি ল'ব পাৰি যে তেওঁলোকৰ আদিম ধৰ্মীয় বিশ্বাসৰ লগত বৈদিক যুগৰ ধৰ্মীয় বিশ্বাসৰ সাধাৰণ মিল আছে। বেদত প্ৰাকৃতিক শক্তিসমূহে অগ্নি, ইন্দ্ৰ, বায়ু, মৰুৎ, বৰুণ আদি দেৱতাৰ ৰূপ পৰিগ্ৰহ কৰাৰ নিচিনাকৈ মিচিংসকলেও প্ৰাকৃতিক শক্তিসমূহক বিভিন্ন দেৱ-দেৱীৰূপে কল্পনা কৰিছিল। তেওঁলোকৰ দৃষ্টিত চন্দ্ৰ মানৱৰ পিতৃ আৰু সূৰ্য (বা বসুমতী) মাতৃ। বতাহ-বৰষুণৰ দেৱতা 'মুগলৃং মিৰীম্' অৰ্থাৎ ইন্দ্ৰ।[২৫]

মিচিংসকল জড়বাদী হয়নে নহয় স্পষ্টকৈ কোৱা টান। হিন্দু ধৰ্মৰ সান্নিধ্যলৈ অহাৰ পৰিণতিত তেওঁলোকে হিন্দুৰ দেৱ-দেৱীসকলকো স্বীকৃতি দিলে সমন্বয়ৰ প্ৰক্ৰিয়াৰ জৰিয়তে। অৱশ্যে মিচিং সমাজত পৰম্পৰাগত বিশ্বাসৰো সহ-অৱস্থান নঘটাকৈ থকা নাই। হিন্দু ধৰ্ম আৰু মিচিং পৰম্পৰাগত ধৰ্মীয় বিশ্বাসৰ সংশ্লেষণৰ ফলত দঃগ্ৰিও-পঃল, কাৰ্চিং-কাৰ্তাং, চেদি-মেঃল আদিৰ সমান্তৰালভাৱে ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ধাৰণাও অব্যাহতভাৱে জড়িত হৈছে। সেইদৰে পৰলৌকিক বিশ্বাসত 'উয়ুঁ আমঙ'ৰ লগত যম-ৰাজ্যৰ ধাৰণা আৰু কঃ জে পাঃতাঙৰ লগত বৈতৰণী নৈৰ ধাৰণাও অভিন্ন হৈ পৰিল। লগতে পাপ-পুণ্য আৰু আত্মাৰ মুক্তি তথা কৰ্মফলৰ বিশ্বাসসমূহে ঠাই পালে। নৱবৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ পৰিণতিত মিচিংসকলৰ বহু দেৱতাবাদৰ লগত বৈষ্ণৱ একেশ্বৰবাদৰ সমন্বয় ঘটিল। ইয়াৰ ফলত নিত্য-নৈমিত্তিক আচাৰ-পদ্ধতি, শুচি-শোধন আৰু প্ৰায়চিত্ত বিধান আদিৰ ব্যৱস্থাই তেওঁলোকৰ ধৰ্মীয় বিশ্বাসত স্থান লাভ কৰিলে। মিচিঙৰ 'পেতম্-পেকিৰ' (দেৱতাক উদ্দেশ্য কৰি পূজা দিয়া) ৰীতিৰ পৰিবৰ্তে বৈষ্ণৱ প্ৰথা অনুসৰি হৰিধ্বনি দি আশীৰ্বাদ দিয়া পদ্ধতি প্ৰবৰ্তিত হ'ল।[২৬]

বৰ্তমান ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা মিচিংসকলৰ ধৰ্মীয় বিশ্বাসলৈ লক্ষ্য কৰি ক'ব পাৰি যে

---

২৫. চক্ৰপাল কাগয়ুং ঃ 'মিচিং ধৰ্ম-বিশ্বাস' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩৬১

২৬. ইন্দ্ৰেশ্বৰ পেগু ঃ 'মিচিং ধৰ্ম-বিশ্বাস আৰু পৰম্পৰা' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.৩৪৭-৩৪৮

বৰ্তমানৰ মিচিং ধৰ্ম শাক্ত, শৈব, বৈষ্ণৱ ধৰ্মৰ বিভিন্ন উপাদানৰ সমষ্টি মাথোন। সাম্প্ৰতিক কালত একেজন মিচিং মানুহেই বিশেষ এক প্ৰসংগত শক্তি পূজা কৰেআন এটা প্ৰসংগত তেঁৱেই নাম-কীৰ্তন কৰে আৰু আনকি শিব-পূজাও কৰে আৰু ইয়াৰ সমান্তৰালভাৱে পৰম্পৰাগত ভাৱে পূজা-পাতল আদিতো সম্পূৰ্ণভাৱে আস্থা ৰাখি আহিছে।

গতিকে বৰ্তমান প্ৰচলিত মিচিং ধৰ্ম হিন্দু ধৰ্মৰ সংমিশ্ৰণত উদ্ভৱ হোৱাৰ অনুকূলে মত পোষণ কৰিব পাৰি।

মিচিংসকলে হিন্দু ধৰ্ম গ্ৰহণ কৰিছে যদিও আজিলৈকে কোনো মিচিং লোকেই বৌদ্ধ ধৰ্ম বা ইছলাম ধৰ্ম গ্ৰহণ কৰা নাই। অৱশ্যে দুই-এজনে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ নকৰাকৈ থকা নাই।

### ৩.০০ ভৌতিক লোক-সংস্কৃতি ঃ

মৌখিক বা বাচিক লোক-সংস্কৃতিৰ প্ৰত্যক্ষ তুলনামূলক বৈসাদৃশ্যৰ উদাহৰণস্বৰূপে আমি প্ৰাকৃতিক লোক-জীৱনলৈ অৰ্থাৎ Physical Folklifeলৈ আঙুলিয়াব পাৰোঁ। প্ৰাকৃতিক লোক-জীৱনক অন্য প্ৰকাৰে ভৌতিক সংস্কৃতি বা Material culture ৰূপে অভিহিত কৰিব পাৰি। 'পৰম্পৰা আশ্ৰয়ী সমাজত (Traditional oriented society) পুৰুষ-স্ত্ৰী আদিয়ে কেনেকৈ ঘৰ-দুৱাৰ নিৰ্মাণ কৰে, কেনেকৈ কাপোৰ বয়, অথবা খাদ্য-দ্ৰব্য ৰান্ধে, খেতি-বাতি কৰে, মাছ-কাছ পোহে, মাটি-পানীৰ ব্যৱস্থা কৰে, যন্ত্ৰপাতি নিৰ্মাণ কৰে, সাজ-সৰঞ্জাম, বাচন-বৰ্তন প্ৰস্তুত কৰে আদি চৰ্চাই ভৌতিক সংস্কৃতিৰ প্ৰধান উপজীব্য বিষয়।'[২৭]

ভৌতিক লোক-সংস্কৃতিৰ পৰিধিয়ে তলত দিয়া বিষয়বোৰ সামৰে ঃ

(ক) লোক শিল্প,

(খ) লোক কলা,

(গ) লোক স্থপতি বিদ্যা,

(ঘ) লোক আভৰণ আৰু

(ঙ) লোক ৰন্ধন প্ৰণালী।[২৮]

### ৩.০১ আভৰণ ঃ

আভৰণৰ পৰিসীমাত পোছাক-পৰিচ্ছদ, অয়-অলংকাৰ আদি ধৰিব পাৰি। মিচিং তিৰোতাসকলে সাধাৰণতে নিজৰ ঘৰতে হাতে বোৱা বিভিন্ন পোছাক-পৰিচ্ছদ পৰিধান কৰে।

মিচিং শিপিনীৰ তাঁতশাল দুবিধ ঃ এবিধ সৰু, তোলোঠা দুটা খুঁটাত আউজাই লৈ আনফালে কঁকালত এচটা চামৰাযুক্ত পেটীৰে মেৰিয়াই লোৱা হয়। এইবিধ তাঁতশালত 'ৰাঁচ' বা মাকো ব্যৱহাৰ নকৰে। এপাট চেপেটা বাঁহৰ মাৰিৰে (য়াপা) সূতা সুমুৱাই দিহে কাপোৰ বয়। এইবিধ তাঁতশালত সাধাৰণতে 'গাপা-গাৰে', 'মিবু-গালুগ্' আৰু 'মোনা' বোৱা হয়। অৰুণাচল আৰু নগালেণ্ডৰ জনজাতিসকলৰ মাজতো এইবিধ তাঁতশালৰ প্ৰাধান্য দেখা যায়।

---

২৭. নবীন চন্দ্ৰ শৰ্মা ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৫

২৮. R. M. dorson (ed.) : Op-cit, pp. 2-3

দ্বিতীয়বিধ তাঁতশাল অসমত প্ৰচলিত সাধাৰণ তাঁতশাল।

মিচিং সমাজত ব্যৱহাৰ কৰা সাজ-পাৰবোৰৰ তালিকা তলত দিয়া ধৰণে পোৱা যায় ঃ

**পুৰুষে পৰিধান কৰা সাজপাৰ**

| ক্ৰঃ নং | নাম | ৰং | কোনে পিন্ধে | কেতিয়া পিন্ধে |
|---|---|---|---|---|
| ১ | গালুগ/কামিজ | বিভিন্ন | পুৰুষ | সকলো সময়তে |
| ২ | বনিয়ন | বগা | পুৰুষ | সকলো সয়মতে |
| ৩ | উগন/ধুতী | বগা | পুৰুষ | সকলো সময়তে |
| ৪ | গন্ৰ উগন | বগা ফুলাম | পুৰুষ | উৎসৱ-অনুষ্ঠান আদিত |
| ৫ | দুমীৰ/গামোচা | বগা | পুৰুষ/মহিলা | প্ৰায় সকলো সময়তে |
| ৬ | তঙালি/টঙালি | বগা দুই মুৰে ফুলাম | পুৰুষ | উৎসৱ-অনুষ্ঠান আদিত |
| ৭ | তাপুম গাচৰ/ | মুগা/গেৰুৱা | উভয়ে | ঠাণ্ডা দিনত এৰী চাদৰ |
| ৮ | য়াম্ব/কণীয়া চাদৰ | বগা ফুলাম | উভয়ে | বিবাহ অনুষ্ঠানত |
| ৯ | নুনী পাত/ৰেচম মুগা | ক্ৰীম | উভয়ে | মাজে মাজে |
| ১০ | গাদু/জিম কাপোৰ | বগা | উভয়ে | জাৰকালি |
| ১১ | মিবু গালুগ/মিবু চোলা | পিঠিত ফুল বছা | পুৰোহিত/মিবু | উৎসৱ-অনুষ্ঠান আদিত। |

**তিৰোতাই পৰিধান কৰা সাজপাৰ**

| ক্ৰঃ নং | নাম | ৰং | কোনে পিন্ধে | কেতিয়া পিন্ধে |
|---|---|---|---|---|
| ১ | এগে/মেখেলা | ক'লা, বগা, বেঙুনীয়া সেউজীয়া আৰু বিভিন্ন ৰঙৰ | মহিলা | সকলো সময়তে |
| ২ | ফ্ৰক | বিভিন্ন | ছোৱালী | সকলো সময়তে |
| ৩ | গাপা/ব্লাউচ | বগা, ৰঙা, ক'লা আদি বিভিন্ন ৰঙৰ | মহিলা | সকলো সময়তে |
| ৪ | কুঃ পৰ/চাদৰ | বিভিন্ন | ছোৱালী | সকলো সময়তে |
| ৫ | ৰিঃবৃগাচীং/চাদৰ | ক'লা, বগা, ৰঙা | মহিলা/ছোৱালী/পুৰুষ | উৎসৱ অনুষ্ঠানত |
| ৬ | গেৰ/পতালি | বিভিন্ন | বিবাহিতা তিৰোতা | সকলো সময়তে |

| ৭ | নিচাগ/পিঠিত কেঁচুৰা লোৱা কাপোৰ | বিভিন্ন | মাক আৰু নীবৃং | কেঁচুৰা পিঠিত লোৱা সময়ত |
|---|---|---|---|---|
| ৮ | গাৰে/মেখেলা | বিভিন্ন | মহিলা | উৎসৱ অনুষ্ঠানত |
| ৯ | কেপৰাগ/মেঠনি | বিভিন্ন | তিৰোতা | সকলো সময়তে |
| ১০ | গাচাং/চাদৰ | বগা, ক'লা, ৰঙা | মহিলা | উৎসৱ-অনুষ্ঠান আদিত |
| ১১ | পঃ তুম/ওৰণি | বগা | তিৰোতা | সকলো সময়তে |

মিচিং শিপিনীয়ে কপোৰত বছা ফুলৰ আৰ্হিবোৰক কেইটামান ভাগত ভগাব পাৰি। গামিগ্, পঃৰে, আপ্ পুন্, পাৰি, কেঃচা, কংগাৰ ইত্যাদি। ফুলৰ আৰ্হিবোৰ আকৌ দুই ধৰণৰ, যেনে— (১) সাময়িক আৰু (২) স্থায়ী। হঠাতে ক'ৰবাত দেখা ফুলৰ আৰ্হি খেৰৰ কাঠিৰে কলপাতত ৰখা ৰীতিক সাময়িক আৰু 'গাদু' অন্ন' অৰ্থাৎ জিম কাপোৰৰ সূতাত বাঁহৰ খৰিকা সুমুৱাই দি ৰখা আৰ্হিক স্থায়ী আৰ্হি বোলা হয়।

ৰং নিৰ্বাচন আৰু ইয়াৰ প্ৰক্ৰিয়া মিচিং শিপিনীৰ মন কৰিবলগীয়া বিশেষত্ব। স্থানীয়ভাৱে ৰোৱা গছৰ বাকলিৰ পৰা আদিতে এই ৰং নিজ ঘৰতে প্ৰস্তুত কৰা হৈছিল। অৱশ্যে সাম্প্ৰতিকে বজাৰৰ পৰা বিভিন্ন ৰঙৰ সূতা কিনে।

### ৩.০২ ফুল বছাৰ প্ৰণালী ঃ

মিচিং শিপিনীৰ ফুল বছাৰ প্ৰণালী অন্যান্য জনগোষ্ঠীৰ শিপিনীৰ ফুল বছা প্ৰণালীৰ লগত বৈসাদৃশ্য নোহোৱা নহয়। ফুলবোৰ ঘাইকৈ চুকীয়া, হাঁহকণীয়া, জ্যামিতিক আকৃতিৰ। বিবাহিতা মহিলাসকলে কঁকালত পিন্ধা পোছাক 'গামিগ'ৰ আৰ্হি (design) কৌণিক আৰু সৰল। 'গামোচা' আৰু 'পঃ তুম'ৰ (ওৰণি) আৰ্হি চৰাই-চিৰিকটি, জীৱ-জন্তুৰ মটিফ্‌যুক্ত। 'এৰী' কাপোৰ আৰু 'গাদু'ৰ দুয়োমূৰৰ 'নমে' (দহি)বোৰ মনোৰমকৈ গঁঠা। তেওঁলোকৰ কাপোৰৰ 'আলাম' (চানেকি) প্ৰায় ইংৰাজী v আকৃতিৰ দৰে। এনে চানেকি সাধাৰণতে তেওঁলোকে ব্যৱহাৰ কৰা বাঁহ-বেতৰ সঁজুলিবোৰত ব্যৱহাৰ কৰা দেখা যায়।

### ৩.০৩ অয়-অলংকাৰ ঃ

মিচিং সমাজত সাধাৰণতে ৰূপেৰে নিৰ্মিত অয়-অলংকাৰহে প্ৰচলন তুলনামূলকভাৱে বেছি। স্বৰ্ণনিৰ্মিত অলংকাৰ সীমিত লোকৰ মাজতহে প্ৰচলিত। পুৰুষসকলে কাণৰ লতিকাত 'তাকৃপৰ' নামৰ এবিধ অলংকাৰ পৰিধান কৰিছিল। আজিকালি অৱশ্যে এইবিধ অলংকাৰৰ ব্যৱহাৰ দেখা নাযায়। তিৰোতাসকলৰ কৰ্ণ আভৰণৰ ভিতৰত জাংফাই, কেৰ্ণু, থুৰীয়া আৰু কণ্ঠ আভৰণৰ ভিতৰত 'দগনী', 'দকৃচিৰি', 'গলফতা', দুগ্‌দুকী আদি উল্লেখযোগ্য। হস্ত অলংকাৰ পৰিসীমাত 'কংগে', গাম খাৰু, আঙঠি আদি ধৰিব পাৰি। পুৰুষে পিন্ধা গাম-খাৰুৰ নাম 'আন্‌চনমৰা'। পুৰুষ-মহিলা উভয়ে হাতৰ আঙুলিত আঙঠি পৰিধান কৰে।

মিচিংসকলে ব্যৱহাৰ কৰা অয়-অলংকাৰৰ তালিকা এখন তলত দিয়া হ'ল ঃ

| নাম | ধাতুৰ নাম | পিন্ধোতাৰ নাম | পিন্ধা ঠাই |
|---|---|---|---|
| তাবিজ | ৰূপ/তাম | ৰোগ নিবাৰণৰ বাবে মতা-মাইকী উভয়ে | গলত/কঁকালত/ বাহুত |
| আঙঠি | ৰূপ/সোণ/তাম | সকলো লোকে | হাতৰ আঙুলিত |
| আন্চন্মৰা/ | ৰূপৰ/ৰূপৰ ওপৰত | পুৰুষ-তিৰোতা | দুই হাতত |
| গাম খাৰু | সোণ চৰোৱা | উভয়ে | |
| গলপতা | সোণৰ সৈতে ৰূপৰ | মহিলা | ডিঙিত |
| কংগে/খাৰু | ৰূপৰ/প্লাষ্টিক/মম আদিৰ | মহিলা | হাতত |
| দগ্নী/দে ওমণি | পোৱাল মণিৰ দৰে এবিধ মূল্যবান মণি | উভয়ে উৎসৱ অনুষ্ঠানত | ডিঙিত |
| দক্চিৰি/হাড় | সৰু সৰু পোৱাল মণি | মহিলা | ডিঙিত |
| মাদলি/হাড় | [illegible]াৰ ওপৰত সোণৰ বাখৰ খটোৱা | মহিলা | ডিঙিত |
| কেণ্টু/কেৰু | জাংফাই/পাথৰ | মহিলা | কাণত |
| তাদগ্ | দেওমণি | স্ত্ৰী-পুৰুষ | ডিঙিত |
| পিচিৰিং | ৰূপ/সোণ | মহিলা | কাণত |

**৩.০৪ খাদ্য-সামগ্ৰী আৰু ৰন্ধন প্ৰণালী ঃ**

জাতি-সমাজ-সম্প্ৰদায় আদি নিৰ্বিশেষে ভোজন-ৰুচি আৰু ইয়াৰ প্ৰকৰণ বৈশিষ্ট্যও বিভিন্ন ধৰণৰ। জলবায়ুৰ বিভিন্নতাতো আহাৰ বিভিন্ন হোৱা স্বাভাৱিক। পৰম্পৰা, ধৰ্ম, অভ্যাস, পৰিৱেশ আদিৰ বাবেও খাদ্য-সামগ্ৰী নিৰ্বাচন আৰু ৰন্ধন প্ৰণালী বেলেগ বেলেগ হোৱা স্বাভাৱিক। খাদ্য নিৰ্বাচনৰ প্ৰসংগত বিৰিঞ্চি কুমাৰ বৰুৱাৰ এটি মন্তব্য উল্লেখ কৰিব পাৰি। 'কেতিয়া কোন বস্তুৱে মানুহৰ মন আকৰ্ষণ কৰে কোৱা টান, কেতিয়াবা অকস্মাতে বাহিৰৰ পৰা অহা বস্তু মানুহে সাদৰে গ্ৰহণ কৰে। ব্ৰহ্ম বা তিব্বতৰ পৰা অহা গোমধান (ইয়াৰ সৰ্বভাৰতীয় ভুট্টা নামে ভোট দেশৰ পৰা প্ৰব্ৰজনৰ ইংগিত দিয়ে) হঠাতে লুচাই পাহাৰৰ প্ৰধান খেতি হৈ মিজোসকলৰ খাদ্য তালিকাত সোমাল। সেইদৰে ধঁপাত আৰু চাহ অসমীয়া আহাৰৰ নিত্য সামগ্ৰী। অসমীয়া খাদ্য তালিকাত যে ওচৰ-চুবুৰীয়া দেশ আৰু

জাতি-উপজাতিৰ দান আছে তাক কিছুমান শাক-পাচলিৰ নামৰ পৰা অনুমান কৰিব পাৰি। তাৰে কিছুমান হৈছে— মানকচু, মানধনীয়া, মানলাই, মান ধঁপাত, মৰাণ-আদা, নৰা-বগৰি, নৰা-তগৰ, নৰা-মাহ, ভোট-জলকীয়া, ভোট-মনোহৰ, ভোট-লাই, ভোট বেঙেনা, চেনি-চম্পা, নগা-জেনেৰু, নগা-পাণ, নগা-চকলা, নগা-ওদালি, মিৰি-মাহ, মিৰি-আলু, চুতীয়া-লফা, গাৰো-মাহ, ডফলা-মাহ।'[২৯]

আদিম মানৱে খাদ্যসম্ভাৰ সংগ্ৰহৰ বাবে প্ৰকৃতিৰ আশ্ৰয় লৈছিল। তেতিয়া মানুহে পশু-পক্ষী, মাছ-কাছ আৰু বিভিন্ন জীৱ-জন্তু চিকাৰ কৰি নিজৰ খাদ্য সংগ্ৰহ কৰিছিল। কালক্ৰমত মানুহে লাহে লাহে বনৰীয়া জীৱ-জন্তু আৰু পশু-পক্ষীক ঘৰচীয়া কৰি ঘৰতে পুহি লৈছিল। আজিকালি ঘৰৰ ওচৰতে পুখুৰী খান্দি মাছ পুহি জীৱিকা নিৰ্বাহ কৰিবলৈ ল'লে। পূৰ্বতে ফলমূল বনৰ পৰা সংগ্ৰহ কৰি খাইছিল। কিন্তু মানুহে আদিম প্ৰকৃতি এৰাৰ লগে লগে এইবোৰ ফলমূল আহৰণৰ ক্ষেত্ৰতো আধুনিক কৌশল সৃষ্টি কৰি ঘৰৰ বাৰীতে ৰোৱাৰ ব্যৱস্থা গ্ৰহণ কৰিলে।

মিচিং সমাজত পৰম্পৰাগতভাৱে প্ৰচলিত খাদ্য-সামগ্ৰীবোৰক কেইটামান ভাগত বিভক্ত কৰিব পাৰি। যেনে—

**(ক) বাৰিষা কালত লগোৱা শাক-পাচলি ঃ** জিকা, ধুন্দুলী, ভোল, চাল-কোমোৰা, বগা-কোমোৰা, ভাত কেৰেলা, তিতা-কেৰেলা, তিয়ঁহ, মেস্তা টেঙা, পটল, বাঙি, লেচেৰা মাহ, মৃৰ্চু (জলকীয়া), 'তাকেঃ' (আদা), 'আলদি' (হালধি), 'এঙে' (কচু), ৰহৰ দাইল, তিল-মাহ, জাতি-লাউ, ঘৰিয়া আলু বা মিঠা আলু, ৰঙা লাউ আদি।

**(খ) জাৰকালি লগোৱা শাক-পাচলি ঃ** আলু, কাঠ আলু, বিভিন্ন কবি যেনে— বন্ধা, ফুল, ওল; চালগোম, মূলা, গাজৰ, পিঁয়াজ, নহৰু, ধনীয়া, বেঙেনা, বিলাহী, জলকীয়া, লাই, লফা, চুকা, পালেং ইত্যাদি।

মাটিমাহ, মটৰমাহ, মচুৰমাহ, মগুমাহ, সৰিয়হ, তিল, উৰহী আদিয়ে প্ৰধান।

**(গ) হাবি-বননিৰ পৰা সংগ্ৰহ কৰা শাক-পাচলি ঃ** অকাং (ঢেঁকীয়া শাক), নীকুং (নল টেঙা), নেপাকুং (এবিধ সৰু জোপোহা গছ), অকৰ বিৰিক (তিতা জাতীয় এবিধ সৰু জোপোহা), য়ুমৰাং ভাত কেৰেলাং (ভাত কেৰেলা), অন্নে অয়িং (এবিধ জোপোহা গছ জাতীয় শাক), কলমৌ শাক, পাঃ তাং অয়িং (মাটিকাদুৰি), তাক্পিয়াং অয়িং (সৰু ডিমৰু শাক), এঙে (কচু) আদি।

**(ঘ) ফলমূল ঃ** মিচিংসকলে শাক-পাচলিৰ বাদেও বিভিন্ন ফলমূল সংগ্ৰহ কৰে। যেনে— কপাগ্ (কল), কেঃ দি (আম), জামু (জাম), বীলাং (কঁঠাল), লেটেকু, বুঢ়ী আই (পনিয়ল), চিংকিন্ (ৰবাব টেঙা), দুৰ্প্ চিংকিন্ (জৰা টেঙা), সুমথিৰাং, নাৰিকল, দৰ্গে (অমৰা), তেন্তেলি (তেঁতেলী), বগৰী, আমলখি, শিলিখা, চম্কুৰ (কোটকোৰাং), বগী জাম, মধুৰি, অমিতা, মৌ-ডিমৰু, থেকেৰা, নুনি, 'চম্পা' (ঔ টেঙা), তিয়ঁহ, মীঃৰ (বাঙি ছিঁৰাল), পাক্লি (ঘৰীয়া আলু) আদিয়েই প্ৰধান।

**(ঙ) ধান-চাউল আদি ঃ** মিচিংসকলে আদিতে ঝুম খেতিৰ পৰা পোৱা ধান আৰু বনৰীয়া কাঠ আলুৰ ওপৰত জীৱন নিৰ্বাহ কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকালৈ নামি অহাৰ লগে লগে সংমিশ্ৰণ বা

২৯. বিৰিঞ্চি কুমাৰ বৰুৱা ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১১২

সমন্বয় প্ৰক্ৰিয়াৰ পৰিণতিত তেওঁলোকৰ পূৰ্ব খাদ্য-দ্ৰব্যৰ পৰিবৰ্তন ঘটিল আৰু মিচিংসকলে বিবিধ ধানৰ খেতি কৰিবলৈ ধৰিলে।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ অমিচিং লোকৰ নিচিনাকৈ মিচিংসকলৰো প্ৰধান খাদ্য ভাত। তেওঁলোকে বছৰটোত আহু, শালি আৰু বাও— এই তিনিবিধ ধানৰ খেতি কৰে। মিচিং সমাজত প্ৰচলিত ধানৰ নামবোৰ— জহা, আম্‌পি (বৰা ধান), পাঃতৃৰ আম্‌পি, লাই আম্ (আহু ধান), আম্‌দাং (শালি), বাও ধান। জহাৰ ভিতৰত ক'লা জহা, বগা জহা, মাগুৰি জহা, শালি জহা, বগীজোল, সুৱাগমণি, বৰসুৱাগমণি, সৰু সুৱাগমণি, নেগেৰী, বৰ নেগেৰী (বাও ধান), সৰু গেন্দেলি (গেন্ধেলি টেমা), কাতি নেউলি (কাতি শালি), বিহাৰি ধান (কাতি মাহত ওলোৱা ধান), চকোৱা, সৰু চকোৱা, বৰ চকোৱা, বৰশালি, লাহী শালি, ক'লা-শালি, বগা শালি, কছাৰী শালি, আহোম শালি আৰু নগাশালি ইত্যাদি।

মিচিংসকলে সাধাৰণতে আৰৈ চাউলৰ বাহিৰে উহা চাউল অৰ্থাৎ সিজোৱা চাউল নাখায়। ওপৰোল্লিখিত বিভিন্ন নৰ পৰাই খুবলিৰে চাউল উলিয়াই ভাত, সান্দহ গুড়ি, পিঠাগুড়ি আদি প্ৰস্তুত কৰা হয়। তপত ভাত, পিন্‌কাং আগিন্ (পইতা ভাত), কৰ্কৰা ভাত বা জকৰা-পঁইতা ভাত তেওঁলোকৰ প্ৰিয় খাদ্য। পঁইতা ভাতৰ লগত সাধাৰণতে শুকান বা পোৰা মাছ নাইবা নামচুং (শুকতি মাছৰ গুড়ি), পোৰা আলু, বেঙেনা পিতিকা আৰু খাৰলি আদি খোৱা হয়।

**(চ) জা-জলপান ঃ** অ-মিচিংসকলৰ নিচিনাকৈ মিচিংসকলেও চাউল আৰু পিঠাগুড়িৰ পৰা বিবিধ জা-জলপান প্ৰস্তুত কৰে। তেওঁলোকৰ অতিকৈ প্ৰিয় পানীয় আপং প্ৰস্তুত কৰা হয় বিবিধ চাউলৰ পৰা। আপং [illegible]দুবিধ— নগিন্ আৰু পঃ ৰ আপং (চাই মদ)। আলহী-অতিথিক জয়জয়তে আপঙেৰেহে আপ্যায়িত কৰে। ইয়াৰ বাহিৰেও সামাজিক, ধৰ্মীয় আদি বিভিন্ন প্ৰসংগত আপং অপৰিহাৰ্য।

আলি-আই-লৃগাং, পঃৰাগ, বিহু আদি উৎসৱ-অনুষ্ঠান উপলক্ষে 'পোৰাং আপিন', চিৰা-মুৰি, সান্দহ, গোটকৰাই, পিঠাগুড়ি, তিল পিঠা, টেকেলী-পিঠা, গৰু পিঠা, চুঙা-পিঠা, পঃল পিঠা আদি বিবিধ পিঠা-পনা প্ৰস্তুত কৰা হয়।

**(ছ) বিভিন্ন ব্যঞ্জন ঃ** তিতা, টেঙা আৰু খাৰ অতিকে প্ৰয়োজনীয় ব্যঞ্জন। মাটিমাহৰ দাইলৰ লগত মাছ, শুকান বগৰী গুড়ি, খৰিছা আৰু ঔ টেঙা আদি মিশ্ৰণ দিয়া হয়। সৰিয়হৰ খাৰলিও তেওঁলোকৰ বৰ প্ৰিয় ব্যঞ্জন। শুকতি মাছৰ দ্বাৰা প্ৰস্তুত কৰা 'নামচুং' তেওঁলোকৰ অতিকৈ জনপ্ৰিয় খাদ্য। চাউলৰ খুদেৰে ৰন্ধা 'আমৃন্ অয়িং' অৰ্থাৎ মিৰি দাইলৰ লগত গাহৰিৰ তেজ মিশ্ৰণ কৰি ৰন্ধা আঞ্জাক 'আঃ ৰাদ্ অয়িং' বুলি কোৱা হয়।

**৪.০০ লোক-পৰিৱেশ্য কলা ঃ**

লোক-বিদ্যা বা লোক-সংস্কৃতি আৰু লোক-জীৱনৰ চতুৰ্থ অংগ হৈছে পৰিৱেশ্য বা আনুষ্ঠেয় কলা। পৰম্পৰাগত সংগীত, নৃত্য আৰু নাটকক পৰম্পৰাগত পৰিৱেশ্য কলাৰ ভিতৰত ধৰিব পাৰি। লোক-পৰিৱেশ্য কলা আৰু ঔপচাৰিক (formal) পৰিৱেশ্য কলাৰ মাজত পাৰম্পৰিক অন্যান্য ক্ৰিয়া লক্ষ্য কৰা যায়।[৩০]

৩০. নবীন চন্দ্ৰ শৰ্মা ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৬

লোক-পৰিৱেশ্য বা লোকানুষ্ঠেয় কলাৰ পৰিসৰত তলত দিয়া উপাদানবোৰ পৰে—

(ক) লোক-নাট্য

(খ) লোক-সংগীত আৰু

(গ) লোক নৃত্য।[৩১]

মিচিং ভাষাত নৃত্য বা নাচ বুজাবলৈ 'পাক্চ' বা 'মাক্চং' শব্দ দুটা ব্যৱহাৰ কৰা হয়। এই শব্দ দুটাই কোনো বাদ্য সংগত কৰি গোৱা গীতৰ নচা ছন্দোময় অংগী-ভংগীকে বুজায়।

আকৌ বিহুক বুজাবলৈ মিচিং ভাষাত 'চঃ মান্' শব্দ ব্যৱহাৰ হয়। √চ বা √চঃ ধাতু = নৃত্য কৰা। —'মান' গঠনমূলক প্ৰত্যয়, ইয়াৰ অৰ্থ ধেমালি কৰা, আনন্দ কৰা, ধেমালিসহ নৃত্য কৰা।[৩২] গতিকে চঃমান মানে আনন্দত বা স্ফুৰ্তিত ধেমালি কৰি নচা উৎসৱ।

বিষয়-বস্তু আৰু পৰিবেশন ৰীতিৰ ফালৰ পৰা মিচিং নৃত্যক তিনিটা ভাগত ভগাব পাৰি। যেনে— (ক) ধৰ্মমূলক, (খ) কৃষি বিষয়ক আৰু (গ) বিনোদনীয় (Recreational)।

**৪.০১ ধৰ্মমূলক ঃ**

ধৰ্মীয় লোকবিশ্বাস, পূজা-পাতল আদি বিষয়ক কেন্দ্ৰ কৰি যিবোৰ নৃত্য পৰিবেশন কৰা হয় সেইবোৰক ধৰ্মমূলক নৃত্যৰ শ্ৰেণীত ধৰিব পাৰি। 'মিবু' আৰু 'মিবৃ' নামৰ পুৰোহিতসকলৰ নেতৃত্বত নচা নাচবোৰ ধৰ্মীয় নৃত্যৰ শাৰীত পৰে।

**৪.০২ কৃষি উৎসৱমূলক ঃ**

কৃষিজীৱী মিচিংসকলে শস্য ৰোপণ আৰু উৎপাদন বৃদ্ধিৰ কাৰণে আনুষ্ঠানিক উৎসৱ পালন কৰে। যেনে— আলি-আই-লৃগাং, পঃৰাগ উৎসৱ ইত্যাদি। এই উৎসৱ অনুষ্ঠানবোৰত যিবোৰ নৃত্য নচা হয় সেইবোৰকে কৃষি উৎসৱমূলক নৃত্য বোলা হয়। হুঁচৰি নৃত্যৰ লগত লৃগাঙৰ সাদৃশ্য চকুত লগা। ডেকা-গাভৰুৱে বৃত্তাকাৰে বা অৰ্ধাকাৰে ঘূৰি পদচালনা কৰি এই নৃত্য নাচে। এই নৃত্যত ব্যৱহাৰ কৰা ঢোলৰ চেওৰ নাম গুমৰাগ্। ঢোলৰ চেও আৰু নাচৰ প্ৰসংগৰ নাম অনুসৰি এই নৃত্যবিশেষক 'গুম্ৰাগ্ চঃমান্' বোলে।

**৪.০৩ অৱসৰ বিনোদনীয় ঃ**

অৱসৰ বিনোদনৰ কাৰণে মাজে-সময়ে আজৰি পৰত কৰা 'চঃমান'ৰ (বিহু) নৃত্যবোৰক বিশ্ৰামমূলক বা অৱসৰ বিনোদনীয়মূলক নৃত্যৰ আখ্যা দিয়া হয়। আহুধান চপোৱা আৰু শালিধান ৰোৱা শেষ কৰাৰ সময়ত এইবিধ নৃত্য অনুষ্ঠিত হয়। এইবিধ নৃত্যৰ লগত কোনো ধৰণৰ ধৰ্মীয় কৃত্য সম্পৃক্ত হৈ নাথাকে। এই চঃমান্বোৰত অনুষ্ঠিত নৃত্যৰ বৈশিষ্ট্যলৈ লক্ষ্য কৰি ইয়াক প্ৰধানকৈ দুটা ভাগত ভাগ কৰিব পাৰি— অইনিঃতম্ আৰু কৃষ্টিমূলক।

---

৩১. R. M. Dorson, Op-cit, pp. 4-5

৩২. নাহেন্দ্ৰ পাদুন ঃ 'মিচিং লোকনৃত্য' (মিচিং সাংস্কৃতিক আলেখ্য), পৃ.২০৪

**৪.০৪ অইনিঃতম্ ঃ**

'অইনিঃতম্' গাই নাচনীৰ দ্বাৰা নচা নাচক অইনিঃতমমূলক নৃত্য বুলি কোৱা হয়। অইনিঃতমৰ লগত নচা নাচত দুগৰাকী বা চাৰিগৰাকীতকৈ অধিক নাচনীয়ে একেলগে অংশগ্ৰহণ কৰিব পাৰে। এই নৃত্যত বিশেষকৈ ঢুলীয়াই কি ঢোলৰ চেও বজাইছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে নাচনীয়ে নৃত্য কৰে। আকৌ এই নৃত্যত নাচনীয়ে ঢোলৰ চেওৰ লগত সংগতি ৰাখি নচা মুদ্ৰাৰ প্ৰকাশলৈ চাই নৃত্যবোৰৰ নাম এনেদৰে থ'ব পাৰি— ধান দোৱা, পানী তোলা, গা-ধোৱা, মূৰ আঁচোৰা, সেৱা জনোৱা ইত্যাদি।

**৪.০৫ অভিনয় প্ৰধান নৃত্য ঃ**

বাস্তৱ জীৱনত সংঘটিত বিভিন্ন ধৰণৰ ভাব অভিব্যঞ্জক নৃত্যৰ পৰম্পৰাও মিচিং সমাজত লক্ষ্য কৰা যায়। এনে ধৰণৰ নৃত্যক অভিনয়প্ৰধান নৃত্যৰ আখ্যা দিব পাৰি। অভিনয়প্ৰধান নৃত্যৰ পৰিসীমাত তাঁত বোৱা, ধান সিঁচা, ভুঁই ৰোৱা, কঠীয়া তোলা, মাছ মৰা আদি নৃত্য সামৰিব পাৰি। ঢোলৰ চেও অনুযায়ী নৃত্য ভংগিমা, পাদ চালনা আৰু হাতৰ মুদ্ৰাৰ সঘনে পৰিৱৰ্তন ঘটে। ঢোলৰ চেও অনুযায়ী নৃত্য-ভংগিমাও সুকীয়া সুকীয়া হোৱা দেখা যায়।

**

## চতুৰ্থ অধ্যায়

# লোক-সাহিত্য

### ৪.০১ লোক বা মৌখিক সাহিত্য :

মানৱ সমাজৰ আৰম্ভণিৰ লগে লগে সাহিত্যৰ জন্ম। অৱশ্যে পৃথিৱীৰ সৰ্বসমাজত, সৰ্বসংস্কৃতিত লিখিত সাহিত্যৰ পূৰ্বেই মৌখিক সাহিত্যৰ জন্ম। লিখিত পৰম্পৰাৰ সৃষ্টি হ'বলৈ আঢ়ৈ হাজাৰ বছৰতকৈ অধিক হোৱা নাই, কিন্তু হাজাৰ হাজাৰ বছৰ পূৰ্বৰে পৰা মৌখিক পৰম্পৰা যুগে যুগে প্ৰবহমান হৈ আহিছে। মুখে মুখে চলি অহা পৰম্পৰাগত গীত-পদ, সাধু-কথা, জনশ্ৰুতি, পুৰাণ-কাহিনী বা মিথ, মন্ত্ৰ-প্ৰাৰ্থনা, নিচুকনি গীত, প্ৰবাদ-প্ৰবচন, সাঁথৰ আদিৰ সমষ্টিয়েই মৌখিক বা লোক-সাহিত্য।

লোক-সাহিত্য অখ্যাত কবিৰ বিখ্যাত ৰচনা। ইয়াত ৰচয়িতাৰ নাম-ধাম আদি নাথাকে। গতিকে এইবিধ অভিজ্ঞাপনিক কলা (Expressive Art) মুখ্যতঃ নৈৰ্ব্যক্তিক। লোক-সাহিত্যত ব্যক্তিতকৈ সমাজৰ প্ৰতিফলন তুলনামূলকভাৱে বেছি। মৌখিক সাহিত্যই লিখিত সাহিত্যৰ পৰিসীমাত প্ৰৱেশ কৰিব পাৰে। ইয়াৰ বিপৰীতে লিখিত সাহিত্যৰ বিষয়বস্তুয়ো মৌখিক পৰম্পৰাত প্ৰৱেশ কৰিব পাৰে।

মৌখিক বা লোক-সাহিত্যক বাচিক কলা অৰ্থাৎ Verbal art আখ্যা দিব পাৰি। ইয়াৰ বাহিৰেও এইবিধ সাহিত্যক বুজাবলৈ মৌখিক লোক-বিদ্যা (Oral Folklore), পৰম্পৰাগত মৌখিক প্ৰক্ৰম (Traditional oral process), অলিখিত সাহিত (Unwritten literature), জনপ্ৰিয় সাহিত্য (Popular literature), আদিম সাহিত্য (Primitive literature) আদি পদ ব্যৱহাৰ কৰা দেখা যায়।[১]

মৌখিক বা লোক-সাহিত্যৰ সংযুতিক (Structure) সাধাৰণভাৱে কেইটামান ভাগত ভাগ কৰিব পাৰি—

(ক) শব্দচয়ন, (খ) জমিন (Texture), (গ) বৰ্ণনা আৰু (ঘ) অভিনয় কৰণ।[২]

বাচিক কলা বা মৌখিক-সাহিত্যৰ উপশ্ৰেণীসমূহ তলত দিয়া হ'ল :

**১. লোক গীত (Folk Songs) :**

(ক) বেলাড, (খ) ধৰ্মীয় গীত, (গ) প্ৰণয় গীত, (ঘ) কৰ্ম-গীত, (ঙ) উৎসৱ-অনুষ্ঠানৰ লগত জড়িত গীত, (চ) তত্ত্বপূৰ্ণ গীত, (ছ) চিকাৰ আদিৰ লগত জড়িত গীত, (জ) বিদ্ৰূপাত্মক গীত, (ঝ) কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত সম্পৰ্কযুক্ত গীত— টোপনি নিওৱা গীত (Lullabies)—নিচুকনি গীত (Nursery rhymes)—শিশুৰ খেল-ধেমালিৰ লগত জড়িত গীত (Children game songs)।

---

১ নবীন চন্দ্ৰ শৰ্মা : অসমীয়া লোক-সংস্কৃতিৰ আভাস, পৃঃ ২০

২ উক্ত গ্ৰন্থ, পৃঃ ২২

**২. বৰ্ণনাত্মক মৌখিক কাহিনী** (Oral prose narratives) ঃ

(ক) অতিকথা (Myth)

(খ) জনশ্ৰুতিমূলক (Legend) আৰু

(গ) সাধুকথা (Tale)

**৩. প্ৰবাদ-প্ৰবচন-যোজনা বা যোজোনা, লোকোক্তি, ফকৰা** (Proverbs, Sayings, Maxims etc.) ঃ

**৪. সাঁথৰ বা দিষ্টান** (Riddles) ঃ

**৫. মন্ত্ৰ** (Charms and Prayers)[৩] ঃ

**৪.০২ নিঃতম ঃ লোকগীত বা মৌখিক গীত ঃ**

মিচিং ভাষাত 'লোকগীত' বা 'মৌখিক গীত' পদ দুটাৰ ব্যৱহাৰ দেখা নাযায়। ইংৰাজীত যি অৰ্থাত 'Folk Song' অথবা 'Oral Song' ব্যৱহাৰ কৰা হয় আৰু অসমীয়া ভাষাত যি অৰ্থত 'লোকগীত' বা 'মৌখিক গীত' পদ দুটা প্ৰয়োগ কৰা হয়, সেই অৰ্থ সূচিত কৰিবলৈ মিচিং ভাষাত 'নিঃতম' পদটোহে প্ৰয়োগ কৰা হয়। কোনো কোনোৱে 'লোকগীত' পদটো সূচিত কৰিবৰ কাৰণে 'ৰাঙাম নিঃ তম্' পদটো ব্যৱহাৰ কৰা দেখা যায়।

নিঃতম্সমূহৰ ৰূপ (form) আৰু বিষয়বস্তু (content) অনুসৰি এইবিলাকক কেইটিমান ভাগত ভগাব পাৰি। যেনে—

১) ধৰ্মীয় অনুষ্ঠানৰ লগত জৰিত নিঃতম বা অনুষ্ঠানমূলক নিঃতম। এই শ্ৰেণীৰ নিঃতমক আকৌ দুটা ভাগত ভগাব পাৰি। যেনে—

(ক) ধৰ্ম বা ধৰ্মীয় (ভক্তিমূলক) আঃ বাং নিঃতম আৰু

(খ) ধৰ্মনিৰপেক্ষ বা ধৰ্মেতৰ নিঃতম্।

ধৰ্মমূলক বা ধৰ্মীয় নিঃতম্ বা আঃ বাং নিঃতম্ দুটা ভাগত বিভক্ত। যেনে— i) মিবু আৰু ii) মিৰ্

তেনেদৰে ধৰ্মনিৰপেক্ষ বা ধৰ্মেতৰ নিঃতমবো দুটা ভাগ, যেনে— i) মিদাং আৰু ii) বৃঃবৃক অথবা বিৰ্দুগ নিঃতম্।

২) কথোপকথনমূলক নিঃতম্ বা লুপ।

৩) কাহিনীমূলক নিঃতম্ বা কাবানবোৰ চাৰিটা উপ-শ্ৰেণীত বিভক্ত। যেনে—

(ক) দঃব নিঃতম্, (খ) মীঃব অথবা চৃঃচাং নিঃতম্, (গ) য়াবান্ নিঃতম্ আৰু (ঘ) দঃয়্ৃং নিঃতম্।

য়াবান্ নিঃতমক আকৌ দুটা উপ-শ্ৰেণীত ভগাব পাৰি। যেনে— i) য়াম্নী কাব্নাম্ আৰু ii) কাব্নাম্।

৪) কৰ্মবিষয়ক নিঃতম্ অৰ্থাৎ work-songsবোৰক দুটা ভাগত বিভক্ত কৰা হয়। যেনে— i) কঃনিঃনাম্ বা বৃঃনিঃ নিঃনাম্ অথবা আনিঃ নিঃনাম্ আৰু ii) লত্তা চঃমান্।

---

৩ নবীন চন্দ্ৰ শৰ্মা ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২৩

৫) বিবিধ বিষয়ক নিঃতম্‌বোৰৰ ভিতৰত অই-নিঃতমৰ নাম উল্লেখযোগ্য। এইবিধ নিঃতমক সাধাৰণভাৱে দুটা ভাগত ভগাব পাৰি— i) অই-কাব্‌নাম্ আৰু ii) মমান্।

সাংযুতিক দিশৰ ফালৰ পৰা নিঃতমবোৰৰ বিভাজন তলত দিয়াৰ দৰে দেখুৱাব পাৰি—




### ৪.০৩ ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত নিঃতম্ ঃ

মিচিং সমাজত বছৰৰ বিভিন্ন সময়ত বিভিন্ন ধৰ্মীয় কৃত্যাদি অনুষ্ঠিত হয়। এই অনুষ্ঠানসমূহত মিবু আৰু মিবৃ বা মিৰি অৰ্থাৎ পুৰোহিতৰ প্ৰাধান্য লক্ষ্য কৰিব পাৰি। এওঁলোকৰ নিৰ্দেশত বিভিন্ন পূজা-উপাসনা আদি অনুষ্ঠিত হয়। সাধাৰণতে সমাজত বা গাঁৱত বা কোনো এক অঞ্চলত মাৰি-মৰক, অপায়-অমংগল আদিয়ে দেখা দিলে ইয়াৰ নিৰাময়ৰ বাবে পূজা-উপাসনা উদ্‌যাপন কৰাৰ পৰম্পৰা মিচিং সমাজত প্ৰচলিত। পৃথিৱীৰ আন আন সমাজৰ নিচিনাকৈ মিচিংসকলৰ মাজতো বিশ্বাস প্ৰচলিত আছে যে মৃত পূৰ্ব-পুৰুষসকলৰ আত্মা, দেও-ভূত আদি অলৌকিক শক্তিৰ কুদৃষ্টিৰ বাবে ৰোগ-ব্যাধি, বেমাৰ-আজাৰ, অপায়-অমংগল আদিয়ে দেখা দিয়ে। এই অলৌকিক শক্তিয়ে মানুহক অপকাৰ কৰে, অন্যহাতে পূজা-উপাসনা আদিৰে সন্তুষ্ট কৰিব পাৰিলে এই অলৌকিক শক্তিয়ে অপকাৰৰ সলনি উপকাৰ কৰে অথবা কল্যাণ সাধন কৰে। যি পুৰোহিতে আধিদৈৱিক প্ৰক্ৰিয়াৰে অলৌকিক শক্তিৰ লগত সংযোগ সাধন কৰিবলৈ সক্ষম তেওঁ 'মিবৃ' ৰূপে পৰিচিত।

পূজা-উপাসনাৰ প্ৰসংগত 'মিবৃ' বা মিবুসকলে গোৱা বা আবৃত্তি কৰা গীতৰ নামেই 'আঃবাং নিঃতম্'। ধৰ্মীয় প্ৰসংগত গোৱা এই গীতবোৰৰ ভাব অতিকে গহীন-গম্ভীৰ। নাহেন্দ্ৰ পাদুনৰ ভাষাত

ঃ 'আঃবাং গীতসমূহ ক্লাছিকেল পর্যায়ৰ, ইয়াৰ ভাষাও সৰ্বসাধাৰণৰ বোধগম্য নহয়।'[৪] বাস্তব জগতৰ অভিজ্ঞতাৰ স্পৰ্শ এই গীতত তুলনামূলকভাৱে কম আৰু এইবোৰৰ ভাষাও জনসাধাৰণৰ প্ৰাত্যহিক জীৱনৰ কথিত ভাষাৰ লগত সাদৃশ্য নথকা বাবে সৰ্বসাধাৰণে আঃবাং নিঃতমৰ অৰ্থ উপলব্ধি কৰিব নোৱাৰে।

দ্বিতীয়তে, মিচিংসকলৰ দৃষ্টিত মিবৃ সাধাৰণ মানুহ নহয়, তেওঁ দৈৱিক শক্তি আৰু সামৰ্থ্যৰ অধিকাৰী। দৈৱিক শক্তিৰ প্ৰসংগত মিবু আৰু মিবৃৰ মাজত পাৰ্থক্য নাই। তেওঁলোক উভয়ে অলৌকিক শক্তি (দেও-দেৱতা, ভূত-আদি) আৰু মানৱৰ মাজৰ সংযোজক সেতু। তেওঁলোক উভয়ে দৈৱিক শক্তিৰে শক্তিমান হৈ বিদেহী আত্মাৰ পুনৰায়ণৰ বাবে আধি-জাগতিক শক্তিৰ লগত সম্পৰ্ক স্থাপন কৰিব পাৰে।

এগৰাকী মিবু বা মিবৃয়েই বিভিন্ন দেৱ-দেৱীৰ প্ৰতিনিধিত্ব কৰিব নোৱাৰে, অৰ্থাৎ এজন মিবু বা মিবৃয়ে এগৰাকী দেৱতা বা দেৱীৰহে প্ৰতিনিধিত্ব কৰিব পাৰে। কেতিয়াবা আকৌ একোজন দেৱতাৰ বা দেৱীৰ দুজনকৈও মিবু বা মিবৃ থাকিব পাৰে। মহিলা মিবু বা মিবৃৰ স্থান নাই, কিন্তু পুৰুষ মিবু বা মিবৃয়েই স্ত্ৰীদেৱতাৰো প্ৰতিনিধিত্ব কৰিব পাৰে।

কোনো এজন মিবু বা মিবৃৰ নিৰ্ধাৰিত আঃবাং নাই। যিজন মিবু বা মিবৃয়ে যিগৰাকী দেৱতা বা দেৱীৰ প্ৰতিনিধিত্ব কৰে তেওঁ সেইজন দেৱতা বা দেৱীৰহে আঃবাং আবৃত্তি কৰে। অৱশ্যে প্ৰাৰম্ভিক আঃবাঙৰ ক্ষেত্ৰত এই বৈসাদৃশ্য ধৰা নপৰে।

মিবু আৰু মিবৃয়ে পূজা-উপাসনা আদিৰ প্ৰসংগত গোৱা আঃবাঙৰ বিষয়-বস্তু অতি জাগতিক হোৱাই স্বাভাৱিক। এই গীতবোৰক অন্যপ্ৰকাৰে সৃষ্টিমূলক অতি কথা অৰ্থাৎ Creation myth ৰূপে আখ্যা দিব পাৰি। দেৱ-দেৱী, জগত, প্ৰপঞ্চ, জীৱ-জন্তু, কীট-পতংগ আদিৰ সৃষ্টি বিষয়ক বৰ্ণনাৰে এই গীতবোৰ সমৃদ্ধ।

মিচিংসকলৰ লিখিত বুৰঞ্জী নাই। আঃবাংবোৰে অনেক ক্ষেত্ৰত বুৰঞ্জীৰ ভূমিকা গ্ৰহণ কৰিব পাৰে। এই গীতবোৰৰ ৰচনাকাল নিৰ্ণয় কৰা দুৰূহ, কিন্তু এটা কথা ক'ব পাৰি যে 'মিবু' আৰু 'মিবৃ'ৰ জন্মৰ লগে লগেই 'আঃবাঙৰো জন্ম হৈছে। 'মিবু আঃবাং' আৰু 'মিবৃ আঃবাং' উভয়তে গীতৰ প্ৰাধান্য লক্ষ্য কৰিব পাৰি। এই দিশৰ পৰা আঃবাং গীতক একপ্ৰকাৰে কাহিনী গীত (ballad) ৰূপেও আখ্যা দিব পাৰি।[৫]

'মিবু আঃবাং' আৰু 'মিবৃ আঃবাং' উভয় বিধ গীতৰ লগত নৃত্যৰ অংগাংগী সম্পৰ্ক ৰক্ষিত হৈ আহিছে। 'মিবু বা মিবৃ'য়ে ঘৰৰ ভিতৰত সোঁহাতত 'য়কচা' অৰ্থাৎ চিকৰা দা এখন লৈ পদচালনা কৰি বিলম্বিত লয়ৰে ডেকা-গাভৰুৰ সৈতে দীঘল শাৰী পাতি বৃত্তাকাৰভাৱে গীত আবৃত্তি কৰি নৃত্য কৰে আৰু বাকীবিলাকে হাতত চাপৰি বজাই গীতৰ লগত সম্পৰ্ক ৰাখি নৃত্য কৰে আৰু গীতৰ দোহৰা অংশ দোহাৰে। আঃবাং গীতৰ লগত জড়িত নৃত্যবিলাকৰ নাম মিবু দাক্‌নাম্। এইবিধ গীত গাওঁতে কোনো ধৰণৰ বাদ্য সংগত কৰা নহয়। তলত মিবু দাক্‌নামৰ পৰিৱেশন শৈলীৰ আভাস দিয়া হ'ল ঃ

৪ নাহেন্দ্ৰ পাদুন ঃ 'মিচিং লোকগীত' (মিচিং সংস্কৃতিৰ আলেখ্য) পৃঃ ১৪৩

৫ অনুগ্ৰহ কৰি পৃষ্ঠা চাওক।




১. মীৰাম (জুহাল)

২. ৰাইজ

৩. মিবু বা মিৰ্

৪. ডেকা

৫. গাভৰু

৬. ডেকা

৭. গাভৰু

সাধাৰণতে আঃবাং গীত আৰু ইয়াৰ লগত জড়িত মিবু দাক্নাম্ গধূলিৰ পৰা আৰম্ভ হৈ পুৱতি নিশালৈ চলে।

মিবু আঃবাঙত উল্লেখ আছে যে সৃষ্টিৰ আদিতে সমগ্ৰ জগতত এক মহাশূন্যই অৰ্থাৎ কীয়ুমএ বিৰাজ কৰিছিল। যেনে—

'কীয়ুম্ কেন্মাঙী য়াঃ য়াংক
কেঃৰ কামাঙী য়াঃ য়াংক।'[৬]

অৰ্থাৎ এই কীয়ুম্ হিন্দু দৰ্শনৰ নিৰ্গুণ, নিৰাকাৰ, নিৰঞ্জন ব্ৰহ্মাৰ দৰে। এই মহাশূন্য বা কীয়ুমৰ পৰাই 'আছে' (Positive) আৰু 'নাই' (Negative), হয় আৰু নহয় এই দুটা কাৰ্য্যৰ (effect) পৰা

৬ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ পৃঃ ১৪৩

পঞ্চতত্ত্বৰ সৃষ্টি হোৱাৰ দৰে— কাঃচি, চিয়াং, আন্‌ব, বমুগ্‌, মুক্‌চেং এই পঞ্চ সৎ অথচ অসৎ চিদাভাসৰ জন্ম হয় আৰু এই পঞ্চ চিদাভাসৰ পৰা জগত আৰু জীৱ-জন্তুৰ উদ্ভৱ হৈছে। যেনে—

'কীয়ুম্ চেদ্ নাঃনীকী
মেঃল মাম্‌বৃ আঃজি মাম্‌বৃ দুঃনামী
কীয়ুম্ মেঃল য়াঃয়িকী
কন্‌নকী গল্‌লঙী গল্‌লনামীস্
চেদ্ দৃগৃৰী অৃৰ্কঙী কংকিঅী
আনী কঃলাং কঃ মাংক।'[৭]

মানুহৰ অপায়-অমংগল হ'লে তাৰ প্ৰতিকাৰৰ উপায় বিচাৰি আঃবাং গীতেৰে মিবৃয়ে এক দৈৱিক শক্তি লাভ কৰি তেওঁ যেন দেৱতাৰ দৰ্শন লাভ কৰে আৰু ৰাইজক বা ব্যক্তিক অমংগলৰ প্ৰতিবিধান দিয়ে। এনেদৰে অনুষ্ঠানৰ আৰম্ভণিতে মিবু বা মিবৃয়ে তেওঁৰ শক্তিৰ স্ৰোত-প্ৰৱাহত অৱগাহন কৰোৱা সেই শক্তিমান দেৱতাৰ উদ্দেশ্যে প্ৰণাম জনাই গোৱা আঃবাঙৰ উদাহৰণস্বৰূপে এটি প্ৰাৰ্থনা গীত তলত দিয়া হ'ল—

'উম্‌লায়ী ৰুম্‌না
দংকী লীবৃঙী ৰুম্‌না
দীঙ লীবৃঙী ৰুম্‌নী নমী।
গৰ্‌দুঃ বীৰ্‌নী ৰুম্‌না
গৰপঃ য়ৰ্‌নী আঃতানা
লৃগু আঃনী ৰুম্‌না
পঃচুম্ তগুঙী গুঃমৃনী নমী।
অীনা মীলকী জেইঅী জেয়াদ্‌দক্
পীদং আনীকী অদ দীমী
দঃয়িং আনীকী দঃজিকৃক জিগ্‌বিঅ নাম্‌দীমী
নক্‌কী আঃজি তাঃবী কাঃলৃঙী
অৃংকাং য়েনী।
পঃচুম্ তগুঙী গুঃমৃনা
লীঃনি তাঃবী গুঃমৃনা
নলু চেঃদৃকী চঃয়েগীমী
য়েক্‌তুম্ মাঃপীকা।
কীঃৰুঃ নাঃনী বৃন্‌পুঃ নাঃনা
লীঃনি দঃজিগীমী জিগ্‌বিঅ লাংকা।

৭ নাহেন্দ্ৰ পাদুন : প্ৰাগোক্ত গ্ৰন্থ পৃঃ ১৪৩

তাংবী মাংগমী
লীংনি মাংগমী
চেংদৃকী বমণ্ডী
উন্‌চাং দচিমী
চেংদৃ আংবাংক
অৃংকাঙ য়েকুৰাই।"[৮]

অৰ্থ ঃ অ' সৃষ্টি-ৰহস্যৰ অন্যতম গৰাকী
অ' ইতিহাসৰ অন্যতম গৰাকী
তোমাক নমস্কাৰ কৰোঁ।
জন্মৰ সকলো ভাৰ
কান্ধত আৰু গৰ্ভত লৈ
যি সকলো পৰিয়ালৰ জন্মৰ
মাতৃ স্বৰূপ তোমাক বন্দো।
পৌদং মাতৃয়ে সৃষ্টি কৰোঁতে
লহ্-পহকৈ বাঢ়ি আহোঁতে
বুৰঞ্জী মাতৃয়ে—
ভাগে ভাগে ভগাই দিয়াখিনি
তোমাৰ প্ৰেৰণা প্ৰাপ্ত কিশোৰ এই তাংবী মিবৃয়ে
গাবলৈ যত্ন কৰিছে।
পংচুম্-তগুং, লীংনি তাংব আদি মিবৃসকল
তোমালোকে চেংদিৰ বাবে গোৱা গীতৰ পথ
ৰুদ্ধ নকৰিবা।
কীংৰুং আৰু বৃনপুং আই
তোমালোকে সুদক্ষ মিবৃৰ বাট দেখুৱাই দিবা।
তাংবী বা লীংনিৰ দৰে সুদক্ষ মিবৃ নহ'লেও
এই সূৰ্যৰ কিৰণ থাকে মানে
চেংদিৰ গীত গাবলৈ যত্ন কৰিছোঁ।

আৰম্ভণিতে গোৱা আংবাঙৰ প্ৰসংগত চাঙত বহি মিবু বা মিবৃয়ে কান্ধত 'য়কচা'খন লৈ আঁঠুৰ ওপৰত বাঁওহাতখন থৈ বিননিৰ সুৰত উচ্চ স্বৰে আবৃত্তি কৰে।

'মিবু'ৰ দ্বাৰা ব্যক্তিগত মংগল, ঘৰৰ বা পৰিয়াল আৰু গাঁৱৰ জীৱন-যাত্ৰা সম্পৰ্কে জানিবলৈ ইচ্ছা কৰি মিবুক নিয়োজিত কৰাৰ প্ৰসংগত তেওঁৰ বাবে ছাই-আপং এবাটি, চাউল এমুঠি, কুকুৰা কণী দুটা,

---

৮ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ পৃঃ ১৪৪-৪৫

এটুকুৰা আদা আৰু এলোটা পানী (পাতেৰে মুখ ঢাকি বাঁওহাতে ঘূৰাই বান্ধি ৰাখিব লাগে) আগবঢ়াব লাগে।

'মিবু'য়ে 'মিবু দাক্নাম' কৃত্যাদি সম্পন্ন কৰোঁতে সাধাৰণ মানুহে পিন্ধা সাজ-পোছাকৰ দৰে সাজ-পোছাক পৰিধান নকৰে। 'মিবু'ৰ ভাষাত তেওঁলোকে পিন্ধা চোলাক 'গন্দলুক্তুং', চুৰিয়াক 'গন্ৰ গন্চল' আৰু পাগুৰিৰ দৰে ব্যৱহাৰ কৰা গামোচাক 'লীঃনি দুমীৰ্' বোলে।[৯]

যিঘৰ মানুহে মিবুক মংগল চোৱা কাৰ্যত নিয়োগ কৰে সেই পৰিয়ালটোৰ ফালৰ পৰা 'মিবু'ৰ বাঁওহাতত সূতাৰে এটি মণি বান্ধি দিয়ে। মিবুৰ হাতত মণি বান্ধি দিয়াৰ অৰ্থ এয়ে যে সেই ঘৰৰ গিৰিহঁতে 'দগ্নীতাদগ্ পাগ্মুৰ' নকৰা পৰ্যন্ত সেই পৰিয়ালৰ পূৰ্বপুৰুষৰ প্ৰেতাত্মাৰ (উৰম্) দেও-ভূতে মিবুক ধৰা নিদিয়ে। সেয়ে মিবুৱে সেই পৰিয়ালৰ শুঃমৃনক চিনাক্ত কৰিবৰ কাৰণে তলৰ আঃবাং ফাকি আবৃত্তি কৰে।

'বনুং দাঃদিঅী চিল বমি তাঃবী ঙম্
লৃঃমুৰ্ বৃগ্বম্ বল্গ্‌লা
তাঃবী ঙক্কী তাঃবী গন্দ-ক জৰ্কাংকৃলা
তাঃবী গম্তাঙী তাংকৃ দুংকু।'[১০]

অৰ্থাৎ, এই বনুং শুঃমৃন পৰিয়ালে মোক ('বমি মিবু'ক) 'দগ্নী তাদগ্'ৰে (পকামণিৰে) সুসজ্জিত কৰি চিনাক্ত কৰণৰ কামত লগাইছে। মই পৰিয়ালটিৰ কল্যাণৰ বাবে ব্ৰতী হৈছোঁ।

ইয়াৰ পিছতে দেৱ-দেৱী আৰু মিচিংসকলৰ উপৰিপুৰুষসকলৰ নাম-গুণ প্ৰকাশক আঃবাং গোৱাৰ অন্তত মিবুৱে সেই পৰিয়ালত জন্ম হোৱা লোকসকলৰ কিবা কৰ্মদোষ ঘটিছে নেকি তাৰ কাৰণ নিৰ্ণয় কৰে তলৰ আঃবাঙটি আবৃত্তি কৰি।

'লীজিন্ জিন্কল জিন্মুৰ্ তনীয়া?
লাগ্জিন্ জিন্কল জিন্মুৰ তনীয়া?'[১১]

অৰ্থাৎ, হাত আৰু ভৰিত ৰঙা সূতাৰে বান্ধি চিনাক্ত কৰোঁতে কিবা ভুল হ'ল নেকি? ক'ব নোৱাৰিলোঁ।

সন্তান জন্ম হোৱাৰ লগে লগেই মিচিং সমাজত 'লীজিন্' (ভৰিত ৰঙা সূতা বন্ধা) আৰু লাগ্জিন্ (হাতত ৰঙা সূতা বন্ধা) কৃত্য অনুষ্ঠিত হয়। বিশ্বাস প্ৰচলিত আছে যে এনেকৈ নাবান্ধিলে দেও-ভূতে নৱজাতকক সিহঁতৰ বুলি দাবী কৰিব পাৰে। এইদৰে সূতা বান্ধোতে ক'ৰবাত দোষ-ত্ৰুটি হোৱাৰ বাবে আপদ-বিপদৰ সন্মুখীন হ'বলগীয়া হোৱাৰ প্ৰতিধ্বনি আঃবাঙত ধ্বনিত হৈ উঠে।

কোনো কোনো মিবু আঃবাঙত মিচিংসকলৰ সমাজত অতীতত প্ৰচলিত বিভিন্ন বাদ্য-যন্ত্ৰৰো উল্লেখ পোৱা যায়—

---

৯ দুৰ্গা বেগন্ : 'মিবু বা মিবৃ আৰু মিবু আঃবাং' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃঃ ৩৭১
১০ দুৰ্গা বেগন্ : উক্ত গ্ৰন্থ পৃঃ ৩৭৬
১১ দুৰ্গা বেগন্ : উক্ত গ্ৰন্থ পৃঃ ৩৭৬

'আঁজুগী তাগুঙী ৰাঁল্লী ৰাঁল্লী
ৰাগাঁঙী চাঃদুং ৰাঁল্লী ৰাঁল্লী
দাঁব্কি তাপুঙী ৰাঁল্লী ৰাঁল্লী
দৃঃৰ্ চাঃদুং ৰাঁল্লী ৰাঁল্লী
জেগ্ৰাঁং তাপুঙী ৰাঁল্লী ৰাঁল্লী
ৰলং চাঃদুং ৰাঁল্লী ৰাঁল্লী
পিঃচেং দুম্দুমী ৰাঁল্লী ৰাঁল্লী
ৰাঁগুম্ চাঃদুং ৰাঁল্লী ৰাঁল্লী
তাঃৰাঁ ঙম্ গুংগাঙী ৰাঁল্লী ৰাঁল্লী
বৃৰচাং দুংকু ৰাঁল্লী ৰাঁল্লী।[১২]

অৰ্থাৎ ৰাঁল্লী ৰাঁল্লী কৰি লাউ টোকাৰী, বাঁহৰ বাঁহী, ম'হৰ শিঙৰ পেঁপা, মেগেলাৰে নিৰ্মিত বিশেষ ধৰণৰ ঢোল, গগণা আদি বাদ্যযন্ত্ৰ বজাই মিবুৱে আজি উলাহেৰে মিবু আঃবাং গোৱা আৰম্ভ কৰিছে ইত্যাদি।

মিবু আঃবাঙৰ বিস্তৃতি পুৰাণ সদৃশ। ই দ্বাদশ অধ্যায়ত বিভক্ত। সৃষ্টিমূলক মিথেই আঃবাঙত বিশেষ ভাৱে প্ৰাধান্য লাভ কৰিছে। দ্বিতীয়তে, মিচিং সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, বিশ্বাস-সংস্কাৰ, পূজা-পাৰ্বণ আদিৰ বৰ্ণনাৰে পৰিপূৰ্ণ আঃবাঙক মিচিং সংস্কৃতিৰ মুকুৰ বুলিব পাৰি।

দৈনন্দিন জীৱনত প্ৰচলিত মিচিং ভাষাৰ লগত আঃবাঙৰ ভাষাৰ সম্পূৰ্ণ মিল নাই। সেইবাবেই আঃবাঙৰ ভাষাক 'গম্পাগ্' আখ্যা দিয়া হয়। 'গম্পাগ্'ৰ অৰ্থ দেৱতাৰ ভাষা। বৈদিক আৰু সংস্কৃত ভাষাৰ মাজত যি সম্পৰ্ক ৰক্ষিত হৈ আহিছে সেই সম্পৰ্ক মিচিং ভাষা আৰু আঃবাং 'গম্পাগ্'ৰ মাজতো ৰক্ষিত হৈ আহিছে। আঃবাঙৰ 'গম্পাগ্' অতিকে প্ৰাচীন। বৰ্তমানৰ মিচিং ভাষাৰ পূৰ্ব ৰূপ ৰূপে 'আঃবাং গম্পাগ্'লৈ আঙুলিয়াব পাৰি। প্ৰাচীন আদী ভাষাৰ লগতো 'আঃবাং গম্পাগ্'ৰ সাদৃশ্য মন কৰিবলগীয়া।

## ৪.০৪ আঃবাং গীতৰ ছন্দ ঃ

আঃবাং গীতবোৰ ছান্দসিক বৈশিষ্ট্যৰে সমুজ্জ্বল। আঃবাং গীতৰ লগত সম্পৃক্ত তালৰ লগত স্বৰৰ সমলয় বৰ্তমান। নৃত্যৰ তালৰ ওপৰত নিৰ্ভৰ কৰি আঃবাং গীতৰ ছন্দৰ সৃষ্টি হৈছে।

নৃত্যৰ লগত সম্পৰ্ক নথকা কাহিনীপ্ৰধান যিবোৰ আঃবাং আছে, সেইবোৰৰ একোটা পৰ্ব বা উপপৰ্ব চতুঃ অক্ষৰৰ দ্বাৰা প্ৰায়ে গঠিত হয়। সাধাৰণতে এই শ্ৰেণীৰ আংবাঙত তালৰ আতিশয্যত অতিৰিক্ত দুই-এটা অক্ষৰ সংযোজিত হোৱাও বিৰল নহয়। তেনে অৱস্থাত গায়কৰ সুৰ তুলনামূলকভাৱে হ্ৰাস অৰ্থাৎ সংকোচন বা দীৰ্ঘ অৰ্থাৎ বিস্তাৰণ হোৱা স্বাভাৱিক, যেনে—

(ক) দী/গ্ ৰ/ঙীম = ৪

১২ দুৰ্গা বেগম্ ঃ উক্ত গ্ৰন্থ পৃঃ ৩৭৮

কী/য়ুম্ চেঃ/দি = ৪
নাঃ/নী/কী = ৩ হ্ৰস্ব বা সংকোচন
মীঃ/ল মাম/বৃ আঃ/জি মাম/বৃ = ৪ + ৪ দীৰ্ঘ বা বিস্তাৰণ
দঃ/য়িঃ/পা = ৩ সংকোচন।[১৩]

(খ) চেঃ/দি চে/ঙ/ৰী অৰ/নী/দী = ৮
আ/ম য়া/য়েম্ অৰ/য়া বি/তুং = ৮
মীঃ/ল ব/কা/ৰী কাৰ/নী/দী = ৮
আ/চি য়াঃ/য়েম্ অৰ/য়া বি/তুং = ৮।[১৪]

(গ) চেঃ/দি/কী দৃ/গৃ/ৰী অৃৰ/ক/ঙী = ৩ + ৩ + ৩ = ৯
কঃ/জি/নী জি/নী/নী ম/নী/ক = ৩ + ৩ + ৩ = ৯
অৃৰ/ক/ঙী কঃ/প/ঙীম পঃ/ল/ক = ৩ + ৩ + ৩ = ৯।[১৫]

**৪.০৫ মিবৃ আঃবাঙৰ ছন্দ ঃ**

মিবৃ আঃবাঙো দুই প্ৰকাৰৰ ঃ (ক) নৃত্যৰ লগত জড়িত আৰু (খ) নৃত্যৰ লগত সম্পৰ্কবিহীন দ্বিতীয়বিধ মিবৃ আঃবাঙৰ ছন্দত স্থান পোৱা অক্ষৰৰ সংখ্যা বিভিন্ন ধৰণৰ। যেনে—

(ক) পঃ/চুম্ ত/শু/ঙী শু/মৃ/না = ৮
লীঃ/নি তাঃ/[illegible] শুঃ/মৃ/না = ৭
ন/লু চেঃ/দি/কী চঃ/য়ে/গীম = ৮
য়েক্/তু/ম্ মাঃ/পী/কা = ৬।[১৬]

(খ) তাঃ/বী মাং/গ/মী = ৫
লীঃ/নি মাং/গ/মী = ৫
চেঃ/দি/কী ব/ম/ঙী = ৬
উন্/চাং দ/চি/মী = ৫
চেঃ/দি আঃ/বাং/ক = ৫
অৃঙ/কা/ঙ য়ে/কু/আই = ৬।[১৭]

যিবোৰ মিবৃ আঃবাঙৰ লগত নৃত্য জড়িত সেইবোৰৰ অক্ষৰ সমগতিক। বিশেষকৈ গীতৰ শেষৰ দোহৰা (refrain) অংশই ছন্দৰ সমতা ৰক্ষাত সহায় কৰে। যেনে—

১৩ নাহেন্দ্ৰ পাদুন ঃ 'মিচিং কবিতা আৰু লোকগীতৰ ছন্দ', (দাগ্‌ৰপলাই), পৃঃ ৫
১৪ উক্ত গ্ৰন্থ, পৃ. ৬
১৫ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃঃ ৬
১৬ প্ৰাগোক্ত গ্ৰন্থ
১৭ প্ৰাগোক্ত গ্ৰন্থ

| প্ৰথম পৰ্ব | দ্বিতীয় পৰ্ব |
|---|---|
| (গ) দঃ/চি/ঙী/পি/ৰি/ল | পি/ৰি/ল/প/য়/গা।। ৬ + ৬ = ১২ |
| দঃ/চি/ঙী/লী/ক/ৰীম্ | পি/ৰি/ল/প/য়/গা।। ৬ + ৬ = ১২ |
| ক/ৰা/ঙ/দাক/কু/নী | পি/ৰি/ল/প/য়/গা।। ৬ + ৬ = ১২ |
| কঃ/জী/নাঃ/নী/কী | পি/ৰি/ল/প/য়/গা।। ৬ + ৬ = ১২ |
| জী/মা/নী/ক/ৰ/না | পি/ৰি/ল/প/য়/গা।। ৬ + ৬ = ১২।[১৮] |

উদ্ধৃতাংশৰ প্ৰতিটো শাৰীৰ দ্বিতীয় পৰ্বই দোহৰা অংশৰ প্ৰকাৰ্য সাধন কৰিছে।

**৪.০৬ ধৰ্মনিৰপেক্ষ বা ধৰ্মেতৰ গীত ঃ**

অনুষ্ঠানমূলক ধৰ্মনিৰপেক্ষ বা ধৰ্মেতৰ গীতৰ ভিতৰত প্ৰধানকৈ 'বৃঃবৃক্ নিঃতম্' আৰু 'মিদাং নিঃতম্' উল্লেখযোগ্য। সাধাৰণতে ঋতুকালীন উৎসৱ-অনুষ্ঠানতহে এই গীতবোৰ গোৱা হয়।

**(ক) মিদাং নিঃতম্ ঃ** মিদাং নিঃতম্ বা বিবাহ গীত বা বিয়াগীতবোৰ বিয়াৰ প্ৰসংগত গোৱা হয়। 'মিদাং' পদৰ অৰ্থ বিয়া আৰু নিঃতম্ পদৰ অৰ্থ গীত, অৰ্থাৎ বিয়াগীত বা বিয়ানাম। অজনজাতীয় অসমীয়া সমাজত প্ৰচলিত বিবাহ অনুষ্ঠানবোৰ প্ৰায়ে সংগীতপ্ৰধান।[১৯]

ইয়াৰ বিপৰীতে মিচিং সমাজত প্ৰচলিত বিবাহ অনুষ্ঠানত গীতৰ ব্যৱহাৰ বৰ কম। সাধাৰণতে পানী তুলিবলৈ যাওঁতে আৰু দৰাক আদৰি আনোতেহে গীত গোৱা পৰম্পৰাৰ প্ৰচলন লক্ষ্য কৰা যায়। 'মিদাং নিঃতম'ৰ সৃষ্টিৰ প্ৰসংগত শ্ৰীনাহেন্দ্ৰ পাদুনৰ এটি উক্তি তলত উল্লেখ কৰা হ'ল ঃ "মাক-বাপেকৰ ঘৰত আদৰেৰে লালিত-পালিত হোৱা ঘৰৰ জীয়ৰীয়ে চিৰদিনৰ বাবে পিতৃ-মাতৃ আৰু ভাই-ভনীৰ মৰম-স্নেহ, মায়া-মমতা ত্যাগ কৰি অচিন এঘৰলৈ আঁতৰি যোৱাৰ বাবে যি হৃদয়বিদাৰক বিলাপ কৰে তাৰে অনুকৰণত মিদাং গীতবোৰ সৃষ্টি হৈছে। কোনো কোনো অঞ্চলত সেই শোক জৰ্জৰিতা কন্যাক অতীতৰ মধুৰ স্মৃতি (লগৰীয়াৰ সৈতে খেলা-ধূলা কৰা আপোন ঘৰৰ চেনেহৰ বান্ধোন) সোঁৱৰাই কন্দুৱাবলৈ যত্ন কৰে। মিদাং গীতৰ গায়ক-গায়িকাই নিজেই কন্যা হৈ যেন কান্দিছে।"[২০]

শ্ৰীপাদুনৰ এই অনুমান গ্ৰহণ কৰিব নোৱাৰি কাৰণ কইনাই পিতৃ-মাতৃ, আপোন-স্বজনক এৰি থৈ স্বামী গৃহলৈ যাবলগীয়া পৰিস্থিতিৰ কাৰুণ্য প্ৰকাশক যিবোৰ গীত বিবাহৰ প্ৰসংগত ছোৱালী বা মহিলাসকলে আবৃত্তি কৰে বা কান্দে সেইবোৰ গীতক মিদাং গীত বোলা নহয়, 'য়াম্নী কাব্নাম্'হে আখ্যা দিয়া হয়।[২১]

স্বৰূপাৰ্থত 'য়াম্নী কাব্নাম্ নিঃতম্'বোৰৰ বিষয়বস্তুহে অতিকৈ কৰুণ। অমিচিং সমাজত প্ৰচলিত কৰুণ ভাবপ্ৰধান বিয়াগীত বা বিয়ানাম অথবা বিয়া-পদৰ লগত 'য়াম্নী কাব্নাম্ নিঃতম'ৰ বিষয়বস্তুৰ সাদৃশ্য পৰিলক্ষ্যণীয়। সদ্য প্ৰাপ্ত মিচিং মিদাং নিঃতমত কাৰুণ্যৰ প্ৰাধান্য নাই, ইয়াৰ পৰিবৰ্তে কইনাৰ

১৮ নাহেন্দ্ৰ পাদুন ঃ 'মিচিং কবিতা আৰু লোকগীতৰ ছন্দ', (দাগ্‌ৰেপ্‌লাই), পৃঃ ৮

১৯ P. Goswami : Folk-Literature of Assam, p. 57

২০ নাহেন্দ্ৰ পাদুন ঃ 'মিচিং লোক-গীত' (মিচিং সংস্কৃতিৰ আলেখ্য) পৃঃ ১৫০

২১ গণেশ পেগু ঃ 'মিচিং লোক-গীতৰ সম্পদ' (চিংফুং গুংগাং), পৃঃ ৮১

ৰূপ-মাধুৰ্যৰ বৰ্ণনা, হাস্যৰসাত্মক বক্রোক্তি আৰু কইনাক আদৰিবলৈ লোৱা যাৱতীয় প্ৰস্তুতিৰ ইংগিতহে পোৱা যায়। এনেধৰণৰ গীতৰ উদাহৰণস্বৰূপে এটি গীত তলত দিয়া হ'ল ঃ

তীৰীৰী তীৰীৰী তীৰী ৰীতীৰা
তীৰীৰী তীৰীৰী তীৰী ৰীতীৰা
আদি তীলী দিতী তীলী কী কী ৰান্দাঙা
বান্‌জি চঃগ্ৰিক্ য়াঙেতাগাই কীকী ৰান্দাঙা
বান্‌জি কঃবাং পাগেয়উলা কী কী ৰান্দাঙা
মাঃম কাম্‌পুম্ য়াম্‌চাঃনাপী কী কী ৰান্দাঙা।

* * * * * *

তীৰীৰী তীৰীৰী তীৰী ৰীতীৰা
মাঃম কাম্‌পুং চাঃয়কা তীৰী ৰীতীৰা
মাঃম কাম্‌পুং চাঃমাদাপী তীৰী ৰীতীৰা
বান্‌জি কঃবাং দৃৰগী দুঃবং তীৰী ৰীতীৰা
মাঃম কাম্‌পুং দুঃমাদাপী তীৰী ৰীতীৰা
বান্‌জি কঃবাং তাদাঃ গীয়েপী তীৰী ৰীতীৰা
তীৰীৰী তীৰীৰী তীৰী ৰীতীৰা
বান্‌জি কঃবাং বায়িঃ তকা তীৰী ৰীতীৰা
পিৰ কাম্‌ৰ তাদ্‌গিগ্ তকা তীৰী ৰীতীৰা
কুম্‌দাং দীইৰ পংকৃৰ য়েপে তীৰী ৰীতীৰা।।[২২]

আগৰ দিনত মিদাঙত আয়তীসকলে এনে গীত গাইছিল। গীতটি আবৃত্তি কৰোঁতে 'ঔজুক তাপুং' নামৰ বাঁহী বজোৱা হৈছিল। সম্প্ৰতি সেইবোৰৰ ব্যৱহাৰ নাইকিয়া হৈ আহিছে। গীতটিৰ অৰ্থ এনেধৰণৰ ঃ (বিয়াৰ ঘৰত) পাহাৰৰ ওপৰত অটব্য হাবিৰ মাজত পমা গছজোপা বিয়াৰ জখলা আৰু পীৰাৰ বাবে চিকুণাই ৰাখিছোঁ। তাৰে নবৌ কীম্‌পুঙক আদৰি আনিব লাগিব।

(ঠাট্টাৰ সুৰত) নবৌ কাম্‌পুং তুমি পমা কাঠৰ ধুনীয়া নতুন জখলাইদি হঠাৎ নুঠিবা। তুমি ইমান অভাগিনী যে, তুমি চাঙত উঠাৰ লগে লগে ইমান মজবুত ডাঙৰ নতুন জখলাডাল দুডোখৰ হ'ল। আমাৰ নবৌ কামপুঙৰ টিকাটো ইমান ডাঙৰ যে পমা কাঠৰ ডাঙৰ নতুন পীৰাখনো বহাৰ আগতে দুফাল হ'ল।

(নিচুকনি সুৰত) পমা কাঠৰ ধুনীয়া জখলাডাল নমাই দি ভালদৰে যতনাই দিয়া। মেগেলা পুলিৰ পাত আৰু কৌপাত জখলাৰ দুই ফালে শাৰী শাৰীকৈ নিয়াৰিকৈ বান্ধি দিয়া। আৰু মেগেলা ঠাৰিৰে প্ৰস্তুত কৰা 'দেন্‌দুন'বোৰ (ঢোল ৰূপে ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰ) একেলগে একে চাপে বজাই দিয়া। *লগতে দীৰকি তাপুং বা ঔজুক্ তাপুংবোৰ বজাই দিয়া। বিয়াৰ ফুলৰ মালা ডিঙিত পিন্ধাই নবৌ কাম্‌পুঙক পমা কাঠৰ জখলাদি চাঙৰ ওপৰলৈ তুলি আনা।*

২২ সংবাদদাত্ৰী ঃ শ্ৰীমতী মিলাদে মেদক, বয়স ৪৮ বছৰ, জোনাই, ১০/২/৯০

বৰ্তমান মিচিংসকলে মিদাং নিঃতম্ এৰি অমিচিং অসমীয়া সমাজৰ আদৰ্শমতে বিয়া পাতি অসমীয়া বিয়া নামকে মিদাং অনুষ্ঠানত গাবলৈ লৈছে। মিচিং তিৰোতাই মিদাং অনুষ্ঠানত গোৱা এনেধৰণৰ গীতৰ উদাহৰণ হ'ল ঃ

জয় শবদত শুনিলোঁ
জয় দৰাৰে বাপেকক
জয় ধনৰে কাৰেঙত বহে।

হৰিয়ে দৰাৰে কাপোৰখন
হৰিয়ে চেঙেৰা চেৰেঙা
হৰিয়ে চিতল মাছ সৰকি
যায় কি ৰাম ৰাম।
× × × ×× ×× × × ×
ৰাম-কৃষ্ণ চিন্তা নকৰিবা
ৰাম-কৃষ্ণ আমাৰে বলোৰাম
ৰাম-কৃষ্ণ হৰি ঐ কোনে কি
বুলিব সৰু।।[২৩]

**(খ) বৃঃবৃগ্ নিঃতম্ বা বিৰদুগ্ নিঃতম্ ঃ** বৃঃবৃগ নিঃতম্ বা বিৰ্দুগ্ নিঃতমক এহাতে ঋতু-গীত আৰু আনহাতে উৎসৱ-অনুষ্ঠানৰ গীত বুলিব পাৰি। এই শ্ৰেণীৰ গীতক এই কাৰণেই ঋতুগীত বোলা হয় যিহেতু এইবোৰ গীত বিশেষ এটি ঋতু বা সময়তহে গোৱা হয়। দ্বিতীয়তে, 'আলি-আই লৃগাং' আৰু 'পঃৰাগ' (নৰা ছিগা) উৎসৱৰ প্ৰসংগত এইবোৰ গীত গোৱাৰ পৰম্পৰা অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। সেইবাবে 'বৃঃবৃগ্ নিঃতম্' বা 'বিৰ্দুগ্ নিঃতম্'ক উৎসৱ-অনুষ্ঠানৰ গীত বুলিব পাৰি। পঃৰাগ্ উৎসৱত এই শ্ৰেণীৰ গীত মিবুৰ দ্বাৰা পৰিবেশন কৰা হৈছিল। এই গীতবোৰ উৎসৱৰ বাদে অন্য সময়ত পৰিবেশন কৰা নহয়।

অমিচিং সমাজত প্ৰচলিত বিহুগীত বা হুঁচৰি গীতৰ লগত প্ৰসংগ, বিষয়-বস্তু, উদ্দেশ্য আদিৰ ফালৰ পৰা বৃঃবৃগ্ নিঃতমৰ সাদৃশ্য নথকা নহয়। অৱশ্যে গীতৰ সুৰৰ প্ৰসংগত উভয় শ্ৰেণী গীতৰ মাজত বৈসাদৃশ্য বৰ্তমান। আঃবাং গীতৰ সুৰৰ লগত পুৰণি বৃঃবৃগ্ নিঃতমৰ সুৰৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি।

নৈসৰ্গিক শোভা-সৌন্দৰ্যৰ বৰ্ণনা, প্ৰেম-প্ৰীতিৰ চিত্ৰণ, জীৱন আৰু সমাজক সুন্দৰ কৰি তোলাৰ আকাংক্ষা, আই বসুমতীক শস্য-শালিনী কৰাৰ প্ৰেৰণা আদি বিভিন্ন বিষয়-বস্তুৰে এই গীতবোৰ সুসমৃদ্ধ। উৰ্বৰতা যাদুৰ (Fertility magic) লগতো বৃঃবৃগ্ নিঃতমবোৰ সম্পৃক্ত।

মিচিঙৰ জাতীয় পোছাক-পৰিচ্ছদ পৰিধান কৰা ডেকা-গাভৰুসকলে কৰা লৃগাং নৃত্য হুঁচৰিৰ দৰে। "মিবু বা মিবৃয়ে ডেকা-গাভৰুৰ মাজত থাকি লৃগাঙত গোৱা এবিধ গীত গায়। তাৰ প্ৰথম ঘোষাফাকি ডেকা-গাভৰুৱে দোহাৰে। ডেকা-গাভৰুৱে বৃত্তাকাৰে বা অৰ্ধবৃত্তাকাৰে ঘূৰি পদচালনা কৰি নৃত্য কৰে।

২৩ গণেশ পেগু ঃ *'মিচিং গীতি-সাহিত্যৰ কথা', (অনুবাদ), পৃঃ ১*

ডেকা-গাভৰু দলৰ সবাতোকৈ আগত ঢুলীয়া, তালীয়া আৰু লীঃ লং/লীঃ নং (বৰকাঁহ) আৰু 'মাৰ্‌বাং' নামৰ দুবিধ পুৰণি কালীয়া বাদ্য-যন্ত্ৰৰ বাদকসকল থাকে। তেওঁলোকক অনুসৰণ কৰি ডেকা-গাভৰু দলে ঘূৰে। এই বিহুক 'গুম্‌ৰাগ্ চঃমান্' বুলিও কোৱা হয়। লৃগাং নৃত্যৰ ভৰিৰ তালক 'দাকেঃ কেঃলা চঃনাম্' বুলি কোৱা হয়"।[২৪]

৪.০৭ বৃঃবৃগ নিঃতমৰ পৰিবেশন-শৈলী :

সমাজৰ নৰ-নাৰী, ডেকা-গাভৰু সকলোৱে মিলি উৎসৱৰ আনন্দত আত্ম-বিস্মৃত হোৱাৰ বাসনা আৰু ঋতুৰ বৰ্ণনা- বৃঃবৃগ্ নিঃতমৰ অন্যতম বৈশিষ্ট্য। যেনে—

(ক) ল-ল-লে ললেঃ ললেঃ
দাৱ ললেঃ ললেঃ ললেঃ
চিচুগ চুক্‌ব চুক্‌ব বদিয়া
ৰীগাম্ গাম্‌ব গাম্‌ব বদিয়া
য়-কুঃচে পাঃম চুতকা
অমুম্ বুলুৱা কুঃচে পাঃম চুতকা।
য়-কেক্‌তেং বেৰেং চুতকা,
অমুম্ বুলুৱা কেক্‌তেং বেৰেং চুতকা,
য়-দুম্‌লাবীম্ লাম্‌ম চুতকা
লঃতি দুম্‌লাবীম্ লাম্‌ম চুতকা
য়-দীঅ্‌ৰী পংকৃৰ লাঃজে
গৃঃদাং দীঅ্‌ৰ্ পঃকৃৰ লাঃজে।[২৫]

অৰ্থ : হেৰা গাভৰুসকল, সাজি-কাচি ওলোৱা, বালিচৰাইৰ দৰে মাটিত ভৰি নিদিয়কৈ দেও দি ওলোৱা। দীঘল চুলিটাৰি মেলি আঁচুৰি লোৱা। উলহ-মালহেৰে আমি ভৰাই তোলোঁ আহা।

'আলি-আই লৃগাং' উৎসৱত গোৱা গীতত বসন্ত কালৰ প্ৰাকৃতিক বৰ্ণনা, কপৌফুল, কুলি চৰাই আদিৰ ইংগিত পোৱা যায়।

(খ) গৃন্‌মুৰ্ পঃল আঃদাক্‌কুবং কাজে মিচিঙা
দাক্‌তগ্ অীচাৰ্ চাৰ্‌দাক্ কুবং কাজে মিচিঙা
কেঃদাং আপ্‌পুন্ পুন্‌দুংকুবং কাজে মিচিঙা
আলি আঃয়ে চঃমান্ নাংকুই কাজে মিচিঙা।[২৬]

অৰ্থ : ফাগুন মাহ আহি পালেহি, পছোৱা বতাহ বলিছে, কপৌফুল ফুলিছে, কুলি চৰায়ে বিনাইছে— ব'লা মিচিং ৰাইজ আলি আঃয়ে লৃগাং বিহু মাৰোঁগৈ, ব'লা।

২৪ নাহেন্দ্ৰ পাদুন : 'মিচিং লোক-নৃত্য', (মিচিং সংস্কৃতিৰ আলেখ্য), পৃঃ ২০৭
২৫ নাহেন্দ্ৰ পাদুন : 'মিচিং লোক-নৃত্য', (মিচিং সংস্কৃতিৰ আলেখ্য), পৃঃ ১৪৮-১৪৯
২৬ নাহেন্দ্ৰ পাদুন : 'মিচিং লোক-নৃত্য', (মিচিং সংস্কৃতিৰ আলেখ্য), পৃঃ ১৪৯

'বৃংবৃগ্ নিঃতম্'বোৰ প্ৰায়ে দাৰ্শনিক ভাববিশিষ্ট। গীতটোত অশাশ্বত মানৱৰ নিষ্ঠুৰতম সত্য, জড়া, বাৰ্ধক্য, মৃত্যু আদি কৰুণ পৰিণতিৰ বৰ্ণনা যথোচিত শব্দ আৰু ভাষাৰ সংযোগত ব্যঞ্জিত হৈছে। কালৰ দুৰ্বাৰ গতিয়ে মানুহৰ জীৱন-যৌৱন কিদৰে তিল্‌তিল্‌কৈ গ্ৰাস কৰি আহিছে তাৰ আভাসো এইবিধ গীতত ধ্বনিত-প্ৰতিধ্বনিত হৈছে। যেনে—

(গ) য়াম্‌প য়াঃয়াঙী ৰ ৰ য়াঃয়াঙী
ৰকৃনী নীগুপ্‌পী গুবাঃ য়াঁকুপী
য় কিতুনী তুনাং য়েকুপী
কিবপী কিতুনী তুনাং য়েকুপী....।

অৰ্থাৎ বাৰ্ধক্যৰ যন্ত্ৰণাত জৰ্জৰিত কুকুৰাৰ দৰে জীৱনটো আজি-কালিকৈ তিল্‌তিল্‌কৈ শুকাই-খীণাই যাবলৈ ধৰিছে। গতিকে জীৱন থাকে মানে, যৌবন থাকে মানে আনন্দ কৰা। অহাকালিৰ কথা চিন্তা নকৰি আজিয়েই স্ফূৰ্তি কৰা।

এই নিঃতম্‌টিৰ ভাবাৰ্থৰ লগত খায়ামিক সুখবাদী দৰ্শনৰ সাধাৰণ সাদৃশ্য থকা যেন লাগে।

ওপৰোল্লিখিত গীতবিলাকৰ বাহিৰেও 'দা-দাম্ বনীঙ' নামৰ গীতটি পঃৰাগ উৎসৱত গোৱা বুলি প্ৰসিদ্ধ ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৱে 'মিৰি জীয়ৰী' উপন্যাসত এনেদৰে উল্লেখ কৰিছে। "মোৰ আজলী মিৰি জীয়ৰীয়ে আজি-কালিৰ নব্য ধৰণেৰে বঙলা গান গাবলৈ নিশিকিলে। —নৰাছিগা বিহু আহিলে তাই দাদাম্ বনেঙ বনেঙ দাদিঙঃ ইত্যাদি নামহে গায়। এই ফাঁকি ঘোষা। ইয়াৰো অৰ্থ আমি নাপাওঁ।"[২৭]

সম্ভৱতঃ এইবিধ গীত গাওঁতেও মিৰি/মিবৃ বা মিবুসকলৰ লগত ডেকা-গাভৰুৱে একেলগে গাইছিল, সেয়ে বৰদলৈদেৱে আকৌ এঠাইত এনেদৰে উল্লেখ কৰিছে। "এইবাৰ দেওধায়ে নতুন উৎসাহেৰে লগাই দিলে— দাদাম্ বনেঙ বনেঙ দাদিঙ। তৎক্ষণাত ডেকা-গাভৰুৱে সমস্বৰে ধৰিলে— দাদাম্ বনেঙ বনেঙ দাদিঙ।"[২৮]

'দা-দাম্ বনীঙ' গীতৰ ৰচনাশৈলী আৰু গোৱাৰ ৰীতিলৈ চাই কব পাৰি যে 'দা-দাম্ বনীঙ' গীতটি মিৰি বা মিবুসকলে গোৱা পঃনুং গীতৰ প্ৰাচীন নিদৰ্শন। পুঃনং গীত আদী সমাজত প্ৰচলিত পঃনুং আঃবাং আৰু ভৈয়ামৰ হুঁচৰি বিহুত গোৱা গীতৰ দৰে ডেকা-গাভৰুৱে মিবুৰ লগত একেলগে 'দা-দাম্ বনীঙ' গীত গাই ধেমালি কৰা এটা গীত। জনা-বুজা, কামত পাৰ্গত আৰু গুণৱতী গাভৰুক দা-দাম্ বোলা হয়। ডাঙৰক সন্মান কৰিব জনা গাভৰুক বুজাবৰ বাবে 'বনীঙ' শব্দটো ব্যৱহাৰ কৰা দেখা যায়।[২৯]

তুম্পক এতে-য়ে 'দা-দাম্ বনীঙ' গীতৰ দুশাৰী পদ উল্লেখ কৰি তাৰ অৰ্থ এনেদৰে দিছে :

"বনী লাঃ তনী অদী মাঃ মৃল

---

২৭ ৰজনীকান্ত বৰদলৈ : মিৰি জীয়ৰী, পৃঃ ১৫

২৮ উক্ত গ্ৰন্থ, পৃঃ ১৫ দাদাম্ বনেঙঃ = দা-দাম্ বনীঙ'।

২৯ D. Doley : Lutad, 1983, pp.1-7

চৃঃদুম্ লাঃ তনী কঃ জুম্ মাঃ মৃল”

অর্থাত “A Light hearted girl does not brew good heat.”[৩০]

‘দা-দাম্ বনীঙ আঃবাং’ গীতটো— ডেকা-গাভৰুৱে প্ৰেম-পীৰিতি কৰি ইজনে-সিজনক পাবলৈ বিচৰা সময়ত গোৱা গীত। এই গীতটো গাওঁতে ডেকাই ডেকাৰ হাতত আৰু গাভৰুৱে গাভৰুৰ কান্ধত কান্ধ মিলাই ডেকাসকলে থকা ঠাইলৈ আৰু ডেকাসকলেও গাভৰুসকল থকা ঠাইলৈ আগবাঢ়ি আহি আগলৈ হালি হালি গীত গায়। আনন্দত আত্মহাৰা হৈ থকাৰ সুযোগতে জাকৰ মাজৰ পৰা ছোৱালী বা গাভৰু এজনীক ডেকা এজনে পলুৱাই লৈ যায়।

‘দা-দাম্ বনীঙ’ নৃত্যৰ পৰিৱেশনশৈলীলৈ চাই ৰজনীকান্ত বৰদলৈয়ে এনেদৰে লিখিছে ঃ “দেওধাইক মাজ কৰি ডেকা-গাভৰুবিলাকে কছাৰীৰ মাদল কোবোৱা নাচৰ দৰে বা চাওঁতালৰ জুম নচাৰ দৰে ঢোলৰ শব্দত ঘুৰি নাচে।”[৩১] উদাহৰণস্বৰূপে তলত এনেধৰণৰ দুটা গীত দিয়া হ’ল ঃ

(ক) ঘোষা ঃ দা-দাম্ বনী মী বনীমী দাঃদিমী।।

| মিবু | ডেকা দল |
|---|---|
| পদ ঃ চীঃ কমী তম্‌দনী? | গাপা গীনী দীম্ বল। |
| চীঃ কমী তম্‌দনী? | গালী গীনী দীম্‌বল। |
| চীঃ কমী তম্‌দনী? | গাৰী গীনী দীম্‌বল। |
| চীঃ কমী তম্‌দনী? | গাজক্ গীনী দীম্‌বল। |
| চীঃ কমী তম্‌দনী? | ৰিঃবি গীনী দীম্‌বল। |
| চীঃ কমী তম্‌দনী? | গাচেং গীনী দীম্‌বল।[৩২] |

অৰ্থ ঃ ঘোষা ঃ জনা-বুজা কাম জনা ছোৱালী জনীক?

| | |
|---|---|
| পদ ঃ কোনজনী বাচে? | গাপা পিন্ধাজনী। |
| কোনজনী বাচে? | গাৰী পিন্ধাজনী। |
| কোনজনী বাচে? | গালী পিন্ধাজনী। |
| কোনজনী বাচে? | গাজক পিন্ধাজনী। |
| কোনজনী বাচে? | ৰিঃবি পিন্ধাজনী। |
| কোনজনী বাচে? | গাচেং পিন্ধাজনী। |

(খ) ঘোষা ঃ দা-দাম্ বনীঙ বনীঙ দাঃদিঙ।।

| মিবু | গাভৰু দল |
|---|---|
| পদ ঃ গাপা-গালী মজিঙ নীচি | বনীঙ দাঃদিঙ |

৩০ Tumpak Ete : 'Mc.tom Lusar' in Obonori Gomug, 1st year, 2nd issue, January, 85, p.7
৩১ ৰজনীকান্ত বৰদলৈ ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃঃ ১৪
৩২ সংবাদদাতা ঃ ঐৰাম বৰি (৬০), অয়ান গাঁও, অৰুণাচল প্ৰদেশ, ১২/১০/৮৯

গাৰী গাজগ্ ইজিঙ নৌচি | বনৌঙ দাঃদিঙ
ৰিঃবি গাচেং মজিঙ নৌচি | বনৌঙ দাঃদিঙ
লুব্‌জক গালোগ্ চুমজিঙ নৌচি | বনৌঙ দাঃদিঙ
এগে গাচৰ চুম্‌জিঙ নৌচি | বনৌঙ দাঃদিঙ
আপ্‌পুন্ গামিগ্ তৃজঃ নৌচি | বনৌঙ দাঃদিঙ।।[৩৩]

অৰ্থ— ঘোষা ঃ জনা-বুজা কাম জনা ছোৱালী ময়েই।

পদ ঃ
গাপা গালী বব জনা | ছোৱালী ময়েই।
গাৰী গাজগ্ বব জনা | ছোৱালী ময়েই।
ৰিঃবি গাচেং বব জনা | ছোৱালী ময়েই।
লপ্‌জক্ গালোক্ বব জনা | ছোৱালী ময়েই।
এগে গাচৰ বব জনা | ছোৱালী ময়েই।
আপ্‌পুন্ গামিগ্ বাছিব জনা | ছোৱালী ময়েই।

'বৃঃবৃগ নিঃতম্' প্ৰসংগত আন এটা লক্ষণীয় দিশ হ'ল— মিচিংসকলে বহাগ বিহুত গোৱা হুঁচৰি গীত। এই গীত কোনো কোনো অঞ্চলৰ মিচিং গাঁৱতহে গোৱা শুনা যায়। গীতবোৰ মিচিং ভাষাত গোৱা হয়। এই শ্ৰেণী গীতক মিচিং ভাষাত 'বিউ উন্‌চঃৰি নিঃতম্ চঃমান্' বা 'বিউ আঃবাং' নামে জনা যায়। গীতবিলাকত বিহু উৎসৱৰ তাৎপৰ্য প্ৰকাশ পোৱাৰ লগতে বাসন্তিক ঋতুৰ বৰ্ণনা আৰু ডেকা-গাভৰুৰ আনন্দ-উল্লাসৰ প্ৰাচুৰ্যও পৰিদৃষ্ট হয়। যেনে—

অঃয়ুকি অঃ অইয়া চঃয়ৌনাই চঃনাম্
মুৰঙত বৰানি য়াম্‌মিনাম্ মিন্‌য়ৗ
আলিঅী বৃৰ্‌দুগী আঃলাই গৃদ
নাই আী নৗঙানী জাৰ্‌লা গৃদ।
চঃয়ং পাক্‌কমী অক চৃঃলেল কাব্‌দুং
বিউ আী চঃমানীম্ দঃলুল মদুং।
নাই অই নৗঙানী নৗবিৰী বাবিৰী
বিউ আী চঃ মানী অৃঃৰই পংকৃৰী।
চৃঃচাং য়াঃমেঅী চৃঃচাং মৃম্‌বৃৰী
মীঃপই মীঙান্‌পী কেব্‌লা গৃদাগ্।
ঙলোক্ কা ৰাঙামা কাৰাঙা কাৰাংপী দাগ্
লাই-অই লাক বীম্ লাৰাকৃপী কীব্‌দাগ্।

---

৩৩ সংবাদদাতা ঃ ঐৰাম বৰি (৬০)

লৃংবৰাং লৃংকৰ্দী ঔদ্দৃক উন্দাগ্
ৰিংবই গাঃ চৗঃদী ঔদ্দৃক উন্দাগ্।
গেনী দঃ মৃৰ্ত উন্জেৰ্দাগ্ তাকাৰী
কেবৃবুঃনাম্ এগেদী উন্জেৰদাক্ গামিগী।
চঃকলা তাবাবীম্ দুম্গাৰ্দ কেবৃতাগ্
তাপিঔ লৃঃতীগ্দীম্ আলৃঃদ গীতক্।
পঃপৃৰী বেৰ্কাম্পী বেৰ্ৰাই চঃদাগ্
বিউ অই মগেঃলা কীবাঙীম্ বাঃদাগ্।
কীবাঙীম্ বাঃলা তাৰুঙীম ৰুঃয়ী
মুৰঙীম মগেঃলা পঃৰাগীম্ তৃঃয়ে।
মিবু ঔম্ গক্‌লা য়াম্মিনীম্ মিন্ঔ
বৰী বৰনৈ নলুমাং বিউ ঔ।
পঃৰাগ্ তৃঃদদীম্ মিবু ঔ দাক্য়ী
চঃয়ৃক্বক্ আগীমীম্ আঃয়িচ লুয়ী।
দঃগ্রি পঃলমী কুম্তাদ্ চুয়ী
দাক্পঃদাগ্ য়ুমীদীম্ কাত্য়ী।
মিবু-ঔ দাক্দদীম্ পঃবৰদী অয়ী
চঃচিন্ আগমীম্ [illegible]ক্নীকি লুয়ী।
আঃয়ী চৃঃতুব কাবাং বিয়ী
আয়িঃচক্ দঃজিগীম্ কৃআঃঙ বিয়ী।
মিঃঔ মিমাংকী আগমীম্ লুয়ে
দঃজী কাম্জীপী চয়িঃচীম্ মায়ী।
পঃৰই আপঙীম কাত্মানী বিয়ী
ৰীগই ৰীগিপী, চঃমানী বিয়ী।
পঃবৰ আপঙ্কি চেঃঔইমী কুম্য়ী
পিম্পু আপিন্কি মিনয়ীম্ বয়ী।
য়াম্ব গাচীং বৰানিদ্ গীয়ী
গন্ৰী টঙালি বৰাদী গীয়ী।
লঙীপী লউম্ক পঃৰাগীম্ তৃঃয়ী
দতীৰ্ দকু য়ুমী দীম্ পঃনুঙীম্ নুঃয়ী।
অৃঃৰই ৰঃ ৰঃ নাই ৰই
আঃবাং নিঃতীম্ মতীৰ্ য়াই।।[৩৪]

৩৪ সংবাদদাতা ঃ ডিৰাম কুম্বাং (৫০), জোনাই, ১৮/১২/৮৯

অৰ্থ ঃ মোৰে মৰমীৰ নাচনত
মুৰঙত 'বৰানি' বহে
ফাগুন মাহ আহিছে,
বন, বিৰিখ লতা লহ-পহকৈ বাঢ়ি আহিছে।
কেতেকী চৰায়ে বনতে বিনাইছে
বিহুৰে ধেমালি গাঁৱতে পাতিছে।
বন-বননিৰ লতা-লতিকা হালিছে-জালিছে,
আমাৰে বিহুটি ৰমকে-জমকে।
উত্‌নুৱা ডেকা-গাভৰু জাকে
মনৰ উলাহত ভৰি মেলি মেলি যায়।
আমাৰে ৰাইজসকলে শাৰী পাতি
খোজতে খোজ মিলাই যায়।
ৰামধেনুৰ ৰং যিমান উজ্জ্বল
সিমানেই উজ্জ্বল ৰিঃৰিকৈ গাচেংখনি।
নীলা আকাশত তৰা জিলিকে
ফুল বছা মেখেলাত ভোটা জিলিকে।
চকলা ফণি খোপাতে গুজিলে
মেগেলা ঠাৰিৰ মাদলী ডিঙিতে পিন্ধিলে।
পখিলা উৰাদি উৰি ঐ নাচে।
বিহু মাৰি কৌবাং বহে।
কৌবাং বহুৱাই আলচখন পাতিমে
মুৰং ঘৰ সাজি পঃৰাগ্‌ খাম।
মিবু মাতি আনি ধেমালি কৰিমে
ৰবা ৰবনৈ তোমালোক নোহোৱা বিহু।
পঃৰাগ্‌ খাওঁতে মিবুয়ে দেউধাই উঠিব
পৰলোকৰ কথা ইয়াতে ক'ব।
দঃগ্ৰিঃ পঃলকে প্ৰণাম জনাই
দেও উঠাৰ দিনাখন আপং চাকিম।
মিবুৱে দেওধাই উঠোঁতে আপং নিগৰি আহিব
পৰলোকৰ কথা দেওমণিৰে ক'ব।
পৰলোকতে কান্দি ক'বগৈ
পৃথিৱীৰ কথাকে ক'বগৈ।
দেৱ-দেৱীসকলে কথাকে ক'বলৈ

পূজাৰে ভাগ বিচাৰিব।
ছাই আপং চাকি দিম
উলহ-মালহেৰে ধেমালি কৰি দিম।
উৎসৱৰ আপঙেৰে চেঃদিক সেৱা জনাম
নিসনি ভাতেৰে আলাহিক সুধিমে।
কনীয়া কাপোৰ 'বৰানি' পিন্ধিব
গনৰ টঙালি 'বৰা'ই পিন্ধিব।
তিনি দিনে কৰি পঃৰাগ্ খামে
শেষৰ দিনাখনে পঃনু নাচ নাচিম।
ৰঙতে ৰাঙলী হৈ
আঃবাং গীত গোৱাকে সামৰিম।।

এই গীতটি গাওঁতে ডেকা-গাভৰুৱে ইটোৱে সিটোৰ হাতৰ আঙুলিৰ মূৰত ধৰা-ধৰি কৰি বৃত্তাকাৰভাৱে ঘূৰি ঘূৰি এবাৰ ওপৰলৈ আৰু এবাৰ তললৈ হাতবোৰ উঠা-নমা কৰি নৃত্য কৰে। বাকী ঢুলীয়া-তালীয়া আৰু হুঁচৰিত অংশগ্ৰহণ কৰা ব্যক্তিসকল বৃত্তটোৰ মাজত থাকে। তলত হুঁচৰি পৰিৱেশন শৈলীৰ ৰৈখিক আভাস দিয়া হ'ল ঃ



**৪.০৮ য়াপা পিলা নিঃতম বা ৰইলা নিঃতম্ (বিহুৰ প্ৰসংগত চাপৰি মাৰি গোৱা গীত) ঃ**

বিহুৰ প্ৰসংগত হুঁচৰি গোৱাৰ বাহিৰেও ডেকা-গাভৰুৱে লগ লাগি একেলগে নচাৰ সময়ত ধেমালি কৰোঁতে কোনো ধৰণৰ বাদ্যযন্ত্ৰ সংগত নকৰাকৈয়ে চাপৰি মাৰি মাৰি গোৱা গীতক 'য়াপা পিলা নিঃতম্ চঃমান' বা 'ৰইলা নিঃতম্ চঃমান' আখ্যা দিয়া হয়। কোনো কোনো অঞ্চলত হুঁচৰি গোৱা শেষ হোৱাৰ পিছত গৃহস্থক আশীৰ্বাদ দিয়াৰ সময়ত এইবিধ গীত গোৱা দেখা যায়। 'ৰইলা নিঃতম'ত অমিচিং অসমীয়া ভাষাৰ শব্দৰ সঘন ব্যৱহাৰ দেখা যায়।

(ক) ৰইলা— অই আঙতি দৃৰ্তুংক
ৰইলা— গৗদাগ্জি গৗমাঃজি
ৰইলা— আমি কাংক কাংকল গৗদাগী অাই।
চৰাই দলিয়া চৰাই মলিয়া
চেই চেই ৰইলা অাই।
চাম কলিয়া চামতি কলিয়া
কে-কু ৰইলা অাই।
ৰইলা— অই বিউলক অক্ৰাতি
ৰইলা— বিউ-অৗ আঃদবৰং অৗম্নানা অাই।
চৰাই দলিয়া চৰাই মলিয়া
চেই চেই ৰইলা অাই
চাম্ কলিয়া চামতি কলিয়া
কেঃকু ৰইলা অাই।।[৩৫]

অৰ্থ ঃ ৰইলা— ঐ আঙঠিৰ টুকুৰা
ৰইলা— পিন্ধে কি নিপিন্ধে
ৰইলা— লোকে দেখা কৰি পিন্ধে ঐ।
চৰাই ডলীয়া চৰাই মলীয়া
ছেইঃ ছেইঃ ৰইলা হায়!
শ্যাম কলীয়া শ্যামতী কলীয়া
কে-কু ৰইলা হায়!
ৰইলা— ঐ বিহুৰে সংক্ৰান্তি
ৰইলা— বিহু সোমাইছে ঐ
চৰাই ডলীয়া চৰাই মলীয়া
ছেইঃ ছেইঃ ৰইলা হায়!
শ্যাম কলীয়া শ্যামতী কলীয়া
কে-কু ৰইলা হায়।।

৩৫ সংবাদদাতা ঃ ডিৰাম কুন্বাং (৫০), জোনাই, ১০/৩/১০

(খ) অই— দনচিৰি লীগবীম্ ৰঃদই-অই
অই— কাংকান্পী মতুঙাই অই ৰঃদই-অই
অই— চঃ মান্না দুংকান্দাক।
ৰঃদই ৰইমলা—
কাংকান্পী মতুঙাই।
ৰঃদই ৰইমলা
মিত্পান্না গৃকুনী
ৰঃদই ৰইমলা অাঁই।
অই— চিদীনা আঁৰাঃ চীম্ ৰঃদই-অই
অই— তাদ্গীলা ডাদ্নামী অই ৰঃদই-অই
অই— মিৰীম্ ৰীমকুত্দাক্
ৰঃদই ৰইমলা
আ়বাক বিকান্দাক্
ৰঃদই ৰইমলা
মিত্পান্না গৃকুনী
ৰঃদই ৰইমলা...।।[৩৬]

অৰ্থ ঃ ধনশিৰি দলংখন ৰহদৈ ঐ
ঐ— ধুনীয়াকৈ সাজিছিল ঐ ৰহদৈ ঐ
ঐ— ধেমালি কৰি থাকিবৰে মন।
ৰহদৈ ৰহিমলা
ধুনীয়াকৈ সাজিছিলে
ৰহদৈ ৰহিমলা
পাহৰি আহিলোঁ
ৰহদৈ ৰহিমলা ঐ।
ঐ— এইখন ঘৰকে ৰহদৈ ঐ
ঐ— নামে জনাজাত ঐ - ৰহদৈ ঐ
ঐ— ধনীৰো ধনীয়ে
ৰহদৈ ৰহিলা
বেছিকৈ দিব লাগে
ৰহদৈ ৰহিলা
পাহৰি আহিলোঁ
ৰহদৈ ৰহিমলা...।।

---

৩৬ সংবাদদাতা ঃ ডিৰাম কুম্বাং

### ৪.০৯ লুপ নিঃতম্ বা কথোপকথনমূলক গীত ঃ

লুপ নিঃতম্ শ্ৰেণীৰ গীতক প্ৰধানভাবে দুভাগত ভাগ কৰিব পাৰি। প্ৰথমবিধ লুপ নিঃতম্ ডেকা-গাভৰুৰ প্ৰণয়মূলক মৃম্‌বৃৰ য়াঃমে'। এইবিধ গীতত সাধাৰণতে ডেকা-গাভৰুৰ যৌৱনৰ হাঁহি-কান্দোন, আশা-নিৰাশা, ব্যথা-বিচ্ছেদ আদি প্ৰকাশ পায়। ডেকা-গাভৰুৰ পৰস্পৰৰ কথোপকথনৰ জৰিয়তে কাহিনী নাইবা গীতৰ বিষয়-বস্তু ক্ৰমশঃ পৰিণতিৰ ফালে আগবাঢ়ি যায়। সেইবাবে এইবিধ গীতক কথোপকথনমূলক গীত বুলিব পাৰি। 'তাঁৱ তাঁকাং' গীতটি এই শ্ৰেণীৰ গীত।[৩৭]

দ্বিতীয়তে, সাধাৰণ বিষয়বস্তু থকা গীতবোৰক দঃয়ি দঃম (কাহিনী) গীত বুলিব পাৰি। সাংযুতিক আৰু বিষয়-বস্তুৰ ফালৰ পৰা এই শ্ৰেণীৰ গীতক Cante fableৰ লগত তুলনা কৰিব পাৰি। ডেকাই প্ৰশ্ন কৰে গাভৰুৱে উত্তৰ দিয়ে, অথবা গাভৰুৱে প্ৰশ্ন কৰে ডেকাই উত্তৰ দিয়ে। 'পাঁকৃ মাৰি অইনিঃতম্', 'লেৰেলি' আৰু 'দা-দাম্'[৩৮] নিঃতমবোৰক এই শ্ৰেণীৰ গীতৰ ভিতৰত অন্তৰ্ভুক্ত কৰিব পাৰি। সাংযুতিক দিশৰ ফালৰ পৰা প্ৰশ্ন আৰু উত্তৰ বিশিষ্ট গীতক antiphonal আখ্যা দিব পাৰি।[৩৯] যেনে—

**'পাঁকৃ মাৰি নিঃতম্' ঃ**

য়াঃমে ঃ নক্ আমিন্ অক্কন্ . . . কনীঙা
নক্ দঃলুং অক্কন্ . . . কাঃয়ুমা
কাংকিন্ তাত্‌কিন্ মুনচুগেঃলা
গৃমুন্ লাঃমুন্ চুলাঃজে — ঐ ঐয়া।।

মৃম্‌বৃৰ ঃ ঙক্কী আমিন্ দৰমিঅী . . . কউবা
আমিক্ তাত্‌কল্ লুয়বং . . . কাংকানা
আমি তাত্‌কল্ লুম্বল
আদিন্ অয়িল্ লৃক্‌পাঁকী . . . ঐ ঐয়া

য়াঃমে ঃ ইমালয়ে এত্‌পাত . . . কনীঙা
আঞে চন্‌ব চুলাঃজে . . . কাঃ য়ুমা
লেবে লেবে কাঁঅৃগত
তেত্‌ব চুলা দুঃলাজে — ঐ ঐয়া।

মৃম্‌বৃৰ ঃ ইমালয়ে এত্‌পাত — কউবা
চন্‌ব চুলা গৃণ্ডঃমা — কাংকানা
লেবে কাঁঅৃগ্ কাঁঅৃগত
তেত্‌ব চুলা দুংগেঃমা — ঐ ঐয়া।।
য়াঃমেঃ অৃচুং বৰবাগ্ তালীঃত — কনীঙা
কেঃদাং আপ্‌পুন্‌পী ইগেঃলা — কাঃ য়ুমা

৩৭ অনুগ্ৰহ কৰি পৃষ্ঠাত চাওক।
৩৮ অনুগ্ৰহ কৰি পৃষ্ঠাত চাওক।
৩৯ P. Goswami : Folk-Literature of Assam, p.14

কেত্‌পুম্‌চুলা দুংগেঃলা
পুন্‌ব চুলা দুঃলাজে — ঐ ঐয়া।।
মৃম্‌বৃৰ ঃ অৃচুং ঐয়া ৰৰবাগ্‌ত — কউৱা
কেঃদাং ঙপী ইগেঃমাং — কাংকানা
আপ্‌পুন্‌পী পুন্‌গেঃ মাং
কেত্‌পুম্‌চুলা দুংগেঃমাং — ঐ ঐয়া।।
য়াঃমে ঃ আবুং গৰেং গৰেং দ — কনীঙা
দুম্‌চুঙপী ইগেঃলা — কাঃ য়ুমা
লীক লীকপী দুংগেঃলা —
কলা বাতি দলাঃজে — ঐ ঐয়া।।
মৃম্‌বৃৰ ঃ আবুং গৰেং গৰেংদ — কউৱা
দুম্‌চুঙপী ইগেঃমাং — কাংকানা
দুঃব চুলা দুংগেঃমাং
কলাবতি দগেঃমাং — ঐ ঐয়া।।
য়াঃমে ঃ আৰৃগ্‌কী অৃচুং তালীঃত — কনীঙা
পীকৃ পিৰ্‌ঞিপ্‌ ইগেঃ লা — কাঃ য়ুমা
মাৰি ৰিংগে ৰিংগেলা —
আঃম আয়িং দলাঃজে — ঐ ঐয়া।।
মৃম্‌বৃৰ ঃ আৰৃগ্‌ অৃচুং তালীঃত — কউৱা
পীকৃ পিৰ্‌ঞিপ্‌ ইগেঃমাং — কাংকানা
মাৰি ৰিঃলা দুংগেঃমাং —
আঃম্‌ আয়িং দগেঃমাং — ঐ ঐয়া।।[৪০]

অৰ্থ—

ডেকা ঃ তোমাৰ নাম কি — মৰমী?
তোমাৰ গাঁও কি — সোণজনী?
চা-চিনাকি হৈ —
তুমিয়ে ময়ে মিলনৰ এনাজৰী পাতোঁ আহা — চেনাই।
গাভৰু ঃ মোৰ নাম দৰ্‌মি — সোণ।
লোকৰ আগত নক'বা — সোণাই
আনৰ আগত ক'লে
মঙহৰ জোলত দিব — চেনাই।

৪০ সংবাদদাতা ঃ সুৰেশ দলে, বয়স ৫৮, জোনাই, ২/১/৯০

ডেকা ঃ হিমালয় এঢলীয়া — অ' মোৰ সোণজনী!
দুয়ো বগাওঁ আহা
পাহাৰৰ আঁৰে আঁৰে
দুয়ো একেলগে বহোঁ — ঐ চেনাই!
গাভৰু ঃ হিমালয় এঢলীয়া — সোণ!
বগাবলৈ বেয়া — ঐ সোণাই
পাহাৰৰ আঁৰে আঁৰেও
একেলগে নবহোঁ — ঐ চেনাই!
ডেকা ঃ গছৰ ডালৰ ওপৰত — অ' মোৰ সোণজনী
কপৌফুলে হৈ সোণজনী
খোপা বান্ধি
একেলগে ফুলোঁ — ঐ মোৰ সোণজনী!
গাভৰু ঃ গছৰ ডালত — অ' মোৰ সোণাই!
কপৌফুল নহওঁ মই — চেনাই ধন
ফুল হৈও নুফুলোঁ মই
খোপা বান্ধিও নাথাকোঁ মই — চেনাই ঐ!
ডেকা ঃ (নৈৰ) জানৰ দ ঠাইত — অ' মোৰ সোণজনী
হৰিণ ৰূপ ধৰি — অ' মোৰ মৰমী
একেলগে চৰি-ফুৰি
মিঠা লুহীয়া কন খাওঁ আহা — ঐ চেনাই!
গাভৰু ঃ (নৈৰ) জানে জানে অ' মোৰ সোণাই!
হৰিণী নহওঁ মই — সোণ!
একেলগে থাকি
মিঠা লুহীয়া বনো নাখাওঁ — ঐ চেনাই!
ডেকা ঃ পথাৰৰ গছৰ ওপৰত বহি — অ' মোৰ সোণজনী!
কপৌ চৰাইৰ দৰে যোৰ পাতি —
কান্দি ইনাই-বিনাই
ধানৰ থোক খাওঁ ব'লা ঐ চেনাই!
গাভৰু ঃ পথাৰৰ গছৰ ডালৰ ওপৰত — অ' মোৰ সোণ!
কপৌ চৰাই দুটি নহওঁ মই — চেনাই
ইনাই-বিনাইও নাকান্দো
ধানৰ থোকো নাখাওঁ — ঐ চেনাই!

আনবিধ লুপ নিঃতম্ হ'ল— দঃয়ি-দঃম। ইয়াতো কাহিনীৰ প্ৰাধান্য লক্ষ্য কৰিব পাৰি। এইফালৰ পৰা দ্বিতীয় বিধ গীত অৰ্থাৎ দঃয়ি-দঃমক কাহিনী গীতৰ (ballad) শ্ৰেণীত ধৰিব পাৰি।[৪১]

**৪.১০ কাহিনীমূলক গীত ঃ**

**(ক) কাবান্ ঃ** বিষয়-বস্তুৰ ফালৰ পৰা কাবান্‌বোৰক অসমীয়া 'বিননি গীত' বা 'বিলাপ গীত'ৰ শ্ৰেণীৰ পৰ্যায়ভুক্ত কৰিব পাৰি। কাবান গীতৰ যোগেদিয়েই মিচিংসকলে পোনপ্ৰথমে মনৰ ভিতৰত পুঞ্জীভূত হৈ থকা দুখ-বেদনা, হৰ্ষ-বিষাদ, স্মৃতি-স্বপ্ন আদি প্ৰকাশ কৰিছিল। ব্যক্তি, সমাজ আৰু বিভিন্ন বিষয়ৰ কৰুণ ছবিবোৰ কাবান্ গীতৰ ধ্বনি আৰু সুৰৰ মাধ্যমেৰে প্ৰকাশ পায়।

কাবান্ গীতবোৰ ব্যক্তিগত প্ৰেম-বিৰহৰ প্ৰকাশ হ'লেও ইয়াৰ স্বকীয় বৈশিষ্ট্য বৰ্তমান। ইয়াৰ উপস্থাপন বৈশিষ্ট্য, সাংগীতিক লয় আদি অন্য নিঃতমতকৈ বেলেগ। সংযুতি, বিষয়-বস্তু, গায়ন শৈলীৰ ফালৰ পৰা কাবান্ নিঃতমক চাৰিটা প্ৰধান ভাগত ভাগ কৰিব পাৰি।

(১) দঃব কাবান্,

(২) মীঃববা চৃঃচাং কাবান,

(৩) য়াবান্ আৰু

(৪) দঃয়ৃং কাবান্ বা দঃয়িং।

দঃয়ৃং কাবানৰ বাহিৰে আনবিলাক কাবানৰ কাহিনীৰ গুণগত বৈশিষ্ট্যসমূহ যেনে— আৰম্ভণি, বিকাশ আৰু পৰিণতি নাথাকে যদিও একোটা অশ্ৰুসিক্ত পৰিস্থিতিৰ আলমত এই শ্ৰেণীৰ গীত পল্লবিত হোৱা বাবে এইবিলাকক কাহিনীমূলক গীতৰ শাৰীত ধৰিব পাৰি।[৪২]

**(১) দঃব কাবান্ নিঃতম্ ঃ** সমাজ অবিহনে ব্যক্তি অকলশৰে থাকিব নোৱাৰে। ব্যক্তি আৰু সমাজ উভয়ে উভয়ৰ পৰিপূৰক। সেয়েহে মানুহে ব্যক্তি আৰু সমাজ উভয়ৰে বিৰুদ্ধে সংগ্ৰাম কৰিব লগা হয়। এইফালৰ পৰা সংগ্ৰাম দুবিধ— ব্যক্তিগত আৰু সামূহিক বা সামাজিক। সামগ্ৰিকভাৱে প্ৰচলিত সমাজ ব্যৱস্থাই ব্যক্তিগত প্ৰচেষ্টাক নিয়ন্ত্ৰণ কৰে। সামগ্ৰিক সমাজ ব্যৱস্থাৰ এলাণ্ডুকলীয়া বিচাৰত ব্যক্তিৰ আশা-আকাংক্ষা মৰহি যায়। সপোন আৰু বাস্তৱৰ মাজত বিসংগতিয়ে দেখা দিয়ে। মিচিং জন-জীৱনতো তেনে বিসংগতি আছে, দুখ-দাৰিদ্ৰ্যৰ মৰ্মন্তুদ যন্ত্ৰণা আৰু স্বপ্নভংগৰ কাৰুণ্যপ্ৰধান ঘটনাৰ অভাৱ নাই। অসচেতন মিচিং ডেকা-গাভৰুৱে ইয়াৰ বাবে জগৰীয়া কৰে পিতৃ-মাতৃ নাইবা কোনোবা বিধাতাক। ইয়াৰ মধুৰ ধ্বনি প্ৰতিধ্বনিত হয় দঃব কাবানৰ অন্তৰ্গত কৰুণ ৰসসিক্ত কাহিনী ধৰ্মী গীতত। ব্যক্তিগত আশা-আকাংক্ষা, ব্যথা-বেদনা, হা-হুমুনিয়াহ আদিৰ সমষ্টি এই গীতবোৰ। এইফালৰ পৰা দঃব কাবানৰ বিষয়-বস্তু ব্যক্তিনিষ্ঠ হোৱা স্বাভাৱিক।

সমাজ-সংসাৰত সংগীবিহীন জীৱন কাৰুণ্যৰ এক দীৰ্ঘচ্ছাস মাথোন। অকলশৰীয়া জীৱনৰ নিঃসহায়তাই প্ৰেমিক-প্ৰেমিকাৰ জীৱনক মৰ্মাহত কৰি তোলে। মৰ্মাহত জীৱনৰ কাৰুণ্যই বাঙ্ময় ৰূপ লাভ কৰাৰ নিদৰ্শন পোৱা যায় তলৰ গীতটিত ঃ

---

৪১ অনুগ্ৰহ কৰি ২৯০ পৃষ্ঠাত চাওক।

৪২ বসন্ত কুমাৰ দলে ঃ *'মিচিং লোক-গীত'* (নিঃতম্ দকচিৰি), পৃ.৫৭

'নাঃনীবৃ অকলক্ অদাক্ দলনা
নাঃনীবৃ আলাক্ লাক্মুৰ তনেয়া
নাঃনীবৃ গাক্নাম্ দীম্ চঃলাক্ গাক্নাম্দীম্
নাঃনীবৃ গাক্নাম্দীম্ গাক্মুৰ তনেয়া।'[৪৩]

অৰ্থ ঃ আয়ে মোক জন্ম দিওঁতে নুচুবলগীয়া ঠাই চুইছিল নেকি? আয়ে মোক জন্ম দিয়াৰ মুহূৰ্তত 'ৰ্বৃ'ডাল ধৰোঁতেই ভুল কৰিছিল নেকি? নাইবা মই ভুল কৰিয়েই জন্ম লাভ কৰিছিলো নেকি— যাৰ পৰিণতিত মই ইমান দুখ-যন্ত্ৰণা সহ্য কৰিবলগীয়া হৈছে।

প্ৰেমাস্পদৰ এই সন্দেহ অধিক ঘনীভূত কৰে চোতালত পৰি থকা দুখ-বেদনাৰ প্ৰতীক কপৌ চৰাইজনীয়ে। তেওঁৰ সেই ভুল-ক্ৰটি সোঁৱৰাই যেন পূৰ্বপুৰুষসকলৰ প্ৰয়াত আত্মাই কপৌ ৰূপে দুখৰ বিননি তুলি ৰুণ দিছে।

'আত গুঃমৃন্ গীঞিলা
চিনী মীঃব কাঃঞিলা
পীক্ তাংকৃ মাৰিয়ী
ৰিঙাঙই বিদুনী—।'[৪৪]

অৰ্থ ঃ পূৰ্বপুৰুষসকলৰ প্ৰয়াত আত্মাই কপৌ চৰাইৰ ৰূপ গ্ৰহণ কৰি কৰুণ সুৰেৰে ৰুণ দি মোক সোঁৱৰাই দিছে— মোৰ জন্মলগ্নৰ ভুলবোৰ।

**(২) মীঃব কাবান্ নিঃতম্ ঃ** মীঃব কাবানবোৰ চৃঃচাং কাবান্ ৰূপেও পৰিচিত। প্ৰেমিক বা প্ৰেমিকাৰ অনাবিল প্ৰেম-প্ৰণয়, প্ৰণয়ৰ ব্যৰ্থতা, প্ৰেমিক-প্ৰেমিকাৰ কাৰুণ্যৰ দীৰ্ঘশ্বাস আদিয়েই এই শ্ৰেণী গীতৰ প্ৰধান বিশেষত্ব। ব্যথা-বেদনাৰে জৰ্জৰিত প্ৰেমিক-প্ৰেমিকাৰ মন-পক্ষী তেতিয়া উৰা মাৰে কালগ্ৰস্তা সোণালী অতীতলৈ। কাৰুণ্য এইবিধ গীতৰ প্ৰধান উপজীব্য। এই শ্ৰেণী গীতৰ কেইটিমান উদাহৰণ তলত দিয়া হ'ল—

**(ক) অতীত-স্মৃতি ৰোমন্থন ঃ**

কম্জৃং লক্কীব ৰীইয় লক্কীব
পিত্পা লক্কীব জীয়াঙী লক্কীব
অইনম্ আলৃগী কাঃলৃগী চুতাগাই
অইনম্ আঙামী কাঃঙাম চুতাগাই
অইয়া দীঃ পিনীম্ পিন্মান্ বচুতাই
অইনম্ দীঃ পঙীম্ পঃমান্ বচুতাই
অইনম্ দংক গৃমান্ বচুতাই
চিবিঅ দংকুংক গৃমান্ বচুতাই।'[৪৫]

৪৩ বসন্ত কুমাৰ দলে ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৫৮
৪৪ বিদ্যেশ্বৰ দলে ঃ 'মিচিং নিঃতমৰ ধাৰা' (নিঃতম্ দগ্‌চিৰি), পৃ.৩৯
৪৫ বসন্ত কুমাৰ দলে ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৫৯

অৰ্থ ঃ তাহানি শৈশৱৰে পৰা তুমি মোৰ দৃষ্টিত ধৰা দিছিলা। তেতিয়াই তোমাক মই ভাল পাইছিলো। তোমাৰ সৈতে মই বালিঘৰ সাজি মাটিৰ ভাত ৰান্ধিছিলো আৰু আপং পান কৰিছিলো। প্ৰথম নয়ন প্ৰীতিৰ জৰিয়তেই তোমাৰ মোৰ প্ৰেম-প্ৰণয়ৰ লীলা-খেলা চলিছিল।

জীৱন-নদীৰ সোঁতত প্ৰেমিকা গুচি যাবলগীয়া হয় বহু দূৰ-দূৰণিলৈ। প্ৰেমাস্পদ আৰু প্ৰেমিকা উভয়ৰে মাজত দূৰত্বৰ দুৰ্ভেদ্য প্ৰাচীৰ গঢ়ি উঠে। তেনে অৱস্থাত প্ৰেমাস্পদে চৰাই হৈ প্ৰেমিকাক এবাৰ মাথোন চাই আহিবলৈ প্ৰয়াস কৰি ব্যৰ্থ হৈ করুণ সুৰেৰে বিলাপ কৰে।

'পৌক্কী তমাঃনী পৌত্তা তমাঃনী
আলাপ্ তমাঃনী লাব্লা তমাঃনী
অইনম্ কাঃলৃদ কাঃলা তমাঃনী
অৰ্থ ঃ কপৌ নহ'লোঁ মই
চৰায়ো নহ'লোঁ মই
উৰিবলৈ মোৰ পাখি নাই
তোমাক চাবলৈ মন গ'লেও
উৰি গৈ চাব পৰা নাই।।

বিচ্ছেদৰ দাবানলত দগ্ধ হৈ প্ৰেমাস্পদে প্ৰেমিকাৰ সজীৱ উজ্জ্বল স্মৃতি সুঁৱৰি সুঁৱৰি হিয়া-ভগা সুৰেৰে গায় ঃ

'অইয়া নৌঙানী নাইঔ নৌঙানী
অইন্ম্ নৌঙানী ঙানতিদ্ বম্দুনী।
কিন্পং চুয়াঃমৃল্ কাঃপং চুয়াঃমৃল্
অইনম্ পঃয়াত্পী য়াদ্বম্ মমাঙাই।
চিল য়াঃয়াঙী য়াম্প য়াঃয়াঙী
পলঃ লীকাৰী কাৰ্তিদ্ দাক্কুনী।'[৪৭]
অৰ্থ ঃ বনলতাই তৰুক আবৰি পেলোৱাৰ
দৰে তোমাৰ মধুৰ স্মৃতিয়ে মোক
আবৰি ধৰি ব্যথিত কৰিছে।
আগতে জনাহেঁতেন— তোমাক মোৰ কাষৰপৰা
যাবলৈ নিদিলোঁহেঁতেন।
তুমি গুচি যোৱাৰে পৰা
মোৰ মন আকাশৰ জোনটি
অকালতে কৃষ্ণ পক্ষৰ জোনৰ দৰে
নিষ্প্ৰভ হৈ গৈছে অ' মোৰ সোণটি !

---

৪৬ বিদ্যেশ্বৰ দলে ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৩৯
৪৭ সংবাদদাতা ঃ সুৰেণ দলে, বয়স ৫৮ বছৰ, জোনাই, ৬/১২/৮৯

**(৩) য়াবান্ নিঃতম্ ঃ** 'য়াবান্' শব্দৰ অৰ্থ কাব্নাম, অৰ্থাৎ কান্দোন। বিশেষ এক মৰ্মস্পৰ্শী সুৰত কাহিনী গীতৰ শৈলীত গোৱা হয় বাবে ইয়াক গীতৰ পৰ্যায়ত ধৰিব পাৰি। অৱশ্যে ইয়াত গীতৰ বৈশিষ্ট্যৰাজি সম্পূৰ্ণভাৱে প্ৰকট হোৱা দেখা নাযায়। কাৰুণ্য এইবিধ গীতৰ অন্যতম বৈশিষ্ট্য। য়াবান্বোৰক সাধাৰণতে দুটা ভাগত ভগোৱা হয়। যেনে— (ক) য়াম্নী কাব্নাম্ (কইনা কন্দা) আৰু (খ) কাব্নাম্ (সাধাৰণ কান্দোন)।

**(ক) য়াম্নী কাব্নাম্ ঃ** বিবাহ আৰু মৃত্যু মানৱ জীৱনৰ অন্যতম উল্লেখযোগ্য ঘটনা। শৈশৱৰ পিছত কৈশোৰ আৰু কৈশোৰৰ পিছত আহে যৌৱন। বাৎসল্য প্ৰেমৰ ডেউকাৰ ছাঁত ডাঙৰ-দীঘল হৈ মিচিং কঃনীং এদিন বিবাহযোগ্য হয়। বিয়াত কন্যাক উলিয়াই দিওঁতে শৈশৱৰে পৰা খেলি অহা ঘৰৰ ধূলি-বালি, প্ৰতিবেশীৰ সৈতে কৰা ধেমালি, প্ৰতিজোপা দূবৰি বন, আত্মীয়-স্বজনৰ মৰমৰ মাত, নিতৌ গধূলি পানী তোলা নদীৰ ঘাট আদিৰ সজীৱ, কৰুণ অথচ মৰ্মস্পৰ্শী বৰ্ণনাৰে ঋদ্ধ এই গীতবোৰৰ নাম য়াম্নী কাব্নাম্।

মৰহা, অথচ মধুৰ স্মৃতিবিজৰিত অতীতৰ সোঁৱৰণি সুঁৱৰি কইনাই কন্দা গীতৰ উদাহৰণস্বৰূপে তলত এটি গীত দিয়া হ'ল ঃ

'অউৱী অউৱা দুমতিয়ী দুম্লাবী লাম্লাবী লাম্মানী কদীনা
অউৱী অউৱা য়ুম্দীঙী আয়িৰ্দ গৃমানী কদীনা
অউৱীঙা কচ্চুকী য়ুম্দী দক্কী
জীয়্দী পঃপিদী য়েপী— ঐ-ঐচি
অউৱীঙা আচ্চী তক্ক পৃগদী
অউৱীঙা এগে চুম্তীঙী পঃয়ুব্দী
অউৱীঙা কচ্চু কলক্কী ৰংঙামী পীচামী য়ীপী ঐ-ঐঃচি
অউৱী অউৱা চতুমী ৰংঙামী য়েপী
অউৱী অউৱা চিয়ুম্ কলক্কী অকুম্চী
ৰংঙামী য়েকুপী ঐ-ঐ-
অউৱী অউৱা আজন্বুলুম্ তপাগ্লা গৃয়েবং ঐ ঐ-চি।'[৪৮]

অৰ্থ ঃ আই অ' আই! মই য'ত চুলি মেলি মূৰ ফণিয়াইছিলো,
সন্ধিয়া য'ত ফুৰিছিলো তাত এক অসহনীয়
শূন্যতাই আজি গধূলিৰে পৰা বিৰাজ কৰিব।
আজি সন্ধিয়াৰে পৰা পানী তোলা ঘাট আৰু
তাঁত বোৱা পঁজাত নীৰৱতাই বিৰাজ কৰিব।
আই অ' আই; আজিৰ পৰা মোৰ শোৱনি কোঠা নিজম পৰিব।
গোটেই ঘৰখনেই নিৰল হৈ পৰিব।
আই অ' আই! আজিৰ পৰা আৰু তোমালোকৰ মৰম
চেনেহ নাপাওঁ, লগৰীয়াহঁতৰো মৰম-চেনেহ এৰি
মই যাবলৈ ওলালোঁ।

---

৪৮ সংবাদদাত্ৰী ঃ শ্ৰীহোৱালী পেগু, বয়স ৪৮ বছৰ

**(খ) কাব্নাম্ ঃ** পৰিয়ালৰ কোনো ব্যক্তিৰ মৃত্যুত পৰিয়ালবৰ্গ ব্যথিত হৈ সোঁৱৰণি সুঁৱৰি ক্ৰন্দন কৰা গীতৰ ঐতিহ্য মিচিং সমাজত প্ৰচলিত। এই শ্ৰেণীৰ গীতক মৃত্যু সম্পৰ্কীয় কাব্নাম্ আখ্যা দিব পাৰি। মৃত্যু সম্পৰ্কীয় কাব্নামবোৰৰ মাজত সুৰৰ সাদৃশ্য থাকিলেও ব্যক্তি নিৰ্বিশেষে গীতৰ বিষয়বস্তু (content) বিভিন্ন হয়। উদাহৰণস্বৰূপে স্বামীৰ মৃত্যুত পত্নীয়ে গোৱা কাব্নাম্ আৰু পুত্ৰৰ মৃত্যুত মাতৃয়ে গোৱা কাব্নামৰ সুৰ একে, কিন্তু বিষয়-বস্তু বিভিন্ন। পুত্ৰৰ মৃত্যুত মাতৃয়ে কন্দা কাব্নামৰ উদাহৰণস্বৰূপে তলত দিয়া গীতটোলৈ আঙুলিয়াব পাৰি—

'আঅ্নী আঅ্না নক্কী চ্ঃজনী আজনী
আঅ্নী আঅ্না য়্ৰমানী চঃমান্না দুঃচল- ঔ-ঔ-চি
আঅ্নী আঅ্না নক্কী লীগাঃপী
আঅ্নী আঅ্না গালোগী ৰীনামী
আঅ্নী আঅ্না দুঃপাগী কাঃচল-ঔ-ঔ-চি।
আঅ্নী আঅ্না আমিকী লীগাঃপী
আঅ্নী আঅ্না য়ুম্ৰাঙী আন্নীদী
আঅ্নী আঅ্না কুচেৰেপী ইকাঃনী
আঅ্নক লীগাঃপী মুৰকঙীম্ য়াৰ্ৰাচিন্
আঅ্নী আঅ্ন্নম্ য়াৰ্তুমী লাঃতমাং ঔ-ঔ-চি।'[৪৯]
অৰ্থ ঃ সোণ! তোমাৰ লগৰ সমনীয়াবিলাকে আজি দেখোন
হাঁহি হাঁহি খেলি আছে, তুমি ক'লৈ গ'লা?
তোমাৰ কাৰণে কিনি অনা চোলা, এনেয়ে পৰি থাকিল।
সোণ! আনৰ ৰোগত সাধাৰণ বনৰ ঔষধেই
ৰোগ নিৰাময় কৰিলে, কিন্তু হাজাৰ টকা খৰচ
কৰিও তোমাক দেখোন আমি বচাব নোৱাৰিলোঁ।

**(৪) দঃয়্ং কাবান্ বা দঃয়িং ঃ** বিষয়-বস্তুৰ ফালৰ পৰা দঃয়্ং বা দঃয়িং কাবান্বোৰ অসমীয়া কাহিনী গীতৰ লগত মিলে। দঃয়্ং কাবানবোৰ সাধাৰণতে সমাজৰ কোনো বিশেষ ব্যক্তিৰ কাৰুণ্যভৰা জীৱন অথবা প্ৰেমিক-প্ৰেমিকাৰ কৰুণ পৰিণতি সম্বলিত ঘটনাৰ আধাৰত পল্লবিত হয়। এইবিধ গীতৰ প্ৰধান আকৰ্ষণ হ'ল তাৰ বিষাদ-ঘন সুৰ।

দঃয়্ং কাবান্বোৰৰ বিষয়-বস্তু ব্যক্তিবিশেষৰ দুখ-বেদনাৰ বৰ্ণনাত সীমিত হ'লেও ই স্বৰূপাৰ্থত মানৱ জীৱনৰ অন্তহীন দুখ-যন্ত্ৰণাৰ অভিব্যক্তি মাথোন। এই শ্ৰেণী গীতৰ আকৰ্ষণ তাৰ অন্তৰ্নিহিত শোকোচ্ছ্বাস। দঃয়্ং কাবানৰ পৰিসীমাত 'গেলাম্বৰ'ৰ গীত, বিনোদ-পিপলিৰ গীত, দামৈৰ গীত, তীৱ তীকাঙৰ গীত, দেউবৰ দেন্তালিৰ গীত আদিক ধৰিব পাৰি।[৫০]

---

৪৯ বসন্ত দলে ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৬০
৫০ বিশদ বৰ্ণনাৰ বাবে অনুগ্ৰহ কৰি পৃষ্ঠা চাওক।

### ৪.১১ লত্তা চঃমান্ (শ্রম গীত) ঃ

লত্তা চঃমানবোৰক শ্রম বিষয়ক গীতৰ শ্রেণীত ধৰিব পাৰি। লত্তা চঃমান্ পদটোৰ আভিধানিক অৰ্থ এনেধৰণৰ ঃ লত্তা = চোতাল, চঃমান = ধেমালি কৰা; অৰ্থাৎ চোতালত ডেকা-গাভৰুৱে ৰং-তামাচা কৰি গোৱা গীত।

এই গীতবোৰৰ প্ৰসংগ, অৰ্থ আৰু তাৎপৰ্য্য বিচাৰি দূৰ অতীতলৈ যাব লাগিব। 'লত্তা চঃমান্'বোৰে মিচিংসকলৰ প্ৰব্ৰজন সম্পৰ্কীয় ইতিহাসৰ আভাস দিব পাৰে। পণ্ডিতসকলৰ মতে মৌখিক সাহিত্য বা মৌখিক গীত কোনো এটা জাতি বা সমাজৰ অতীত বুৰঞ্জী বা ঘটনাৰ প্ৰতিফলন মাথোন (enthnography)।[৫১] লত্তা-চঃমানকো একপ্ৰকাৰে মিচিং জনজাতিৰ নৃতাত্ত্বিক বৰ্ণন অৰ্থাৎ enthnography ৰূপে আখ্যা দিয়াত আপত্তি উঠিব নোৱাৰে। এই গীতবোৰত মিচিংসকল পাহাৰৰ পৰা ভৈয়ামলৈ নামি আহোতে বাটত কি কি বাধা-বিঘিনি অতিক্ৰম কৰিছিল, কি কি সাজ-পোছাক পৰিধান কৰিছিল, কি কি খাদ্য খাইছিল ইত্যাদিৰ বৰ্ণনা পোৱা যায়। কৰ্মব্যস্ত মিচিংসকলে পথাৰত কাম কৰি ক্লান্ত হৈ পৰাৰ সময়ত এই শ্ৰেণীৰ গীত আবৃত্তি কৰাৰ লগতে নিজৰ অতীতৰ কথা সুঁৱৰি খন্তেকৰ বাবে হ'লেও দুখ-ভাগৰ পাহৰিছিল। কেতিয়াবা জোনাক ৰাতি চোতালত বহি এই গীতবোৰ আবৃত্তি কৰি পূৰ্বপুৰুষক সুঁৱৰিছিল। লত্তা চঃমান্ আবৃত্তি কৰোঁতে কোনো ধৰণৰ বাদ্যযন্ত্ৰ সংগত কৰা নহয়। গীত আবৃত্তি কৰোঁতে য'তেই স্বৰ মাত্ৰা খৰ হৈ পৰে ত'তেই দুয়োহাতেৰে মাটিত চাপৰি বজাই তাল-মান ৰক্ষা কৰে। অঞ্চলবিশেষে লত্তা চঃমান্ নিঃতমক 'চৌল্‌লই নিঃতম' বোলা দেখা যায়।[৫২] যেনে—

'চাঃচী চাঃচ চেল্লয়া,
অকলক্ লেন্‌কুপী চেল্লয়া।
ঐয়ে ঐয়া চেল্লয়া,
চিদগী লেন্‌নাঙকুই চেল্লয়া।
চাঃচী চাঃচা চেল্লয়া,
গাপ্লেম্ মাতেম্ চেল্লয়া।
ঐয়ে ঐয়া চেল্লয়া,
গাপ্লেম্ মাতেম্ চেল্লয়া।
চাঃচী চাঃচা চেল্লয়া,
তৰ্কাপ্ পয়কা চেল্লয়া।
ঐয়ে ঐয়া চেল্লয়া,
তৰ্কাপ মাঃদাকী চেল্লয়া।

---

৫১ 'Tribal narratives mirror the ethnography of culture'. Ruth Benedict : Zuni Mythology (1935) quoted from Richard M. Dorson's 'Introduction' in Folklore and Folklife, ed. R.M. dorson, p.21

৫২ বসন্ত দলে ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৬১

চাঃচী চাঃচা চেল্লয়া,
লৃচৃগী কিঃৰীম্ চেল্লয়া।
ঐয়ে ঐয়া চেল্লয়া,
লৃচৃগী কিঃৰীম্ চেল্লয়া।
চাঃচী চাঃচা চেল্লয়া,
জংকাপ্ পয়কা চেল্লয়া।
ঐয়ে ঐয়া চেল্লয়া
জংকাপ্ মাঃদাকী চেল্লয়া।[৫৩]

অৰ্থ ঃ ককাইদেউ — ককাইদেউ
তুমি মোক এৰি থৈ ভৈয়ামলৈ নানামিবা।
ভনীটি — ভনীটি
তোমাক একলে এৰি থৈ ভৈয়ামলৈ নানামো।
ককাইদেউ — ককাইদেউ
কোন পথে আমি ভৈয়ামলৈ নামি যাওঁ।
ভনীটি — ভনীটি
এই সৰু একাঁ-বেকা বাটেদি নামি যাওঁ।
ককাইদেউ — ককাইদেউ
বাট-পথ বন্ধ কৰি নাযাবা
ভনীটি — ভনীটি
বাট-পথ বন্ধ কৰি নাযাওঁ।
ককাইদেউ — ককাইদেউ
তোমাৰ লগতে ময়ো ভৈয়ামলৈ নামি যাওঁ।
ভনীটি — ভনীটি
আহাঁ। আমি দুয়ো একেলগে ভৈয়ামলৈ নামি যাওঁ।

'লত্তা-চঃমান'ৰ পৰ্যায়ভুক্ত কিছুমান গীতত ডেকা-গাভৰুৰ (মৃম্বৃৰ-য়াংমে) প্ৰেম-প্ৰীতি আৰু আদৰ্শ গৃহস্থীৰ ইংগিত পোৱা যায়। এই শ্ৰেণীৰ গীতক 'মমান্নাম্ নিঃতম্' বোলে। মিচিং মৌখিক গীতৰ প্ৰসংগত 'মমান্নাম্' পদটোৰ একাধিক প্ৰয়োগ লক্ষ্য কৰা যায়। প্ৰণয়-গীত, ল'ৰা-ছোৱালীৰ ওমলা গীত আৰু লত্তা চঃমান্ অৰ্থাৎ শ্ৰম-বিষয়ক গীতৰ ক্ষেত্ৰতো 'মমান্নাম'ৰ ব্যৱহাৰ লক্ষ্য কৰিব পাৰি। এই পদটোৰ অৰ্থ বিদ্ৰূপাত্মক হাঁহি-ধেমালি। বিদ্ৰূপাত্মক হাঁহি-ধেমালিৰ স্থান প্ৰণয় গীত, ওমলা গীত আৰু শ্ৰম-গীতৰ প্ৰসংগতো লক্ষ্য কৰা যায়।

তলত দিয়া 'মমান্নাম্' গীতটো 'লত্তা-চঃমান্' গীতৰ শ্ৰেণীত পৰে। চোতালত ধেমালি কৰা প্ৰসংগত এই গীতটো ডেকা-গাভৰু উভয়ৰে এজনে গীতৰ মাধ্যমেৰে প্ৰশ্ন কৰাৰ অন্তত আন এজনে

৫৩ সুৰেণ দলে ঃ 'মিচিং জাতিৰ পৰিচয়' (অনুবাদ), পৃ.১৭

গীতেৰেই উত্তৰ দিয়ে (antiphonel)। এই বিধ গীত নৃত্যসহ আবৃত্তি কৰা হয়। নাটকীয়তা এই শ্ৰেণীৰ গীতৰ অন্যতম বৈশিষ্ট্য। 'মমান্‌নাম্‌' গীত গাওঁতে কোনো ধৰণৰ বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰা নহয়। ওচৰতে থকা 'গীতোৱালে' হাতেৰে চাপৰি বজাই গীত আৰু নৃত্যৰ তাল ৰক্ষা কৰে। অৱশ্যে আজিকালি দুম্‌দুম্‌ অৰ্থাৎ ঢোল-তাল বজোৱা দেখা যায়। ডেকাসকল এফালে আৰু গাভৰুসকল আনফালে বৃত্তাকাৰভাৱে থিয় হয়। ডেকা-গাভৰু উভয়ে হাত দুখন পিছৰ ফালে নি কঁকালৰ ওপৰত ৰাখি এখন হাতৰ ওপৰত আনখন ৰাখি ঝুমুৰ নৃত্যৰ পৰিৱেশনশৈলীৰ দৰে নৃত্য কৰে। সাধাৰণতে গাভৰুৱে গাভৰুৰ হাতত ধৰে আৰু ডেকাই ডেকাৰ হাতত ধৰি দুম্‌দুম্‌ আৰু লুংপেৰ তালে তালে ভৰি দুখন আগুৱাই-পিছুৱাই পৰস্পৰে পৰস্পৰলৈ লক্ষ্য কৰি এইবিধ গীত গাই গাই নৃত্য কৰে। উদাহৰণস্বৰূপে তলত এই শ্ৰেণীৰ গীত এটি আৰু লগতে ইয়াৰ পৰিবেশন শৈলীৰ ৰৈখিক চিত্ৰ এটিও দিয়া হ'ল—

(ক) চেং চেং দাম্বয়া তাপি অ দাম্বয়া
মিক্‌মঃ নীদী মতুমঃ নীদীমী,
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
মিক্‌মঃ নীদী মতুমঃ নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
য়াক্‌ক নীদীমী কাঃয়ুম্‌ নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
দংগুম্‌ গংকাবীম্‌ কাব্‌জং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
দুম্ব আঁদীমী পাক্‌জং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
নামিঃ নী বিলুঙীম বিজং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
কুম্‌নী নীদীমী দঃজং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
ৰিঃবি-অ নীদীমী চুম্‌জং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
কুম্‌নী নীদীমী দঃজং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
আজ্জি অ তাকাৰী বাৰ্জং নীদীমী।।

খ) চেং চেং দাম্বয়া তাপি অ দাম্বয়া
অ-ল পিউ আঁম্‌ গক্‌জং নীদীমী
চেং চেং দাম্বয়া তাপি অ দাম্বয়া
কাম্প নীদীমী পঃয়োম্‌ নীদীমী

চেং চেং দাম্বয়া তাপি অ দাম্বয়া
য়াক্ক নীদীমী কাঃয়ুম্ নীদীমী।

(গ) **লীতীব্ কুলেঃ** লেঃ লেঃ লেয়া লেঃ লেঃ
ক'-য়াঃমেল তাকঃ য়াঃমেলঃ
অঙেৰঃ তাচঃ দেওঙ চেৰঃ মমিলা
চুম্বুব্ চুম্বুব্ নাকয়া চুম্ৰাং কৈ নাকয়া
আমং চিকং কৰঃয়া দাম্বয়া দাম্বয়া
চিকং কৰং য়ামেয়া দাম্বয়া দাম্বয়া
ৰক্নী মী য়াকাঃমী তৃৰ্য়াবঃ 'ব'
ৰক্কা মী য়াকাঃমী তৃৰ্য়াবঃ 'ব'।।[৫]




লত্তা চঃমানৰ পৰিৱেশন শৈলী

অৰ্থ ঃ (ক) ডেকা ঃ এনে এজনী ছোৱালী মই বিয়া কৰাব খোজোঁ যিজনীৰ ধুনীয়া মুখ, চকলীয়া মৃগনয়নী, ধান ধুন্দিব, চালিব-জাৰিব জনা, ভাত, আপ্পা, মদ আদি এলাহ নোহোৱাকৈ প্ৰস্তুত কৰিব পৰা, লগতে আলহী-অতিথি শুশ্ৰূষা কৰিব জনা, ৰিঃবি গাচেং অৰ্থাৎ ফুলাম গামোচা, ৰিহা-

৫৪ সংবাদদাতা ঃ সুৰেশ দলে (৫৮)

মেখেলা আদি নানা ৰং-বিৰঙৰ কাপোৰ ব'ব জনা হ'ব লাগিব আৰু গৰ্ভধাৰণ কৰি পুত্ৰ সন্তান জন্ম দি তুলি-তালি ডাঙৰ-দীঘল কৰিব পৰা হ'ব লাগিব।

(খ) গাভৰু ঃ মই এনে এজন ডেকাৰ লগত বিয়া পাতিব খোজোঁ যাৰ মুখ ঘূৰণীয়া, মাগুৰ বৰণীয়া, পাকৈত চিকাৰী, ধুনীয়া ডাঙৰ আৰু দীঘলকৈ ঘৰ সাজিব জনা, খেতি কৰি ডাঙৰ ভঁৰালত ধান ভৰ্তি কৰিব পৰা হ'ব লাগিব।

(গ) ডেকা ঃ আমি সকলোৱে এতিয়া যৌৱনৰ দুৱাৰডলিত ভৰি দিছোঁহি। এই সময়েই ৰং-ধেমালি কৰাৰ সময়। মোৰ সমনীয়া ডেকা-গাভৰুসকল সকলোৱে মাটি ঢকিয়াই উলাহেৰে বিহু কৰোঁ আহা। যি ৰূপ-গুণ থকা দৰা তুমি বিচাৰিছা, ঠিক তেনে ধৰণৰ ৰূপ-গুণ থকা মই এজন ডেকা আৰু মই যি ৰূপ-গুণ থকা কন্যা বিচাৰিছোঁ তুমিও তেনে ধৰণৰ এজনী ছোৱালী।

গতিকে প্ৰিয়া আহা! দুয়ো প্ৰেমৰ জৰীত বান্ধ খাই সাংসাৰিক জীৱন-যাপন কৰোঁ।

**

## পঞ্চম অধ্যায়

# নিঃতম ঃ অইনিঃতম

**৫.০০ অইনিঃতম ঃ (প্ৰেম আৰু বিবাহ বিষয়ক গীত)**

মিচিং সমাজত প্ৰচলিত গীতবোৰৰ ভিতৰত অইনিঃতম্ আটাইতকৈ জনপ্ৰিয়। অইনিঃতমৰ ভাব-ভাষা, ছন্দ, উপমা আৰু সুৰ মাধুৰ্যই মিচিং ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোকে আকৰ্ষণ কৰে। টাবু টাইদৰ ভাষাত— 'মিচিং জন-গীতৰ প্ৰধান ভাগটোৱেই হ'ল— অইনিঃতম। 'অই' শব্দৰ অৰ্থ 'চেনাই', 'সোণ', 'বাপু', 'মইনা' আদি অন্তৰ পৰশা 'মৰমৰ বোকোচা' বব নোৱাৰি সৰি পৰা শব্দ। কাজেই 'অই' নিঃতমৰ অৰ্থ চেনাইৰ গীত, সোণটিৰ গীত, মইনাৰ গীত আদি হ'ব লাগিছিল, কিন্তু ই নহৈ সাধাৰণতে অইনিঃতম্ মানে বুজায় প্ৰিয়তমাই প্ৰিয়তমক কেন্দ্ৰ কৰি বা উদ্দেশ্যে গোৱা গীত। অসমীয়া বিহুগীতে যি ভাবৰ হিল্লোল তোলে অইনিঃতমেও তেনে এটি ভাবৰেই তৰংগ জন্মায়।'[১]

প্ৰফুল্লদত্ত গোস্বামীৰ মতে, 'অইনিঃতম'ৰ অৰ্থ বিষাদ বা শোক গীত ঃ 'The Ai-nitam or Sad Song'।[২] তেখেতৰ ভাষাত ঃ

'It may also be a realization that yearning as well as separation or frustration both are tinged with sorrow, and hence a convenient grouping of the songs as 'sorrowful songs.'[৩]

অইনিঃতম্ পদটো এনেদৰে নিষ্পন্ন হৈছে ঃ অই + নিঃ + তম্, √নিঃ ধাতুৰ অৰ্থ নিচুকুৱা অথবা মৰম পৰশা গীত গাই বিমোহিত কৰা। তম্ প্ৰত্যয়ৰ অৰ্থ উদ্দেশ্য, যাক উদ্দেশ্য কৰি গোৱা হয়, তাৰেই গীত, অৰ্থাৎ প্ৰেমিকাই প্ৰেমাস্পদক উদ্দেশ্য কৰি গোৱা গীতেই অইনিঃতম্। মুঠতে অইনিঃতম্ প্ৰেমৰ গীত, প্ৰেয়সীক জীৱনৰ বাবে পোৱাৰ বৰ্ণনা প্ৰকাশক গীত।[৪]

'অইনিঃতম্'বোৰ বিষাদঘন হ'লেও মিচিংসকলৰ প্ৰকৃতিত কেৱল বিষাদৰ ছাঁকেই পোৱা নাযায়। তেওঁলোকৰ প্ৰকৃতিত সুখ, আনন্দ আৰু স্বাচ্ছন্দ্যৰো সংমিশ্ৰণ লক্ষ্য কৰা যায়। নদীৰ পাৰৰ মধুৰ পৰিৱেশত তেওঁলোকে লাভ কৰে সীমাহীন শান্তি আৰু বিপুল আনন্দ। তেনে অৱস্থাতো তেওঁলোকে বাচিক-কলাত দুখ-বেদনা উপলব্ধি কৰিব পাৰে। জীৱনত পোৱাৰ আনন্দতকৈ নোপোৱাৰ বেদনাই সৰহ। আন সমাজৰ নিচিনাকৈ মিচিং সমাজতো নোপোৱাৰ বেদনাই অভিজ্ঞাপিত কলাত বিশেষকৈ বাচিক-কলাত প্ৰাধান্য লাভ কৰা স্বাভাৱিক। দৈৱবাদী মিচিংসকলে জীৱনৰ সৰ্বত্ৰতে দৈৱৰ লীলা-খেলা

---

১ টাবু টাইদ ঃ 'অইনিঃতমৰ পটভূমি' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.১৬৫

২ P. Goswami : Folk-Literature of Assam, p.44

৩ P. Goswami : I bid., p.45

৪ 'They (Ai-ni-tam) are primarily love songs, songs of linging for the beloved and obvious sadness at failure to secure that beloved' : P. Goswami : Loc-cit.

দেখিবলৈ পায়। নিজৰ দুখ-বেদনাৰ বাবে নিজৰ কপালকেই দোষ দি জীৱনৰ অন্তহীন দুখ-যন্ত্ৰণা আৰু বিষাদ-বেদনাক গীতৰ জৰিয়তে অভিব্যঞ্জন কৰি সাময়িকভাবে দুখৰ পৰা আত্মমুক্তি লাভ কৰিবলৈ যত্ন কৰে।[৫]

অইনিঃতমক কোনো কোনো মিচিং উপ-ভাষাত 'আবে' ৰূপেও আখ্যা দিয়া দেখা যায়। আবে = আঃ + বে, আঃ বিশেষ্যবাচক উপসৰ্গ √বে = মাত, শব্দ, সুৰ। অৰ্থাৎ সুৰ লগাই গোৱা কথা বা গীত বা প্ৰণয় গীত। গতিকে আবেক অইনিঃতমৰ সমাৰ্থক শব্দ বুলি ক'ব পাৰি।[৬]

**(ক) অইনিঃতমৰ উৎপত্তি :** অইনিঃতম কোনে কেতিয়া ৰচনা কৰিছিল তাক সঠিকৈ কোৱা টান। আন আন সমাজত লিখিত সাহিত্যৰ পূৰ্বতে মৌখিক সাহিত্যই গঢ় লৈ উঠাৰ দৰে অইনিঃতমবোৰেও মৌখিক সাহিত্য ৰূপে জন্ম লাভ কৰিছিল। কিন্তু বিষয়বস্তু আৰু ভাষাৰ ফালৰ পৰা অইনিঃতমে প্ৰাচীনত্বৰ দাবী কৰিব নোৱাৰে। এইফালৰ পৰা এইবোৰক অৰ্বাচীন মৌখিক গীত আখ্যা দিয়াই ভাল। ১৯০০ চনৰ পৰা ১৯৩০-৪০ চনমানৰ ভিতৰত অইনিঃতমবোৰ ৰচিত হোৱাৰ অনুকূলে মত পোষণ কৰিব পাৰি। পুৰণি কালত গোৱা মিচিং কাবান্ আৰু আঃবাং নিঃতম্‌সমূহৰ বিৱৰ্তনৰ পৰিণতিত অইনিঃতমৰ সৃষ্টি হোৱা স্বাভাৱিক।

দ্বিতীয়তে, সাম্প্ৰতিক কালত প্ৰচলিত অইনিঃতম্ সৃষ্টি হোৱাৰ পূৰ্বতে মিচিংসকলে ভৈয়ামলৈ আহিয়েই পোনতে অসমীয়া সমাজৰ লগত সাংস্কৃতিক সম্পৰ্ক স্থাপন কৰিছিল। অসমীয়া লোকৰ মাজত জনপ্ৰিয় বনগীতৰ প্ৰভাৱো মিচিংসকলে অস্বীকাৰ কৰিব পৰা নাছিল। গতিকে 'অইনিঃতম'ৰ ভাব-ভাষা, বিষয়-বস্তু, সুৰ আৰু সংযুতিৰ ওপৰত বনগীতৰ গভীৰ প্ৰভাৱ পৰা স্বাভাৱিক। এই প্ৰসংগত 'মিলন আৰু বুন্দুৰী' আৰু 'কাবুলি ঘাটৰ বদনাম' নাম বিশিষ্ট 'অইনিঃতম' দুটিলৈ আঙুলিয়াব পাৰি। দৃষ্টান্ত স্বৰূপে 'কাবুলি ঘাটৰ বদ্‌নাম' গীতৰ এটি কলি তলত দিয়া হ'ল—

'কাবুলি গাতৰই বদ্‌নামই কনেঙা
কাবুলি গাতৰই বদ্‌নাম্
যিমানেই লগালি মৰমই কনেঙা
লগালি অৰিলত জুঁই'।।

এই গীতটিত যে অসমীয়া ভাষাৰ প্ৰভাৱ স্পষ্ট তাত সন্দেহ নাই। গাত, অৰিল শব্দ দুটি অসমীয়া শব্দ 'ঘাট, শৰীৰ'ৰ মিচিং ৰূপ মাথোন। তেনেদৰে—

'বিদিমী দোষিঅ বিদাতামী দোষিঅ
কাজে অই দোষিলাই নাতনিন্ কম্পাল্ চীম।'

ওপৰৰ গীতটিত ব্যৱহাৰ কৰা বিদি, বিদাতা, দোষ, কম্পাল্ আদি শব্দ ক্ৰমে অসমীয়া ভাষাত প্ৰয়োগ হোৱা বিধাতা, বিধি, দোষ আৰু কপাল শব্দৰ মিচিং ৰূপ মাথোন।[৭]

---

৫ 'Verbal art may function as a cathersis.... it may liberate one from the immediacy of his own situation'. : B. N. Colby : 'The analysis of culture content and the patterning of narrative concerns in texts' in *American Anthropologist, 1966, p.381*

৬ নাহেন্দ্ৰ পাদুন : অইনিঃতম, পৃ.১

৭ P. Goswami : Op-cit, pp.45-46

তৃতীয়তে, অইনিঃতমৰ উৎপত্তি আৰু বিকাশত বিহুগীতৰ প্ৰভাৱো সুদূৰপ্ৰসাৰী।

**(খ) অইনিঃতমৰ বিষয়-বস্তু ঃ** প্ৰকৃতিপ্ৰেমী মিচিং লোকৰ ভাব বিলাসী সৰল প্ৰাণৰ নিভৃততম কোণৰ পৰা নিগৰি অহা হৰ্ষ-বিষাদ, হাঁহি-কান্দোন, প্ৰেম-ঘৃণা, আশা-নিৰাশা, মিলন-বিচ্ছেদৰ আৱেগ-অনুভূতি আদিৰ সুৰীয়া আৰু ভাষাময় অভিব্যক্তিয়েই হ'ল অইনিঃতম্। দ্বিতীয়তে, ভৌগোলিক আৰু প্ৰাকৃতিক বৰ্ণনায়ো অইনিঃতমত ঠাই নোপোৱাকৈ থকা নাই। বাস্তৱ জীৱনৰ লগত সম্পৰ্কযুক্ত নৈঃসৰ্গিক চিত্ৰকল্পই এইবিধ গীতৰ কাব্যিক সৌন্দৰ্য বৰ্ধিত কৰিছে।

মিচিং সমাজৰ পটভূমিত ৰচিত হ'লেও অইনিঃতমত তদানীন্তনৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক জীৱনৰ প্ৰতিফলনো লক্ষ্য কৰা যায়। কোম্পানীৰ জাহাজ, এৰোপ্লেন, চীন-ভাৰত-পাকিস্তান যুদ্ধ, মহাত্মা গান্ধী, মটৰগাড়ী, শৰাইঘাট, ধনশিৰি দলং আদিৰ উপৰি তাজমহল, কলিকতাৰ স্কুল-কলেজ, খেতিপথাৰ, লুইত-সোৱণশিৰি আৰু ইয়াৰ পাৰত গজি উঠা নল-খাগৰি, কঁহুৱা ফুল ইত্যাদিৰ বাঙ্ময় প্ৰকাশে গীতবোৰৰ ঐতিহাসিকতা নিৰ্ণয়ত সহায় কৰে।

**(গ) অইনিঃতমৰ ভাব আৰু সংযুতি ঃ** অইনিঃতম দুটা পংক্তিত বিভক্ত। প্ৰথম পংক্তিত নৈঃসৰ্গিক ৰূপৰ বৰ্ণনা আৰু দ্বিতীয় পংক্তিত প্ৰকৃতিৰ সৈতে অইনিঃতমৰ গায়ক-গায়িকাৰ ব্যক্তিগত জীৱনৰ সমস্যাৰাজিৰ উপমা বা তুলনা। ভাব আৰু গঠন-ৰীতি বিষয়ত বিহুনামৰ সাদৃশ্য দুশৰীয়া অইনিঃতমৰ লগত কম নহয়। সজালে চাৰিশৰীয়া বিহুনামকো দুশৰীয়া কৰিব পাৰি। মিৰিৰ চাৰিশৰীয়া গীতো আছে।[৮] যেনে—

'আচি চিকুৰ চিকুৰক
মিক্‌চি চিকুৰ চিকুৰক
আচি চিকুৰ পৃন্‌য়েপী
মিক্‌চি চিকুৰ পৃন্‌পীমা।'[৯]
অৰ্থ ঃ 'পানীৰ জুৰিও জুৰি, চকুৰ পানীও জুৰি,
জুৰিৰ পানী শুকায় চকুৰ পানী নুশুকায়।'
এই গীতটি দুশৰীয়াও কৰিব পাৰি। যেনে—
'আচি চিকুৰ চিকুৰক মিক্‌চি চিকুৰ চিকুৰক
আচি চিকুৰ পৃন্‌য়েপী মিক্‌চি চিকুৰ পৃন্‌পীমা।'[১০]
আন এটি চাৰিশৰীয়া অইনিঃতমৰ উদাহৰণ ঃ
'দীঃনী মতৰ দীঃদাগ্ গম্
লাপ্‌কুনাম্ মীম্ কাঃবেগ্‌মাং
অইনক্ লীগাংকাব্‌দাগ গম্
মিক্‌চি দৃনাম্ কাঃ বেগ্‌মা।'[১১]

---

৮ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জন-সাহিত্য, পৃ.৪৩
৯ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৪
১০ টাবু টাইদ্ ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১৬৮
১১ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৪

অৰ্থ ঃ 'উৰাজাহাজ উৰিলেও
পাখি কোবোৰা নেদেখি (সেইদৰে)
তোমাৰ কাৰণে কান্দিলেও
চকুপানী ওলোৰা নেদেখিবা।'

ওপৰৰ উদাহৰণ দুটাত প্ৰথমটোত জুৰিৰ পানীৰ লগত চকুৰ পানীৰ তুলনা আৰু দ্বিতীয় উদাহৰণত উৰাজাহাজৰ পাখি কোবোৰাৰ লগত চকুপানী টোকাৰ ৰিজনি দিয়া হৈছে। এতিয়া প্ৰথম গীতৰ উদাহৰণৰ তুলনাতো হ'ব নেতিবাচক আৰু দ্বিতীয় উদাহৰণৰ ৰিজনি হ'ব ইতিবাচক।[১২] অৱশ্যে আটাইবোৰ অইনিঃতমতে এই ৰীতি প্ৰয়োগ কৰিব নোৱাৰি।

অইনিঃতম প্ৰধানতঃ দুশৰীয়া, যদিও কেতিয়াবা তিনিশৰীয়া অইনিঃতমো পোৱা যায়। তলত এটি তিনিশৰীয়া অইনিঃতমৰ উদাহৰণ দিয়া হ'ল—

'পীকৃ তমানী পীত্তাং তমানী
আলবই কামাঃনী লাব্লৃগ্ চুপীবং
অইনম্ কাঃলৃদ্ কাঃবেগ্ তমাঃনী।'[১৩]
অৰ্থ ঃ কপৌ চৰায়ো নহ'লোঁ নাইবা আন চৰায়ো নহ'লোঁ।
তেনে হোৱা হ'লে মোৰ উৰি যাবলৈ ডেউকা থাকিলহেঁতেন।
হে মোৰ প্ৰিয়া! তৃষ্ণাতুৰ নয়নে;
তোমাক যথা সময়ত দৰ্শন কৰিব নোৱাৰিলে।

**(ঘ) অইনিঃতমৰ সুৰ ঃ** মিচিং ভাষাৰ যিদৰে সুকীয়া ঠাচ এটা আছে, ঠিক তেনেদৰে মিচিং গীতবিলাকৰো এটা সুকীয়া সুৰ আছে। ৰচনা পদ্ধতিৰ ফালৰ পৰা অসমীয়া বনগীত-বিহুগীতৰ লগত অইনিঃতমৰ সাদৃশ্য থাকিলেও সুৰৰ ক্ষেত্ৰত বিহুগীত তথা অন্যান্য ভাৰতীয় লোক-গীতৰ সুৰৰ লগত ইয়াৰ সম্পূৰ্ণ বৈসাদৃশ্য লক্ষ্য কৰা যায়। এইক্ষেত্ৰত নাহেন্দ্ৰ পাদুনৰ এটি উক্তি বিচাৰ্য ঃ 'তিব্বত-বৰ্মী ভাষা-গোষ্ঠীৰ লোক-গীতত যিবোৰ স্বৰৰ বিস্তাৰ হয় সেই স্বৰবোৰেই অইনিঃতমতো বিস্তাৰ হয়। অইনিঃতমৰ আৰম্ভণি সদায় উচ্চ গ্ৰামত অৰ্থাৎ তাৰা গ্ৰামত আৰম্ভ হৈ ক্ৰমে মুদাৰা আৰু উদাৰা গ্ৰামলৈ অৱৰোহিত হয়। গীতৰ দুই পংক্তিৰ মাজডোখৰত উদৰা-মুদাৰাত আৰোহণ-অৱৰোহণত বিস্তাৰিত হৈ মুদ্ৰা গ্ৰামত সম্পাত হয়। সা, ৰে, মা, পা, ধা— এই পাঁচোটা স্বৰেই বেছিকৈ বিস্তাৰিত হোৱা দেখা যায়।'[১৪]

**(ঙ) অইনিঃতমৰ ছন্দ ঃ** অইনিঃতমৰ ছন্দ সাৱলীল। ইয়াৰ প্ৰতিটো শাৰীত চৈধ্যটা অক্ষৰ থাকে। প্ৰতিটো পংক্তিত থকা চৈধ্যটা অক্ষৰক ৭ + ৭ কৈ দুটা ভাগত ভাগ কৰিব পাৰি। প্ৰথম সাতোটা অক্ষৰত এটা যতি বা উপচ্ছেদ আৰু পৰৱৰ্তী সপ্ত অক্ষৰৰ শেষত পূৰ্ণ যতি বা ছেদ পৰে। যেনে—

চা/গৃ গৃ/লাই কা/পি/য়েন্ = ৭

---

১২ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৪
১৩ টাবু টাইদ ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১৬৭
১৪ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৫

মিক্/চি দৃ/লাই কা/পি/য়েন্ = ৭
মীঃ/নাম্ অই/মী পাঃ/মাঃ/মৃল = ৭
তুৰ/ৰা দুঃ/লাই কা/পি/য়েন্ = ৭।[১৫]

প্ৰতিটো পৰ্বৰ সপ্তাক্ষৰৰ গঠন ২+২+৩, ২+২+২+১, ৩+২+২, ৩+৪ ইত্যাদি ৰূপত হ'ব পাৰে।

**(চ) অইনিঃতমত ৰূপ বৰ্ণনা ঃ** অইনিঃতমৰ অধিকাংশই প্ৰেয়সীৰ দৈহিক সৌন্দৰ্য-সুষমাৰ বৰ্ণনাৰে ঋদ্ধ। প্ৰেয়সীৰ কেঁচা যৌৱনৰ দেহশ্ৰীয়ে প্ৰেমাস্পদৰ হিয়াত তন্ময়তাৰ সৃষ্টি নকৰে, সৃষ্টি কৰে উন্মাদনাৰ। প্ৰেমিকাৰ দৃষ্টি কটাক্ষত প্ৰেমাস্পদৰ হৃদয় হয় ক্ষত-বিক্ষত—

'অইন কাংকান্ কাঃয়ুম্ দাগ্
গেনী নীচৰ চৰয়ুম্ দাগ্
অইনক্ বীৰ্য়ীম্লা কাঃনাম্ দী
ঙক্কী আচিন্ ৰংকিঃদাগ্।'[১৬]

অৰ্থ ঃ হে প্ৰিয়া; তুমি ইমান ধুনীয়া যে অপলক নয়নেৰে মোৰ চাই থাকিবৰ মন যায়। চাই থাকোঁতে তোমাৰ দেহৰ পৰা অইন কোনোবা ৰূপৱতী গাভৰুৱে মুহূৰ্তৰ বাবে দেখা দি আকৌ তোমাৰ দেহত লীন হৈ যোৱা যেন অনুভৱ কৰিছোঁ। তোমাৰ দৃষ্টি কটাক্ষত মোৰ দেহ জৰ্জৰিত।

তেনেদৰে প্ৰেমিকাৰ দৈহিক অংগী-ভংগীৰ মাদকতা, উঠন বুকুৰ তীব্ৰতা আৰু পানীত তিতি থকা দেহৰ লাৱণ্যই প্ৰেমাস্পদক ব্যাকুল কৰি তুলিছে—

'আঃম অই গাদ্য়ুমা মুতিয়ীম্ তুঃয়ুমা
আংকী লগ্নী আচিদ্ দাগ্য়ুম্ কাঃয়ুমা।'[১৭]

অৰ্থ ঃ হে প্ৰেমিকা! ধান গছত ৰেপ্ দিয়া আৰু ধানৰ মুঠি বন্ধা অৱস্থাত তোমাৰ দেহ-ভংগিমাই মোক আকুল কৰিছে। প্ৰেয়সী এনেই ৰূপত আগলী। তাতে আকৌ ৰং-বিৰঙৰ পোছাক পিন্ধি সাজি-কাছি ৰূপতে ৰাং চৰাইছে। প্ৰেয়সীৰ অপূৰ্ব সৌন্দৰ্যৰ মাদকতাত প্ৰেমাস্পদ হৈছে আত্মবিস্মৃত—

'দঃঞিব্ চাঃদুনী লৃঃজ্গই লৃঃজ্গলা
মীঃনাম্ অইব্ লেন্দুনী গীজুবই গীকাব্লা।'[১৮]

অৰ্থ ঃ সূৰুযে ৰঙীন বোল সানি উদয়াচলত দেখা দিছে।
মোৰ মানস-ৰাণীও সুন্দৰী হৈ ভুমুকি মাৰিছে নানা ৰঙৰ সাজ পিন্ধি।

**(ছ) আসক্তি ঃ** 'অইনিঃতম্'বিলাকৰ এটি উল্লেখযোগ্য কথাংগ (Motif) হৈছে আসক্তি। প্ৰেম-প্ৰণয়, স্নেহ-ভালপোৱাৰ লগত বৰ্তমান থাকে আসক্তি। অইনিঃতম্ প্ৰেম-প্ৰণয় বিষয়ক। গতিকে এই শ্ৰেণীৰ গীতৰ অন্যতম কথাংগ আসক্তি হোৱাই স্বাভাৱিক।

প্ৰেয়সীৰ প্ৰতি থকা গভীৰ আসক্তিৰ বাবেই প্ৰেমাস্পদে ক'বলৈ বাধ্য হৈছে— পিয়াহ লাগিলেই

---

১৫ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৬
১৬ সুৰেন দলে ঃ নিঃতম তুঃলি, পৃ.১১
১৭ টাবু টাইদ্ ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১৬৬
১৮ টাবু টাইদ ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১৬৫

মানুহে সতকাই পানী নেপায়। তোমাক চাবলৈও মোৰ অন্তৰত সীমাহীন আসক্তি জাগিছে, তথাপি তোমাক মই চাব পৰা নাই। মোৰ ঘৰ চিয়াঙৰ ইপাৰে, তোমাৰ ঘৰ চিয়াঙৰ সিপাৰে। তোমাক চাবলৈ ইচ্ছা গ'লেও মই চাব নোৱাৰোঁ, কাৰণ আমাৰ মাজত আছে চিয়াঙৰ দুৰ্লংঘ্য প্ৰাচীৰ ঃ

'নক্কী অকুম্ কেকন্নীল্
ঙক্কী অকুম্ কেকন্‌চী
চিয়াং আঃন্নী দুংকেলা
অইনম্ কাঃল্‌দাগদ কাঃপামাং।'[১৯]

অৰ্থ ঃ তোমাৰ ঘৰ ইপাৰে, মোৰ ঘৰ সিপাৰে, মাজত চিয়াং নৈখন থকাৰ বাবে তোমক চাওঁ বুলিও সময়ত চাব নোৱাৰোঁ।

**(জ) অইনিঃতমত চৰাই-কথাংগ ঃ** অইনিঃতমত চৰাই-কথাংগ লক্ষ্য কৰা যায়। অৱশ্যে অইনিঃতমতেই নহয় পৃথিৱীৰ প্ৰায়বিলাক সংস্কৃতিত প্ৰচলিত মৌখিক গীতত চৰাই-কথাংগই স্থান লাভ কৰিছে।

চৰাই আৰু আসক্তিৰ প্ৰাধান্য ইণ্ডোনেছিয়াৰ পন্টুনতো (Pantun) পৰিদৃষ্ট হয়। যেনে—

'A thousand doves cloud the sky;
One alights on the waiting land.
At a finger's tip I wish to die;
I want my grave in the Palm of a hand.'[২০]

চৰাই হৈ পৰজনমত প্ৰেয়সীৰ সান্নিধ্য লাভ কৰাৰ আকাংক্ষা এইবিধ গীতত বাঙ্ময় হৈ উঠাৰ আভাস তলৰ কলিটিত পোৱা যায়—

'তুৰ্দাগচ পাঃমাংগম্‌চিকুৰ দ-চ পাংকুপী
পীয়ি পীত্‌তাপ্ বাল্‌নাঃনা অইনম্ দীঃব চুকুপী।'[২১]

অৰ্থ ঃ ইহ জনমত নাপালেও পৰজনমত পামগৈ
চৰাই-চিৰিকটি হৈ তোমাৰসতে একেলগে উৰিমগৈ।

আকৌ, কবি ৱৰ্ডছৱৰ্থৰ (Wordsworth) Solitary reaper-ৰ দৰে নিজান দুপৰীয়া বহল মুকলি পথাৰৰ এচুকত অকলশৰীয়াকৈ ধান দাই থকা মিচিং গাভৰুৱে প্ৰেমাস্পদক সুঁৱৰি গায়—

'কুৰুৱাঙী কাব্‌দুঃবং অ্‌তুঃলাং অই অ্‌বক্‌লা
ঙক্কী আচিন্ অদুঃবং ৰংকিঃলা অই ৰংকিঃলা।'[২২]

অৰ্থ ঃ কুৰুৱা চৰায়ে গছৰ ডালত বহি ইফালে-সিফালে চাই
আকুল সুৰত কান্দে, মোৰ অকণি প্ৰাণো আকুল-ব্যাকুল হৈ
উঠে কিবা এটা অচিনাকি নজনা ভাবত।

১৯ সংবাদদাতা ঃ ডিৰাম কুম্বাং (৫৫)
২০ P. Goswami : Op-cit., p.46
২১ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৪
২২ চক্‌ৰাল কাগয়ুং ঃ 'অইনিঃতম্' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.১৭৪

তেনেদৰে—

'ৰগ্‌প পৰগ্ অংলাংকা দলৃংয়েমৃল দলাংকা

দংলুং আজন জন্‌লাংকা কাংলৃয়েমৃল কাংলাংকা।'[২৩]

অৰ্থ ঃ মতা কুকুৰা পুহিবা, মন গ'লেই খাবা আৰু

গাঁৱৰ গাভৰুৰ লগত পীৰিতি কৰিবা, চাবৰ মন গ'লেই চাবা।

অইনিঃতমবোৰ প্ৰাকৃতিক উপমা আৰু অভিজ্ঞতাৰ মাধুৰ্যৰে সমুজ্জ্বল। নদী, নৈ, জুৰি, খাল, নদীৰ পাৰ, বালি, চাপৰি, নল-খাগৰি, জোন-বেলি, তৰা, গছ-গছনি, লতা-লতিকা, ফুল-ফল, চৰাই-চিৰিকটি, গৰু, ম'হ, হাতী আদিৰ সাৰ্থক উপমাৰে অইনিঃতমবোৰৰ ভাবৰ তীব্ৰতা বৃদ্ধি কৰা হৈছে।

**(ঝ) অইনিঃতমত ভৌগোলিক বৰ্ণনা ঃ** মিচিংসকলৰ আদি বাসস্থান আৰু বৰ্তমান বাসস্থানৰ ভৌগোলিক অৱস্থিতিৰ পৰিচয়ো অইনিঃতমৰ জৰিয়তে পোৱা যায়। যেনে—

'অদিয়াঙী তলক্‌কী বুৰুলি অই বলপী

মিচিং অইয়া ৰীঙামী দুংপিদ্‌চুলা দুংবনী।'[২৪]

অৰ্থ ঃ শদিয়াৰ পৰা ভৰলীৰ সংগমস্থললৈকে মিচিংসকল বিস্তৃত হৈ বসবাস কৰি আহিছে। এই প্ৰসংগত এটা সাধুকথাৰো প্ৰচলন হোৱা দেখা যায়।[২৫]

আকৌ সৌ সিদিনালৈ শদিয়াৰ লগত যাতায়াতৰ বা যোগাযোগৰ কোনো সুবিধা নাছিল, মাথোন অসমৰ সীমা নিৰ্ধাৰণৰ উপমা ৰূপে শদিয়াই ঠাই পাইছিল, তথাপি অসমবাসীৰ মনৰ দিগন্তত শদিয়া সুদূৰত নাছিল, সেয়ে বিহুৱা ডেকাই দূৰত্বৰ উপমা স্বৰূপে শদিয়া পদটি ৰজিতা খোৱাকৈ প্ৰয়োগ কৰি নিজৰ মনৰ ভাব প্ৰকাশ কৰিছে।

'উজনি উজনি ভটিয়াই সামনি

শদিয়া কেইদিনৰ বাট,

মাতিলে নমতা হ'লি ঐ লাহৰী

অগনি জ্বলিছে গাত।'[২৬]

বিশাল অসমৰ ইমূৰত শদিয়া আৰু সিমূৰত ধুবুৰী। পথিকৰ কাৰণে উভয়ৰে মাজত অনেক দূৰত্ব, তথাপি ডেকা-গাভৰুৰ মনত তেনেই ওচৰ। সেয়ে অইনিঃতমতো দূৰত্বৰ উপমা স্বৰূপে শদিয়াক ৰজিতা খুৱাই গাইছে।

'অদিয়াত দুংদাগ্‌গম্ বুৰুলিব দুংদাগ্ গম্

অয়ি ঙত্ৰিক্ আগম্‌দীম্ পাংমৃন্ চুলাপী।'[২৭]

অৰ্থ ঃ দূৰণিৰ শদিয়াত থাকিলেও বা বুৰুলীত থাকিলেও

তোমাৰ বতৰা সদায় পাই থাকিম।

---

২৩ সংবাদদাতা ঃ ডিৰাম কুম্বাং।

২৪ ভৃগুমণি কাগয়ুং ঃ 'অইনিঃতমত শদিয়াৰ স্থান' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৮২

২৫ অনুগ্ৰহ কৰি পৃষ্ঠা চাওক।

২৬ ভৃগুমণি কাগয়ুং ঃ 'অইনিঃতমত শদিয়াৰ স্থান' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ.১৮২

২৭ ভৃগুমণি কাগয়ুং ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ১৮২

মিচিংসকলৰ জীৱনত অসমৰ মাজ বুকুয়েদি বৈ থকা লুইত-সোৱণশিৰী, দিখৌ, দিচাং, ধনশিৰি আদি নৈ-উপনৈসমূহৰ প্ৰভাৱ অতিকৈ ব্যাপক। তেওঁলোকৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক জীৱনতো নদীৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। নদীৰ পাৰত ঘৰ বন্ধাৰ কথা অইনিঃতমত পৰিস্ফুট নোহোৱাকৈ থকা নাই—

'কাজে অইয়া মলাঃজে আদ্‌জিদাগ্ গম্ অকুম্‌ক
অৱনৰি ৰীকাম্‌পী দঃগ্ৰি পঃল দাক্‌কাম্‌পী।'[২৮]

অৰ্থ ঃ আহা। সোৱণশিৰীৰ পাৰত সৰু হ'লেও এটি ঘৰ সাজোঁ, য'ত তুমি আৰু মই মিলি এখন সুখৰ সংসাৰ পাতিম।

ঞ) ঋতুৰ বৰ্ণনা ঃ অইনিঃতমত ষড়ঋতুৰ বৰ্ণনাও লক্ষ্য কৰা যায়।

যেনে—

(ক) 'আচি বিদ্‌ক বিদ্‌কল চৃঃচাং আচিন্ বিদ্‌মৃন দাগ্
গিনমুৰ্ আঁচাৰ চাৰ্‌কলক্ ঙক্‌কী আচিন্ চাৰমৃন্‌দাগ্
নাইয়ী নাঁঙান্ ঙান্‌দুঃবং দাক্‌তক্ আঁচাৰ চাৰদুঃবং
নীবৃৰ অই বিৰ্‌কাম্‌পী বিৰমান্‌না দুঃলৃদাগ।'[২৯]

অৰ্থ ঃ নৈৰ পানীৰ সোঁতে সোঁতে আমাৰ ডেকা মন
উটি-ভাহি যায়, ফাগুনৰ বা লাগি আমাৰ
উৰণীয়া মন কোনোবা অজান দেশলৈ উৰা মাৰে।

(খ) 'দৃগৃন্ ৰউ অই তাঃপাম্‌দ কিনচুমাঃপী জুঙাপ্‌কাং
অইনম্ আচিন্ অনামী কিনচুমাঃপী গিঙাংকাং।'[৩০]

অৰ্থ ঃ শীতৰ নিয়ৰত ক'ব নোৱৰাকৈয়ে শৰীৰ তিতি গ'ল
তোমালৈ চিন্তা কৰোঁতে কৰোঁতে ক'ব নোৱৰাকৈয়ে
মোৰ শৰীৰ শুকাই-খীণাই গ'ল।

(গ) 'আম্‌দাং আঃম অই গাদ্‌দৃঃদ দঃলু ৰৃগ্‌নাম্ গৃচুম্‌দ
অইন আতীৰ দুংগেঃলা আচিনাঙী অকৃতাংন।'[৩১]

অৰ্থ ঃ শালি ধান দাবৰ সময়ত, দাবলৈ সকলোৱে ঘৰ এৰি
আঁতৰি যোৱাৰ পিছত— তুমি অকলশৰীয়া হৈ
কেতিয়াবা জানো মোৰ কথা এবাৰ ভাবি চাইছা?

**(ট) অইনিঃতমত বোৱা-কটাৰ বৰ্ণনা ঃ** মিচিং সমাজৰ অন্যতম বৃত্তি বোৱা-কটায়ো অইনিঃতমত স্থান পাইছে।

---

২৮ ভৃগুমণি কাগয়ুং ঃ 'অইনিঃতমত শদিয়াৰ স্থান' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৮৯
২৯ ভৃগুমণি কাগয়ুং ঃ 'অইনিঃতমত শদিয়াৰ স্থান' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৮৯
৩০ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১
৩১ নাহেন্দ্ৰ পাদুন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.

'কাজে আজন্ গৃকাঃবয় আদিয়েনা তায়েঃ তপ্
চৃঃপাগ্ আবৃগ্ ইগেঃলা ৰিঃবি গাচেং চুম্‌গেঃলা
আলি আঃয়ে পঃৰাগ্‌ল গীলেন্ অইয়া বম্‌নাঃপী।'[৩২]

অৰ্থ ঃ ব'লা মোৰ মৰমৰ চেনাই পাহাৰৰ ওপৰলৈ গৈ কপাহৰ খেতি কৰোঁগৈ। কপাহৰ পৰা সূতা কাটি ৰিঃবি গাচেং প্ৰস্তুত কৰিম আৰু সেই কাপোৰ পিন্ধি আলি-আই লৃগাং আৰু পঃৰাগ্ উৎসৱত আমি দুয়ো নিজকে পাহৰি নাচিম। ব'লা মোৰ চেনাই।

আহুধান সিঁচাৰ সময়তে বা আহুধানৰ লগত একেলগে কপাহ খেতি কৰি বাৰিষাৰ আজৰি সময়ত কপাহ ধুনি জীম কাপোৰ বৈ লোৱাৰ উদাহৰণ অইনিঃতমত পোৱা যায়। যেনে—

'বৃগু আবৃগ্ বৃচন্‌দ চৃপাগ্ আবৃগ মলাঃপী
অৃগৃন্ গীলা পুন্‌লাঃপী গাদু অন্ন মলাঃপী।'[৩৩]

অৰ্থ ঃ আহুধানৰ পথাৰৰ সীমাত কপাহৰ খেতি কৰিম আৰু
হোৰাত তুলি আনি সূতা কাটি জীম কাপোৰ ব'ম।

কাবান্ আৰু অইনিঃতমবোৰত প্ৰেম, আসক্তি, বিৰহ-বিচ্ছেদ আদি ভাবৰ বাহিৰেও সদা-সৰ্বদাই প্ৰচলিত প্ৰবাদ, প্ৰবচন আৰু ফকৰা যোজনাৰো ব্যৱহাৰ লক্ষ্য কৰা যায়।

'পাক্‌লি অয়িং দগেঃমাং
য়েপ নাম্‌চু নাম্ গেমাং।
গৃলৃঃ মাঃনীম্ লাংগেঃমাং
আবু বুঃনাম্ কাংগেঃমাং।
লাঃমাঃপী দুংগেঃলা
চৈনাচিপী ইপীবং।'[৩৪]

অৰ্থ ঃ মিঠা আলু নাখাওঁ পেটৰ অসুখ নকৰাওঁ আৰু
পাদৰ গোন্ধও সহ্য কৰিব নোৱাৰোঁ। ঠিক তেনেকৈ
মন নোখোৱা ছোৱালী বিয়া কৰাই দাম্পত্য জীৱন
অসুখী নকৰোঁ। মন-খোৱা ছোৱালী নাপালে
সন্ন্যাসী হৈ ঘৰৰ পৰা ওলাই যাম।

অইনিঃতমবোৰ সাধাৰণতে লৃগাং, পঃৰাগ্ আৰু বহাগ বিহুৰ উৎসৱত ডেকা-গাভৰুৱে মিলি নাচি-বাগি আবৃত্তি কৰে। এই শ্ৰেণীৰ গীত আবৃত্তি কৰোঁতে দুম্‌দুম্ (ঢোল), লুঃপে (তাল), গুংগাং (গগণা), তোঃতক (বাঁহী), ঢোলোকী, পেম্পা (পেঁপা) আদি বাদ্যযন্ত্ৰ বজোৱা হয়।

বিহুগীত আৰু বিহুনাচৰ পৰিবেশন শৈলীৰ লগত অইনিঃতমৰ গীত আৰু নাচ পৰিবেশন শৈলীৰ

---

৩২ গণেশ পেগু ঃ 'মিচিং লোক-গীতৰ সম্পদ' (চিফুং গুংগাং), পৃ. ১২
৩৩ ভৃগুমণি কাগয়ুং ঃ 'বয়ন শিল্পত লোক-পৰম্পৰা' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ৩২৪
৩৪ সংবাদদাতা ঃ ডিৰাম কুম্বাং
৩৫ প্ৰফুল্ল দত্ত গোস্বামী ঃ অসমীয়া জন-সাহিত্য, পৃ. ২০

সাদৃশ্য স্পষ্ট। বিহুগীত আৰু নৃত্য যাদুমূলক, বিশেষকৈ উৰ্বৰতা যাদুৰ লগত ই বিশেষভাৱে সম্পৃক্ত। গতিকে 'বিহুনাচৰ প্ৰেৰণা যৌনমূলক বুলিয়ে সিদ্ধান্ত কৰিবলগীয়া হয়। বাস্তৱিকতে বিহুনাচৰ যৌন মুদ্ৰা আদি নথকা নহয়।'[৩৫]

ইয়াৰ বিপৰীতে অইনিঃতম্ মন্ত্ৰমূলকো নহয় আৰু ই উৰ্বৰতা যাদুৰ লগতো জড়িত নহয়। প্ৰেম-প্ৰণয়ৰ গীত ৰূপেহে অইনিঃতমৰ সাৰ্থকতা ৰক্ষিত হৈছে। মিচিং সমাজৰ সুৰীয়া জীৱনৰ প্ৰকৃত পৰিচয় দিয়াৰ প্ৰসংগত অইনিঃতমবোৰৰ ভূমিকা নিশ্চিতভাৱে গুৰুত্বপূৰ্ণ।

---

৩৫ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জন-সাহিত্য, পৃ. ২০

# ষষ্ঠ অধ্যায়

# নিঃতম্

## ৬.০১ কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত সম্পৰ্কযুক্ত নিঃতম্

## ৬.০২ ধৰ্মীয় গীত, প্ৰাৰ্থনা, মন্ত্ৰ আদি

**৬.০১ কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত সম্পৰ্কযুক্ত গীত ঃ**

কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত জড়িত গীত-পদবোৰ পূজা-সেৱাৰ লগত সম্পৃক্ত নহয়। এই শ্ৰেণী গীতৰ অন্যতম বৈশিষ্ট্য হৈছে সন্তানৰ প্ৰতি মাকৰ বা ধাইৰ অনুৰাগৰ প্ৰাবল্য। 'নিচুকনি প্ৰায়ে অৰ্থহীন, যি কল্পনাৰ ওপৰত ভেজা লৈ ইয়াৰ সৃষ্টি, সেই কল্পনা পূৰ্ণবয়স্ক মানুহৰ স্বাভাৱিক কল্পনা নহয়, শিশু মনৰহে। কিন্তু শিশুৰ জীৱন চুব লাগে বুলিয়েই এই কল্পনা সহানুভূতিৰ সহায়ত শিশুসুলভ হৈ পৰে।'[১]

মিচিং সমাজৰ প্ৰচলিত কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত জড়িত গীতবোৰক সাধাৰণভাৱে তিনিটা শ্ৰেণীত ভাগ কৰিব পাৰি। যেনে—

(ক) কঃনিঃনাম্ (নিচুকনি গীত; Nursery Rhymes)

(খ) নিঃয়ুব্‌নাম্ বা মঃয়ুব্‌নাম্ (টোপনি নিওৱা গীত; Lullabies) আৰু

(গ) মমান্‌নাম্ বা চঃমান্‌নাম্ নিঃতম্ (শিশুৰ খেল-ধেমালিৰ লগত জড়িত গীত; Children Game songs)

**(ক) কঃনিঃনাম্ (নিচুকনি গীত; Nursery Rhymes) ঃ**

নিচুকনি গীত মিচিং ভাষাত 'কঃনিঃনাম্' বা 'বৃনি নিঃনাম্' ৰূপে পৰিচিত। 'কঃনিঃনাম্ পদটো ব্যুৎপত্তিগত অৰ্থ এনেদৰে দেখুৱাব পাৰি। 'কঃ = কেঁচুৱা, 'বৃ + নাম' বা 'বৃনাম' = বোকোচাত বান্ধি নিচুকুৱা। 'কঃবৃ + নাম্'ৰ পৰা 'কঃবৃনি নিঃনাম্' বা 'কঃনিঃনাম্'ৰ উদ্ভৱ হৈছে।

মিচিং তিৰোতা বৰ পৰিশ্ৰমী। দিনৰ দিনটো পথাৰত কাম কৰি গধূলি ঘৰমুৱা হওঁতে মূৰত এবোজা খৰি, পিঠিত কেঁচুৱা আৰু হাতত টাকুৰীৰে এৰি সূতা কাটি পকাই অহাৰ পৰাই মিচিং তিৰোতাই যে কেঁচুৱাক বুকুত লোৱাতকৈ পিঠিত বান্ধি ল'বলৈ ভাল পায় তাৰ আভাস পোৱা যায়।

আনহাতে নিচুকনি গীতৰ উৎস হ'ল নীবৃঙ। মিচিং তিৰোতাই পুৰুষৰ সমানে পথাৰ আৰু ঘৰুৱা কামত ব্যস্ত থাকিব লাগে। এই ব্যস্ততাৰ সময়খিনিত ল'ৰা-ছোৱালীক ওমলাবলৈ বা ৰখিবলৈ একোগৰাকী নীবৃঙক (ধাইৰ দৰে কাম কৰা কম বয়সীয়া ছোৱালী) নিয়োগ কৰা হয়। মাকৰ অনুপস্থিতিত দিনটোৰ

---

১৮ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জন-সাহিত্য পৃ. ৬১

প্ৰায়ভাগেই কেঁচুৱাই নৌবৃঙৰ পিঠিত উমলি-জামলি কটাব লগা হয়। কেঁচুৱাই মাকৰ অভাৱ অনুভৱ কৰি নৌবৃঙক আমনি কৰিবলৈ ধৰে। তেতিয়া নৌবৃঙে কেঁচুৱাক নিচুকাবৰ কাৰণে গীত গায়। এই গীতৰ নামেই কঃনিঃনাম্ বা বৃনি নিঃনাম্।

কঃনিঃনাম্ গীতবোৰত 'মাকে কেঁচুৱাক এৰি ভুঁই তলীলৈ যোৱা, তৃষ্ণাতুৰ কেঁচুৱাক হেঁপাহ পলুৱাই পিয়াহ খুওৱা, দেউতাকে চিকাৰলৈ যোৱা আৰু তাৰ পৰা ঘূৰি আহিলে ঘৰত এৰি থৈ অহা শিশুৰ কাৰণে মিঠা ফলমূল আনি দিয়া এইবোৰ কথাৰে সৰল শিশুৰ মনত স্বপ্নৰ ইন্দ্ৰজাল তৰিবলৈ প্ৰয়াস কৰে। শিশুৱে কিয় কান্দিছে, কোনে কন্দুৱালে, যিহে কন্দুৱাইছে সেইজনৰ বিষয়েও মাকৰ আগত কথা লগাই প্ৰতিশোধ লোৱাৰ প্ৰতিশ্ৰুতি দি নৌবৃঙে কেঁচুৱাক নিচুকায়। শিশুৰ শৈশৱৰ বিমল হাঁহি-ধেমালিৰ লগত কিছুপৰিমাণে কান্দোন আদিৰ বিষয়ো জড়িত হৈ আছে কঃনিঃনাম্ গীতবোৰত।[২]

উদাহৰণস্বৰূপে তলত এটি কঃনিঃনাম্ দিয়া হ'ল—

(১) 'আকোঙৱা কাপ্‌পঃয়ক পৌক্‌কাউৰৌ দৗঃমাঃদা
দৗঃয়েমৃল কাব্‌লাংকা আঁম্‌দুং।
ঙক্‌কৌনা আকোঃমৗ চৗঃকবৃ পাতঃনৗ
পানৗদৗম্ পালৃক্‌ক লৃগ্‌বিয়ৗ;
পামাংকৌ পামাংকৌ চৗঃকচিন্ পামাংকৌ
চৗঃকমৗ পালৃগ্‌দৗম্ পায়েনৗ।
আকোংকৌ আ্যনৗঃদৗ অকঃলপ্ গৃকাঃনৗ
বুৰি আই পৃৰ্‌কল গৃকা ঙৗ অ. . .।
পৃৰ্‌নৗ পৃৰ্‌তকা তৃন্‌নৗ তৃতকা
গাচোমৗ গাচোম্‌পৗ চুম্‌তকা

* * *

ঙলুক্‌কৌ লত্তাচ কম্বংঙৗ আমৃংক
জাৰ্‌কুব্‌লা জাৰ্‌ৰাব্‌লা দুং
ঙলুক্‌কৌ আকুঃবৃ অকুমৗ আৰাঃচ
তেত্‌কুৰৌ তেত্‌লাপ্‌পৗ দুং
আদিয়ে তায়েঃতৗ চিপুনৗ পুন্‌দুঃনৗ
বিৰ্‌কুৰৌ বিৰ্‌ৰাঃ দৗ দুঙৗ. . .।[৩]

অৰ্থ : আমাৰ মইনা নাকান্দিবা
কপৌ চৰাই উৰা নাই
উৰিলে কান্দিবা দেই।
আমাৰে মইনাক কোনেনো মাৰিলে

---

২ নাহেন্দ্ৰ পাদুন : মিচিং লোকগীত' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৫২

৩ সংবাদদাতা : মাধৱ পেগু, ৫৫ মেচাকি, ৭/১/১০

মাৰোঁতাক আমিও মাৰিমে দেই।
মাৰা নাই মাৰা নাই কোনেও মাৰা নাই
এতিয়া কাকনো মাৰিবলৈ যাওঁ।
মইনাৰ মাক ক'লৈনো গ'ল?
লেতেকু পাৰিবলৈ গ'ল।
ছিঙাই ছিঙিব বোটলাই বুটলিব
টোপোলা টোপোলাই নিবহে।

* * *

আমাৰে চোতালত কম্বং ফুল এজুপি
লহপহকৈ ফুলি এ আছে।
আমাৰে মইনা ঘৰৰে ভিতৰত
ইকাটি-সিকাটি কৰি আছেহি বহি।
পাহাৰৰ ওপৰত চিপুন ফুল ফুলিছে
বতাহত হালিছে-জালিছে ঐ,
নিছিঙিবি নিছিঙিবি কোনেও নিছিঙিবি
মইনাই চাই থাকিব হেনো।

আকৌ মিচিং ল'ৰা-ছোৱালী মাছ-কাছ আদিৰ প্ৰতিও আকৃষ্ট হোৱা দেখা যায়। ইয়াৰ আভাস পোৱা যায় তলৰ গীতটিত। যেনে—

(২) 'নঃনৰি আবুঃদ কচুঙী ৰাংকবী
পুংকুব্লা পুঃলাব্লা দুং
কাঃকৈকী লত্তাঃদ আঅৃনী মুৰ্কঙী
আৰ্কুব্লা আৰ্ৰাব্লা দুং
বাঃবৈকী দৃৰ্তগ্দীম্ চচাঃলা কাঃতনীম্
কেঃচেৰি কেঃপঙী আঃদাগ্
আকুংকী পৃগঃদ পদৃক্ক ততঃনীম্
এলঙী লংলেন্ক আঃদাগ্।
কেঃচিৰি কেঃপঙীম্ এলঙী লনীদীম্
আকুঃবৃ আক্কম্চিন্ মামাঙী
পিন্কাঙী আপিনী দাংকীঙী বাঃনাম্ দীম্
অীদীম্চিন্ মালাঃনা কাব্দাগী।'[৪]

অৰ্থ ঃ ন-নৰি জানত কাছ আৰু দুৰা কাছ
ইলুটি-সিলুটিকৈ ওপঙি আছে।

৪ সংবাদদাতা ঃ মাধৱ পেগু, ৫৫ মেচাকি, ৭/৯/৯০

আমাৰ সৰু মোমাইদেউৰ চোতালতো
সোণ-ৰূপ জিলিকি আছে।
দদাইদেউৰ দলঙাত
কৰা-পোক সোমায়।
কিন্তু আমাৰ মইনাৰ গা ধোৱা পুখুৰীত
দলঙা পাতিলে এলেং মাছ সোমায়।
কৰা-পোক নাইবা এলেং মাছ বিচাৰি
মইনাই কন্দা নাই।
আচলতে পোৱা ককিলা মাছ
আৰু পঁইতা ভাত বিচাৰিহে কান্দিছে।।

কেঁচুবাই বহু সময় ধৰি মাকৰ গাখীৰ খাবলৈ নাপাই ভোকত তত্ নোহোৱা হৈ কন্দাৰ বিষয়েও নিচুকনি গীতবোৰত পোৱা যায়। তেনে এটি নিচুকনি গীতৰ উদাহৰণ তলত দিয়া হ'ল—

(৩) 'অঁা অঁা অঁাক্কী
অঁা ঙক্কী আঃজি কাঃলৃং নঁাচিনা
চিনা ৰঃৰঙী গৃঃমান্ বিদুঃনী
অঁা চিনা ৰঃৰঙী গৃঃমান্ বিদুঃনী
আজ্ চি ৰঃৰঙী গৃঃমান্ বিদুঃনী।
অঁা চিনা দৃগ্জিৰী বঁায়িৰ বিদুঃনীয়া
কিবী চি দৃগ্জিৰী বঁায়িৰ বিদুঃনী।
অঁা নাঃনী না-না নিন্দুম্ না-না
নিন্দুম্ না-না নাঃনী না-না
চিনা গীঃনিক গীঃন চিতই
অঁা ঙক্কী আঃজি কাঃলৃঙ নঁাচিমী
চেঃকবৃ দৃঃলৃঙী দৃঃবি অ তু নঁাইকী?
ঙক্কী আঃজি কাঃলৃঙী নঁাচিমী
দুম্দীঃ পঁায়া তাকাৰী বাৰবিঅ তুনী?'[৫]

অৰ্থ : অ' মোৰ মইনা
ভোক লাগিছে এ
পেটতে ভোক লাগিছে।
ভোকত পেট কলমলাইছে,
কলমলাইছে।

৫ নাহেন্দ্ৰ পাদুন : মিচিং লোকগীত' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৫৩

অ' আই তোমাৰ পিয়াহ এটি
মইনাৰ মুখতে দিয়া।
মোৰ মইনাক কোনে মাৰিলে
মোৰ মইনাক বেছি আয়ুস দিছেনে
কম আয়ুস দিছে?

কেঁচুৱাৰ মাক পথাৰলৈ ভূঁই ৰুবলৈ গৈছে। মাকৰ অনুপস্থিতিত কান্দি থকা কেঁচুৱাক শান্ত কৰিবৰ বাবে নীবৃঙে বিভিন্ন গীত গায়। যেনে—

(৪) 'ঙক্কী না অয়উমী চেঃকনী দীম্তনী
দীম্নী দীম্ দীম্য়ে কুনীনা।
অয়উকী নাঃনীব্ আবৃগল গৃকাঃনী
গৃয়েকুম্ লুবিয়েকুনী না
অয়উকী কাব্নাম্ দী বিকুলই বাজনা
তান্মিঃলা দুংকান্ দাগ্।
তাঃত বংগৃদা চিৰাক আবৃতইকা
আঁদীম্পিন্ আপিনীম্ বিপী।'[৬]

অৰ্থ ঃ মোৰে মইনাক কোনেনো মাৰিলে
মাৰোঁতাক আমিও মাৰিম দেই।
মইনাৰ মাক ভূঁই ৰুবলৈ গৈছে
আহিলে কৈ দিম দেই।
মইনাৰ কান্দোন যেন বিকুলৰ বাজনা
শুনিলে শুনিয়ে থাকিবৰ মন।
ককা বংগৃদে বৰা গাহৰি মাৰি আনিব
মণ্ডহেৰে ভাত ৰান্ধি দিম দেই।

**(খ) নিঃয়ুব্নাম বা ময়ুব্নাম নিঃতম্ (কেঁচুৱাক টোপনি নিওৱা গীত; Lullabies) ঃ**

শিশুৰ মাক বা নীবৃঙে কেঁচুৱাক টোপনি নিয়াবৰ বাবে মৃদু কোমল সুৰৰ লগত উদ্ভট কল্পনাৰে সৃষ্ট বিষয়-বস্তু সংমিশ্ৰণ কৰি গীত গায়। এই জাতীয় গীতত সাধাৰণতে ভয়, বিস্ময়, আনন্দ আৰু কৰুণাৰভাব প্ৰকাশ পায়। গীতৰ বিষয়-বস্তুতকৈও সুৰৰ তন্ময়তাত শিশু-মন বিমোহিত হৈ টোপনিৰ কোলাত আশ্ৰয় লয়।

কেঁচুৱাৰ মনোজগতত প্ৰৱেশ কৰাৰ সাধ্য কাৰো নাই যদিও তেওঁলোকৰ মনস্তাত্ত্বিক দিশ অধ্যয়ন কৰিবৰ বাবে আমাৰ একমাত্ৰ সমল হৈছে নিচুকনি গীতবোৰ বা কঃনিঃনাম্বোৰ আৰু ল'ৰা-ছোৱালী ওমলা বা ধেমালিৰ গীতবোৰ। এই গীতবোৰে কোমল বয়সীয়া শিশু মনৰ কল্পনা ফুলকলিক যেন

৬ নাহেন্দ্ৰ পাদুন ঃ মিচিং লোকগীত' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ১৫৩

কুসুমিত কৰে। হাঁহি-কান্দোন, ভয়-বিস্ময়, উলাহ-কল্পনা, বিশ্বাস-অবিশ্বাসৰ কৌতূহলী ভাবৰ সুৰো এই গীতবোৰত ধৰা পৰে। অসমীয়াত 'শিয়ালী এ নাহিবি ৰাতি' বোলোঁতে হয়তো অলপ-ধতুৱা ল'ৰাৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। 'তোৰ কাণ কাটি লগাম বাতি' বোলাত সেই ভয় আঁতৰিল কি জানি, 'কাণ-কাটিম' বুলিলত শিয়ালীয়ে ভয় খাই নেগুৰ ওভতাই লৰকে মাৰিলে। 'শিয়ালীৰ মূৰবে মৰুৱা ফুল, শিয়ালী পালেগৈ ৰতনপুৰ' বুলিলত শিয়ালীৰ মূৰৰ মৰুৱা ফুলনো কেনে তাৰ কৌতূহল; ৰতনপুৰনো কি নগৰ? —এই প্ৰশ্নৰ বিষয় ভাবৰ মাজত ল'ৰা-ছোৱালীয়ে বুঢ়ীমাকৰ মুখলৈ চাই ৰ'ব। শিয়ালীক যে কাণ কাটিম বুলিয়েই আঁতৰাই পঠিয়াব পাৰি, তাৰ আনন্দ, কিজানি নোৱাৰিয়েই, সেই অবিশ্বাসভাবে ল'ৰাৰ মনত কিমান obstinate questioningঅৰ সৃষ্টি কৰে।[৭]

এনেদৰেই কল্পনাৰ ৰাজ্যত শিশু-মন লৰি-ঢাপৰি ফুৰে। তেনেই সাধাৰণ কথা আৰু বাস্তৱ জীৱনৰ বাবে অতিকে চিনাকি ৰিজনি বা উপমাৰ সহায়ত, যেনে— জোনবাই, তৰা, বগলী, শিয়ালী, বগৰি, ৰ'দ-বৰষুণ, ফুল-ফল আদিৰ সহায়ত গীতবোৰ পল্লবিত হয়। 'কোমলতা আৰু উদ্ভট কল্পনা এই গীতবিলাকৰ লক্ষণ। ইয়াৰ যিখন কল্পনাৰ ৰাজ্য, তাতে সাধুকথাৰো বাস। নিচুকনিৰ জোনবাই বা ভেকুলীয়ে সাধুকথাতো কথা কয়। মাথোন সাধুকথাত এটি সম্পূৰ্ণ আখ্যান থাকে, নিচুকনিত নাথাকে বা থকা যেন লাগিলেও সি সম্পূৰ্ণ নহয়।[৮] 'নিঃয়ুব্‌নাম'তো একেদৰেই 'মেকুৰী'ৰ উল্লেখ পোৱা যায়। যেনে—

(১) 'মেঃমউৱা মেঃমউৱা মিঃমি অাঁ তকা
মিঃম অাঁ মাঃমৃল মেন্দাৰি গাম্‌পাঁকী নম্‌'[৯]
* * *
ঙলোক্‌কী মেঃমউব্‌ মিঃমি অাঁ দুঃবং
মেন্দাৰি গৃআঙী য়েবং আয় আয়.

অৰ্থ : আমাৰে মাজনী শোৱাহে
নুশুলে মেকুৰীয়ে খাবহে তোক।
আমাৰে মাজনী শুলেহে
মেকুৰী নাহিবি এই
চেই. . . চেই. . .।

কিছুমান 'নিঃয়ুব্‌নাম'ত খোৱা বস্তুৰো উল্লেখ থাকে। যেনে—

(২) 'পঃল অবাঃয়ে দঃএঞ লৃঃচায়ে
কি কিৰি কতাগীম্‌ তাক্‌য়ে—
কাঃকৈব্‌ পাঃচাক্‌দ ববিয়া বাঁলাঙী

---

৭ মহেশ্বৰ নেওগ : অসমীয়া গীতি-সাহিত্য, পৃ. ১৭
৮ প্ৰফুল্লদত্ত গোস্বামী : অসমীয়া জন-সাহিত্য, পৃ. ৭০
৯ সংবাদদাত্ৰী : ছোৱালী পেগু, বয়স ৪৮, গাঁও- অমপুৰ, পৃ. ৬/৭/৯০

নাম্‌তিয়ে নামঙী বিয়ে নী
আকুঃবৃ মিঃমিয়ে আকুঃবৃ দদঃয়ে
ই. . .ই. . .ই. . .ই. . .ঔ।[১০]

অৰ্থ ঃ জোনটি পশ্চিম আকাশত মাৰ যাব,
বেলিটি পূব আকাশত উদয় হ'ব,
সৰু মোমায়ে কান্ধত লৈ অনা পকা কঁঠালটো
গোন্ধে আমোলমোলাইছে।
আমাৰ মইনাই তাকে শুঙি শুঙি খাই
টোপনি যাব হেঃ. . .হেঃ. . .হেঃ. . .হেঃ।

**(গ) মমান্‌নাম নিঃতম্ বা চঃমান্‌নাম্ নিঃতম্ (শিশুৰ খেল-ধেমালিৰ লগত সম্পৰ্কযুক্ত গীত) ঃ**

**(১) কঃনিঃনাম্ ঃ** কঃনিঃনাম্‌ৰ পৰিসৰত কেতবোৰ ধেমালি বা ওমলা গীত ধৰিব পাৰি। মিচিং সমাজত বিবিধ খেল-ধেমালিৰ লগত গীত-পদৰ প্ৰচলন থকা দেখা যায়। এই গীতবোৰৰ জৰিয়তেও শিশুসুলভ কল্পনাৰ পৰিচয় পাব পাৰি। এনে গীতৰ ভাষা অতি সহজ-সৰল আৰু শব্দৰ গাঁথনিও শ্ৰুতিমধুৰ হোৱাৰ বাবে এইবোৰে শিশু মনক হাঁহিৰ খোৰাক যোগায়। যেনে—

'দনচিৰি দন্‌বৰা
বেন্‌নী চাতি অৃক্‌বৰা
নাপ্‌পাঃ দীঃচিন্ নাব্‌ৰা
য়েকঃদীচিন্ তাম্‌বৰা
আমিগ্ দীঃচিন্ মিক্‌বৰা
আঃয়েদীচিন্ কতবা।'[১১]

অৰ্থ ঃ ধনশিৰিৰ ধনবৰে
ফটা ছাটি মেলিছে
মুখখনো বহল
কাণ দুখনো মেলা
দাঁত দুপাৰিও দতুৱা হাঃ হাঃ হাঃ।

**(২) পদং নিঃতম্ (বৰষুণৰ গীত) ঃ** 'পদং নিঃতম'ৰ অৰ্থ বৰষুণৰ গীত। বৰষুণ দি থকা অৱস্থাত কম বয়সীয়া ল'ৰা-ছোৱালীবিলাকে চাঙত অথবা চোতালত আনন্দতে জঁপিয়াই জঁপিয়াই গাঁতৰ পৰা ওলোৱা কেঁচুলৈ চাই চাই গীত গায়। যেনে—

'পদঙা পদঙা অপঃ য়ক্
দব্‌কা পঃয়ুব্ মপঃপী

* * *

---

১০ সংবাদদাতা ঃ মাধৱ পেগু

১১ সংবাদদাতা ঃ ডিৰাম কুম্বাং, ৫০, জোনাই, ১০/২/৮৯

পদঙা পদঙা অপঃয়ক্
দৰ্কা পঃয়ুব্ মপঃপী।'[১২]

অৰ্থ ঃ বৰষুণ! বৰষুণ তোমাক কাবৌ কৰিছোঁ
তুমি অলপ এৰা। কেঁচুবোৰৰ বাবে
আমি ঘৰ সাজি দিওঁ। তাৰ পিছত
তুমি যিমান ইচ্ছা সিমান দি থাকিবা।

**(৩) লুয়ুম্ নিঃতম্ (ওমলা গীত) ঃ** জোনাক ৰাতি মুকলি আকাশৰ তলত পিছফালে সজা মুকলি 'য়াব্‌কুৰদ্' চাঙত জিৰণি লোৱাৰ সময়ত মাকক ঘৰৰ ভিতৰত কামত আমনি দি থকা কেঁচুৱাক নৌবৃঙ বা আন কোনোবাই তলৰ গীতটি গাই গাই ওমলায়—

'তাকাৰা তাকাৰা লেন্‌দাংকিয়া
পঃলা পঃলা লেন্‌দাং কিয়া
গৃৰগুমলৈ যাবলৈ কিমান্ দুঃৰা।'[১৩]

অৰ্থ ঃ হেৰা তৰা! তোমাক সুধিছোঁ! হে চন্দ্ৰ তোমাকো
সুধিছোঁ। গৃৰ্গুম্ নামে ঠাইখন কিমান দূৰ?

**(৪) কৃনাম মমান্‌নাম্ নিঃতম্ (গণনাৰ গীত) ঃ** কেইবাটাও ল'ৰা-ছোৱালীয়ে মুকলি চাঙত (কাৰী) চিত হৈ আকাশৰ তৰাবোৰ গণনা কৰি কৰি এনেদৰে গায়—

দঃবাৰ আঃক দঃবাৰ আঞি
দঃবাৰ আউম দঃবাৰ আপ্‌পি
দঃবাৰ আংঙ দঃবাৰ আক্‌কীং
দঃবাৰ কৃন্‌দ দঃবাৰ পিঃঞি
দঃবাৰ কনাং দঃবাৰ অৃয়িং. . .।[১৪]

অৰ্থ ঃ তৰা এটি তৰা দুটি
তৰা তিনিটি তৰা চাৰিটি
তৰা পাঁচটি
তৰা ছয়টি তৰা সাতটি
তৰা আঠটি তৰা নটি
তৰা তৰা দহটি. . .।

এই গীতটি আকাশৰ তৰাবোৰ লেখি লেখি একে উশাহতে আবৃত্তি কৰি শেষ কৰিব লাগিব।

---

১২ সংবাদদাতা ঃ বাপুং পেগু, ৫০, জোনাই, ১০/২/৮৯
১৩ সংবাদদাতা ঃ বাপুং পেগু, ৫০, জোনাই, ১০/২/৮৯
১৪ সংবাদদাতা ঃ দেবেন দলে ৫০, তৰাজান, জোনাই। গীতটি মাজুলীৰ বৰগুলি আৰু ওচৰ-পাজৰৰ গাঁৱবোৰ আৰু নামনি মাজুলীৰ মিছামৰা গাঁৱতো প্ৰচলিত।

যিজনে এই গীতটো একে উশাহতে গাই শেষ কৰিব পাৰে, তাক সেই ল'ৰা-ছোৱালীৰ মাজত শ্ৰেষ্ঠ বুলি ধৰা হয়। ইয়াৰ বিপৰীতে একে উশাহতে গাব নোৱৰাজনে গীতটো একে উশাহতে গাবলৈ চেষ্টা কৰি থাকে।

**(৫) কুক্ৰং কুক্ৰং কাক্ৰঃচিঃ লুপ মমান্ নিঃতম্ (কথোপকথনমূলক ওমলা গীত) ঃ** জহ্কালি জোনাক ৰাতি মিচিং ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী আটায়ে বাহিৰৰ মুকলি চাঙত বহি সাধুকথা কোৱা আৰু শুনাৰ পৰম্পৰা বৰ্তমানো প্ৰচলিত। এনে পৰিৱেশত কথোপকথনমূলক ওমলা গীত গোৱা হয়। তেনেধৰণৰ এটি গীত তলত দিয়া হ'ল—

নীবৃং — নক্ তাঃত য়াঃয়ক্ দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — নক্ য় - বাঃবুকী দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — নক্ বাঃবৈকী দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — নক্ নাঃঞি-কাঃকৃকী দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — নক্ কাইকী দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — নক্ বাইকী দঙঔম্ দলাং দেই
ল'ৰা-ছোৱালী — অৃং
নীবৃং — কুক্ৰং কুক্কং কাক্ৰঃ চি।[১৫]

এইবুলি কৈ কেঁচুৱাটোৰ ভৰি দুখনৰ ওপৰত বহুৱাই ওপৰমুৱাকৈ শুই থকা নীবৃঙৰ বুকুৰ পিনে লুটিয়াই দি কেঁচুৱাক ওমলায়।

কেঁচুৱাটিক নীবৃঙৰ গীতৰ প্ৰতিটো শাৰীতে ভৰিৰে ঝুলাই থাকে।

অৰ্থ ঃ নীবৃং — তোমাৰ ককা-আইতাই খোৱা ভাত খাবা দেই।
ল'ৰা-ছোৱালী — হয় খাম।
নীবৃং — তোমাৰ মা-দেউতাই খোৱা ভাত খাবা দেই।
ল'ৰা-ছোৱালী — হয় খাম।
নীবৃং — তোমাৰ খুৰাই খোৱা ভাত খাবা দেই।
ল'ৰা-ছোৱালী — হয় খাম।
নীবৃং — তোমাৰ পেহীয়ে খোৱা ভাত খাবা দেই।
ল'ৰা-ছোৱালী — হয় খাম।
নীবৃং — তোমাৰ ককাইদেৱে খোৱা ভাত খাবা দেই।

---

১৫ সংবাদদাত্ৰী ঃ ছোৱালী পেগু, বয়স ৪৮,

ল'ৰা-ছোৱালী — হয় খাম।

নীবৃং — তেন্তে কুক্ৰং কুক্ৰং কাক্ঃ চি. .।

**(৬) গৰখীয়া ল'ৰাৰ খেল-ধেমালিৰ গীত ঃ** গৰখীয়া ল'ৰাই পথাৰত গৰু চৰাই থাকোঁতে গীত গোৱাৰ পৰম্পৰা মিচিং সমাজত প্ৰচলিত। গৰু চৰাই থকা ল'ৰাবিলাকৰ মাজৰে এজন ল'ৰাই মনে মনে গৈ টঙীত উঠি বাকীবিলাক গৰখীয়াক ভয় খুৱাই গীত গায়—

(ক) 'আমঃবৌ কিৰিং কাৰাং
তায়েঃ তক্ কিৰিং কাৰাং
বৌলৌঃ কাঃকৈ কঃলুংবৃ গৃদ গৃদ গৃদ।'[১৬]

অৰ্থ ঃ মাটিত কিৰিং কাৰাং শব্দ কৰিছে
ওপৰতো কিৰিং কাৰাং শব্দ কৰিছে
সৌৱা। মোমাই কঃলুং আহিছে পলা পলা।

গীতটো চিঞৰি চিঞৰি আবৃত্তি কৰে। ভূত সদৃশ কঃলুঙৰ নাম শুনাৰ লগে লগে টঙীৰ তলত থকা গৰখীয়া ল'ৰাকেইজন দৌৰি টঙীত উঠেগৈ। টঙীৰ ওপৰত প্ৰকৃত কথাটো জনাৰ পিছত সকলোৱে গিৰ্জনি মাৰি হাঁহে।

**(৭) কুলি গাপ্চুলুনাম্ (লুকা-ভাকু) ঃ** কেইবাজনো ল'ৰা-ছোৱালী লগ হৈ জোনাক ৰাতি বা দিনত চৰণীয়া পথাৰত এইবিধ খেল খেলে। প্ৰত্যেকজন ল'ৰা-ছোৱালীয়ে মাটিত বহি নিজৰ নিজৰ হাতৰ তলুৱাবোৰ মাটিত শাৰী শাৰীকৈ বৃত্তাকাৰভাৱে পাতে। খেলত অংশগ্ৰহণকাৰীসকলৰ মাজৰ এজনে সোঁহাতখন ওপৰলৈ তুলি এটা আঙুলিৰে পাতি থোৱা হাতবোৰ চুই চুই তলত দিয়া পদটো আবৃত্তি কৰি লিখে—

'একনাং দুকনাং তিঃনেই চাৰ
মঃয়িং বাল্তি মঙলবাৰ
তেঃৰে ৰাইজি ৰতন বাই
তিন্ তাং কবৈ অৰি বিচ।'[১৭]
অৰ্থ ঃ এক দুই তিনি চাৰি
খালী বাল্টি মংগলবাৰ
তোমাৰ ওচৰত ৰতনবাই
তিনিটা কৰি তোমাৰ হাতে বিছ।

পদটো গাই গাই হাতৰ আঙুলিবোৰ লিখি যাওঁতে— 'তিন্ তাং কবৈ অৰি বিচ' পদাংশটো যাৰ হাতত পৰে সেইজনৰ ওপৰতেই খেল ৰখাৰ দায়িত্ব পৰে আৰু বাকীবিলাকে দৌৰি গৈ বেলেগ বেলেগ ঠাইত লুকায়। সেই অৱস্থাত খেল-ৰখীয়াজনে দুয়ো হাতেৰে চকু দুটা ঢাকি ৰাখে। হাতৰ ভিতৰেৰে খেল ৰখীয়াই চাব পাৰে বুলি তেওঁক শাওবিশিষ্ট সাবধানবাণী শুনাই বাকীবিলাকে তলৰ

---

১৬ সংবাদদাতা ঃ দেবেন দলে

১৭ সংবাদদাতা ঃ ভবেশ পাটগিৰি, ২৫, লুইতমুখ-বোকাডোঙাৰ, শোণিতপুৰ, ২৮/২/৮৯

পদাংশ গায়—

'য়গৃৰ্দী জ্ঙাঃমুল
পাপিদী পুঃচালাংকা
দনপুৰকী গুৰেদীম্পী
মিক্লু কাংলাংকা. . .।'[১৮]
অৰ্থ ঃ লোহা পানীত তল গলে
কাঠৰ চলি টুকুৰা ওপঙিব
যদি তুমি চকু মেলি চোৱা
তেনেহ'লে ধনপুৰৰ কণা ঘোঁৰাটোৰ দৰে
তোমাৰ চকু কণা হৈ যাব।

পদফাকিৰ অৰ্থ যিয়েই নহওক কিন্তু ল'ৰা-ছোৱালীবিলাকৰ বিশ্বাস যে আঙুলিৰ ফাঁকেৰে চুৰ কৰি চোৱাজন কণা হ'ব পাৰে।

অঞ্চলবিশেষে 'কুলি গাপ্চুনাম'ৰ বিভিন্ন পাঠ (text) আৰু জমিন (texture) পোৱা যায়। যেনে—

(ক) 'একনাং দুকনাং তিনেই চাৰ
বৰ্দি পাৰতি মঙলবাৰ
তেঃৰে বাঃবা নিক্পাতি
চুপ্ চাপ্ [illegible]বৰ দাৰ।'[১৯]

(খ) 'একই দুঃকৈ নৰৈ জাব
বে-ই বাঃকৰ জন্তুৰলৈ
চাম্ চিং কৰৈ চিং
আতৰ নাঙল মঃয়িং
উনেচ কুৰি তান্তিকুৰি বিচ।'[২০]

হাতেৰে চকু ঢাকি ৰখাজনে বাকীসকলক বিচাৰি উলিয়াবলৈ সক্ষম বা অক্ষম হোৱাৰ ওপৰতেই খেলৰ হৰা-জিকা নিৰ্ভৰ কৰে।

(৮) কোমোৰাং খেলা ঃ প্ৰায় দহ-বাৰজনমান ল'ৰা-ছোৱালীয়ে ৰে'লৰ দবাৰ দৰে ইজনে সিজনৰ কঁকালত ধৰি সন্মুখৰ ফালে আগুৱাই যায়। দুজন ল'ৰাই বা ছোৱালীয়ে আগুৱাই গৈ থকা দলটোক বাধা দিবলৈ চেষ্টা কৰে। দলটোৱে তলৰ গীতফাকি গাই গাই সেই বাধা অতিক্ৰম কৰিবলৈ প্ৰয়াস কৰে। যেনে—

'ইপিমিৰ কপি মিৰ

---

১৮ সংবাদদাত্ৰী ঃ ৰিজুমণি দলে, ২০, মাজুলী মিছামৰা, যোৰহাট ৩/৯/৮৯

১৯ সংবাদদাত্ৰী ঃ বেহেনা পাতিৰ, ২০, পুৰণা জেলেম, ১০/৩/৮৯

২০ উক্ত সংবাদদাত্ৰী।

দৃৰ্দাঙীম তক্ম্ত
তলক্ গৃয়েনে বলক্ গৃয়েনে
ইপিমিৰ কপি মিৰ
দৃৰদাঙীম তকম্ত. . .।[২১]

অৰ্থ ঃ ইফালে যাওঁনে সিফালে যাওঁ,
ইফালে পথ বন্ধ, সিফালেও পথ বন্ধ
মাজত আছে বৰ চেপাৰ ভেটা
কেনেকৈনো পাৰ হওঁ এতিয়া?




কোনো কোনো অঞ্চলত কোমোৰা খেলক 'চুম্বুৰ' খেলো বোলে। গীতটোৰ পাঠো বিভিন্ন ৰূপত পোৱা যায়।

যেনে— চুম্বুৰ চুম্বুৰ নাকৈয়া
কাঃকৈ নাকৈয়া
চুম্বুৰ চুম্বুৰ নাকৈয়া
কাঃ কৈ নাকৈয়া।'[২২]

অৰ্থ ঃ চুম্বুৰ্ চুম্বুৰ কৰি জঁপিয়াই
সৰু মোমাই কলৈনো যোৱা
চুম্বুৰ চুম্বুৰ কৰি জঁপিয়াই
সৰু মোমাই কলৈনো যোৱা. . .।

**(৯) পকা দুক্নাম্ ঃ** আধুনিক কাবাদি খেলৰ লগত পকা দুক্নাম্ খেলৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি। পথাৰত বা চোতালত দিনত বা জোনাক ৰাতি এইবিধ খেল অনুষ্ঠিত হয়। খেল খেলাৰ পূৰ্বে Court এখন প্ৰস্তুত কৰি লোৱা হয়। কৰ্টখন সমানে পাঁচ ভাগত বিভক্ত কৰা দেখা যায়। প্ৰথম ভাগৰ বাহিৰত পাঁচজন ল'ৰা বা ছোৱালী থাকে। পাঁচ ভাগৰ প্ৰতিটো ভাগতে বিভিন্ন স্থানত একোজনকৈ পাঁচজন ল'ৰা বা ছোৱালী থাকে। প্ৰথম ভাগৰ বাহিৰত থকা এজনে 'লুই আঃবে পাঁচ আঃবে লুই আঃবে পাঁচ আঃবে'[২৩] পদাংশ গাই পঞ্চম ভাগত আঁচডাল স্পৰ্শ কৰি পুনৰ আগৰ স্থানলৈ ঘূৰি

২১ সংবাদদাত্ৰী : ছোৱালী পেগু, ৪৮, অন্নপুৰ ১/২/৯০
২২ সংবাদদাতা : দেবেন দলে, ৫০, তবাজান, হোজাই, ২৫/১২/৯০
২৩ উক্ত সংবাদদাতা

আহিবলৈ যত্ন কৰে। যাওঁতে বিভিন্ন ভাগত ৰৈ থকা খেলুৱৈয়ে চুলেই তেওঁ মৰিব। সেইদৰে প্ৰথম ভাগৰ বাহিৰত থকা আৰু ভিতৰত থকা পাঁচজনৰ মৰা-জীয়াৰ ওপৰত খেলৰ ফলাফল নিৰ্ণয় কৰা হয়।



কৰ্ট

১, ২, ৩, ৪, ৫ খেলুৱৈ

**(১০) আকৰ কতিয়া খেল ঃ** অমিচিং অসমীয়া সমাজত প্ৰচলিত প্ৰশ্নোত্তৰ আৰু যুক্তিবিশিষ্ট সাধুকথাৰ লেখীয়া 'অ' ফুল, অ' ফুল নুফুল কিয়' গীতটোৰ সংযুতিবিশিষ্ট 'আকৰ কতিয়া' গীতৰ মাজতো সাধুকথাধৰ্মী বৰ্ণনাৰ ইংগিত পোৱা যায়।

আকৰ কতিয়া বুঢ়ীৰ পাঁচজন ল'ৰা। সিহঁত পথাৰলৈ নাযায়। বুঢ়ীয়ে পুতেকহঁতৰ এজনক পথাৰলৈ পাচিলেই সি আহি বুঢ়ীৰ ভৰিত ধৰে।

এদিন বুঢ়ীয়ে ল'ৰাহঁতক লগত লৈ পথাৰলৈ যাবলৈ ওলাল। বুঢ়ীয়ে যিমান বেগাই খোজকাঢ়িব পাৰে, সিমান বেগাই পুতেকহঁতে খোজকাঢ়িব নোৱাৰে। সিহঁতে মাকৰ ভৰিত ধৰিহে যায়। তেনে অৱস্থাত বুঢ়ীয়ে তলৰ গীতটো গাই গাই আগবাঢ়ি গৈ এটা কাঠৰ মুঢ়াত ল'ৰাহঁতক ধৰিবলৈ কয়। তদনুক্ৰমে ল'ৰাহঁতে কাঠৰ মুঢ়াটোত ধৰি থাকে। বুঢ়ীয়ে এজন এজনকৈ ল'ৰাহঁতক টানি আনি কয়—

'তুমি ধানখেতিলৈ যোৱা
তুমি গোমধানৰ খেতিলৈ যোৱা
তুমি আদা খেতিলৈ যোৱা
তুমি জলকীয়া খেতিলৈ যোৱা
তুমি শাক-পাচলি খেতিলৈ যোৱা . . .।

এইদৰে বুঢ়ীয়ে পুতেকহঁতক জোৰ কৰি পথাৰলৈ পঠায়। কিন্তু ল'ৰাহঁতে খেতিলৈ যোৱাৰ ভাও জুৰি লুকাই থাকি গধূলি ঘৰলৈ ঘূৰি আহে।

এই খেল ছয়জন ল'ৰা বা ছোৱালীৰ মাজত অনুষ্ঠিত হয়। এজন মাক হয় আৰু বাকীকেইজন পুতেক হয়। মাক প্ৰশ্ন কৰে। পুতেকহঁতে উত্তৰ দিয়ে। যেনে—

মাক ঃ আকৰ কতিয়া টাঁঙালি টাঁঙালি
ল'ৰা ঃ ঙেৰ্ ঙুৰ্
মাক ঃ আকৰ কতিয়া টাঁঙালি টাঁঙালি
ল'ৰা ঃ ঙেৰ্ ঙুৰ্।[২৪]

---

২৪ সংবাদদাত্ৰী ঃ হেমা কামান, ৪০, জোনাই, ৬/৫/৮৯

কোনো কোনো পণ্ডিতে ল'ৰা-ছোৱালীৰ পদ আৰু খেল-ধেমালিৰ গীতত প্ৰাচীন মিথ আৰু ক্ৰিয়া-কাণ্ডৰ আভাস পাইছে।[২৫] মিচিং গীতত সঘনে জোন-বেলিৰ উল্লেখ পোৱা যায়। মিচিংসকলৰ বিশ্বাস মতে জোন পিতৃ, বেলি মাতৃ। গতিকে প্ৰাচীন মিথ আৰু ক্ৰিয়া-কাণ্ডৰ আভাস যে মিচিং গীতত পোৱা যায় তাত সন্দেহ নাই। এই ফালৰ পৰা মিচিং সমাজত প্ৰচলিত ল'ৰা-ছোৱালীৰ পদ আৰু খেল-ধেমালি গীতৰ প্ৰতীকী অৰ্থ থকাৰ অনুকূলে মত পোষণ কৰিব পাৰি।

**৬.০২ ধৰ্মীয় গীত, প্ৰাৰ্থনা, মন্ত্ৰ আদি ঃ**

**(ক) ধৰ্মীয় গীত ঃ** মিচিং সমাজত প্ৰচলিত লোক-ধৰ্ম সম্বন্ধীয় বিভিন্ন পূজা-পাতল, উৎসৱ-পাৰ্বণ অনুষ্ঠানাদিত দেৱ-দেৱীৰ সন্তুষ্টিৰ বাবে গোৱা স্তুতিমূলক গীত-পদকে ধৰ্মীয় গীত ৰূপে আখ্যা দিব পাৰি। মিবু বা মিবুসকল এই শ্ৰেণী গীতৰ স্ৰষ্টা আৰু গায়ক। যিকোনো মংগল চোৱা কাৰ্যত বা মিবু দাক্নাম্ কৃত্যৰ আৰম্ভণিত মিবুৱে যাৰ ঘৰত মংগল চায়, এই ঘৰৰ গুঃমৃনজনৰ অনুমতি বিচাৰি প্ৰাৰ্থনা কৰে।

'কিঃৰ আনী গুঃমৃনী
পেঃগু আনী গুঃমৃনী
গুঃমৃন দঃগ্ৰি অী লঃয়ি দলংকা
পিঃদে লাঃবঙী লঃয়ি দলংকা।'[২৬]

অৰ্থ ঃ হে পেঃগু গোত্ৰৰ পালিত পিতৃ-মাতৃসকল,
কোনো আপদ-বিপদ বা বাধা-বিঘিনি নোহোৱাকৈ
বংশৰ উজ্জ্বল পথেৰে মোক (মিবুক) লক্ষ্যস্থানত
উপনীত হ'বলৈ দিয়া আৰু ঘৰৰ আপদ-বিপদৰ
সন্ধান ল'বলৈ দিয়া।

ইয়াৰ পিছতে মিবুৱে লক্ষ্মী দেৱীক স্তুতি কৰে—

'কীৰু নাঃনী বৃন্‌পু নাঃনা
তাঃবী দঃজৃগ্‌ক জৃগ্‌গেঃ তকা
লীঃনি দঃজৃগ্‌ক জৃগ্‌গেঃ তকা
কীঃৰু গম্‌তাগীম্ তাংগে লাংকা
বৃন্‌পু গম্‌তাঙীম্ তাংগে লাংকা. . .।'[২৭]

অৰ্থ ঃ হে লক্ষ্মীদেৱী মাতৃ। তুমি মোৰ আগে আগে
গৈ মোক বাট দেখুৱাই দি যোৱা আৰু
লগে লগে কি ক'ব লগা আছে বা কৰিব লগা আছে
এই আটাইবোৰ কথা কৈ যোৱা।

---

২৫ P. Goswamin : Folk-Literature of Assam, pp.53-54

২৬ সংবাদদাতা ঃ মাধৱ পেগু, মেচাকিটভানি, জোনাই, ২৫/৩/৮৯

২৭ উক্ত সংবাদদাতা।

**(খ) মন্ত্ৰ ঃ** পৃথিৱীৰ অন্যান্য সমাজৰ দৰে মিচিং সমাজতো উচ্চ স্বৰে কৰা জনতাৰ জয়ধ্বনি বচন আৰু বাক্যৰ কথাই তন্ত্ৰ-মন্ত্ৰৰ কাম কৰে। মানুহে কঠোৰ তপস্যা-সাধনৰ বলত প্ৰসিদ্ধি লাভ কৰা বাক্যৰ দ্বাৰা শাও-শপনি, অভিশাপ দিয়াৰ প্ৰতিক্ৰিয়া আৰু ইয়াৰ ওপৰত গ্ৰাম্য লোকে কৰা বিশ্বাসৰ কথাকেই এই প্ৰসংগত উল্লেখ কৰিব পাৰি। এনেবোৰ তান্ত্ৰিক মনোদৰ্শনৰ ভিত্তিত কৰা কাৰ্যৰ প্ৰত্যেক্ষ প্ৰমাণ নিশ্চয়কৈ পায় বা প্ৰতিফলিত হয়, কিন্তু দোষীক বচোৱাৰ বা প্ৰতিকাৰৰ কোনো উপায় নাই।[২৮]

এই প্ৰসংগত প্ৰফুল্লদত্ত গোস্বামীৰ মন্তব্য প্ৰণিধানযোগ্য— 'সূত্ৰৰ দ্বাৰা প্ৰমাণ কৰাই বিজ্ঞান, যুক্তিৰ দ্বাৰা সন্দেহ ভঞ্জন কৰাই দৰ্শন, সূত্ৰ নাই যুক্তি নাই, কেৱল কেইটামান শব্দৰ গাঁথনি আৰু কিছুমান ধৰা-বন্ধা ক্ৰিয়াৰ দ্বাৰা মনৰ কামনাৰ ফল লাভ কৰাই যাদু-মন্ত্ৰ। মন্ত্ৰত অৰ্থতকৈও ডাঙৰ হৈছে তাৰ 'শব্দ শক্তি', ওজা আৰু আনৰো ধাৰণা, শব্দ বিশেষ ভাৱে উচ্চাৰণ কৰিলেই উদ্দেশ্য সিদ্ধি হয়।'[২৯]

মন্ত্ৰবোৰ প্ৰধানভাৱে ধৰ্মীয় বিশ্বাসৰ ইতিহাস। দেৱতা-অপদেৱতা, বিপদ-আপদ, বেমাৰ-আজাৰ, শত্ৰু আৰু জন্তুৰ ভয়ৰ পৰা ব্যক্তি সমাজ, শস্য-সম্পদক ৰক্ষা কৰিবলৈ মন্ত্ৰ প্ৰয়োগ কৰা হয়। মিচিং সমাজত প্ৰচলিত মন্ত্ৰত উল্লেখ থকা দেৱ-দেৱীসকল হ'ল ঃ দঃঞি-পঃল, কাৰ্চিং-কাৰ্তাক, চেঃদি-মেঃল, দিঃতী নাঃনী, চিনী-মীঃব আদি। এই দেৱ-দেৱীসকলৰ অভিব্যক্তিত কল্যাণকামিতা আৰু অকল্যাণকামিতা উভয় বৈশিষ্ট্য বৰ্তমান। গতিকে এই দেৱ-দেৱীসকলক সন্তুষ্ট কৰি ব্যক্তি আৰু সম্পদক নিৰাময় কৰি ৰখাই হ'ল মন্ত্ৰবোৰৰ প্ৰধান উদ্দেশ্য।

মিচিংসকলে ব্যৱহাৰ কৰা যাদু-মন্ত্ৰক প্ৰধানকৈ তিনিটা ভাগত ভাগ কৰিব পাৰি—

(১) ধৰ্মকাৰ্যৰ উপলক্ষে ব্যৱহাৰ কৰা যাদু-মন্ত্ৰ

(২) মানুহৰ জ্বৰ-নৰীয়া, বেমাৰ-আজাৰ হ'লে তাৰ আৰোগ্য লাভৰ বাবে ব্যৱহাৰ কৰা যাদু-মন্ত্ৰ আৰু

(৩) খেতিপথাৰৰ শস্য আৰু জীৱ-জন্তুৰ মংগল কামনা কৰা যাদু-মন্ত্ৰ।

**(১) ধৰ্মকাৰ্য উপলক্ষে ব্যৱহাৰ কৰা যাদু-মন্ত্ৰ ঃ** মিচিংসকলৰ পুৰোহিত শ্ৰেণী মিবু বা মিবুসকলে তেওঁলোকৰ ধৰ্মীয় অনুষ্ঠানাদিত কাৰ্য সিদ্ধিৰ সফলতা কামনা কৰি প্ৰথমেই তেওঁলোকৰ বিভিন্ন শক্তি সম্পন্ন দেৱ-দেৱীক পূজা-অৰ্চনা কৰে। এনেদৰে পূজা-অৰ্চনা কৰোঁতে যি মন্ত্ৰ মতা হয়, তাকে ধৰ্মকাৰ্য উপলক্ষে ব্যৱহাৰ কৰা যাদু-মন্ত্ৰ বোলে।[৩০]

**(২) মানুহৰ জ্বৰ-নৰীয়া হ'লে তাৰ পৰা আৰোগ্য লাভৰ বাবে কৰা যাদু-মন্ত্ৰ ঃ** জ্বৰ-নৰীয়া, বেমাৰ-আজাৰ হ'লে প্ৰথমে বেমাৰৰ অধিপতি দেৱ-দেৱীক কুকুৰা, গাহৰি, কণী, চাউল আদি আগবঢ়াই আৰোগ্য কামনা কৰে। এই অনিষ্টকাৰী দেৱ-দেৱীসকলে বিভিন্ন সময়ত ভিন্ন ভিন্ন ৰূপ পৰিগ্ৰহণ কৰি জীৱসমূহৰ মাজত নানা বেমাৰ ৰূপে দেখা দি আক্ৰান্ত কৰে। উদাহৰণস্বৰূপে তলত এনেধৰণৰ দুটামান মন্ত্ৰ উল্লেখ কৰা হ'ল—

২৮ ভৃগুমণি কাগয়ুং ঃ 'মিবি সমাজৰ ভৱিষ্যত গণনা আৰু তন্ত্ৰ-মন্ত্ৰমূলক বিশ্বাস', কালপুৰুষ, পৃ.৪০, নৱেম্বৰ সংখ্যা, ১৯৮৮

২৯ প্ৰফুল্লদত্ত গোস্বামী ঃ জাপানৰ জনকৃষ্টি আৰু অন্যান্য ৰচনা, পৃ.১৭-১৮

৩০ অনুগ্ৰহ কৰি পৃষ্ঠাত চাওক।

**(ক) কাঃৰাগ্ মন্ত্ৰ :**

'হিদী অমুকাংন তমুকাংন
কীনঃ তৃংলৃলা, আচিনাং অলা
গৃদুম্ গৃপাদ্লা নক্ কিদু কিয়পী কিম দুঃমৃল
চিদী নম্ আম্বৃন্ অগৃনক বিদুঃ নীকী
ন-মৃল দলাংকা ন-মাঃ মৃল আজীঙীকী
চিদী নম্ বিদুঃ নীকী।'[৩১]
অৰ্থ : হে অমুকা তমুকা (মৃতগৰাকীৰ প্ৰেতাত্মা) তুমি
এই ফালেদি ক'ৰবাত অহা-যোৱা কৰোঁতে
ভোক-পিয়াহ নতুবা মৰম-স্নেহত অমুকা বা
অমুকীৰ পেটৰ বিষ কৰাইছা তেন্তে আজিৰ পৰা
পেটৰ বিষ নাইকিয়া কৰা, এয়া
তোমাক এমুঠি চাউল আৰু এবাতি শীতল
পানী দিছোঁ, তাকে খাই তুমি যোৱাগৈ।

**(খ) ইগি-য়াল গক্নাম্ মন্ত্ৰ :** অনিষ্টকাৰী ভূত-প্ৰেত, ডাইনী-যখিনী, দেব-দেবীবিলাকে মানুহৰ পৰা পূজা-পাতল বিচাৰি ঘূৰি ফুৰোঁতে মানুহক নিৰ্জন ঠাইত অকলশৰীয়াকৈ লগ পালে ই ভয় দেখুৱায়। মানুহজনে ভয় খোৱাৰ লগে লগে তেওঁৰ 'য়াল'টো অৰ্থাৎ আত্মাটো সেই ভূত-প্ৰেতবিলাকে লুকুৱাই ৰাখে বুলি বিশ্বাস কৰা হয়। 'য়াল' যোৱা মানুহজনৰ গাত বেমাৰ-আজাৰে দেখা দিয়ে। তেতিয়াই নৰীয়াত পৰা ৰোগীগৰাকীৰ য়ালটোক্ পুনৰায়ণৰ বাবে মিবু বা মিবৃৰ আশ্ৰয় লয়।

মিবু বা মিৰিজনে ৰোগীজনৰ আত্মাটো ক'ত আছে আৰু কোনে লুকুৱাই ৰাখিছে তাক জনাৰ পিছত গাহৰি, কুকুৰা যাক যি লাগে উছৰ্গা কৰি ৰোগীগৰাকীক বিশেষ এটা **বীজিৰে (জঃচাগ্)** আগবঢ়াই খাবলৈ দিয়াৰ আগতে তলৰ মন্ত্ৰ ফাকি মাতে।

'চিদী আকচিন্না, নম্ বমি আংজি চক্
য়াল বম্নী আত তকুনম্ তকু গুম্পঃ নম্
চিল তাংঙ য়েগ্ৰাক য়িঃ পাংলক অগ্বিলা
নম্ চিল য়াল জঃচাগ্ক জংবি দুংকুনী
য়েগ্‌ল দৃৰ্গম্ দৃৰ্বি দুংকুনী
চিল চিদী অজং কান্মাংক কাদ্বিলা
কেংচি পৃমাংক পৃবি দুংকুনী
চ-মুই গাংবলা দবা তৃঙা তকুলাংকা
দপং আপিনীম্ চিদী নম্ চাক্বি দুংকুনী
চিদী মৃনাংপী গৃআঃ লাংকুকা
য়ালুৰীম্ তবিলাংকুকা।।

---

৩১ সংবাদদাতা : মাধৱ পেগু

চক্‌ল দৃৰ্‌গম্‌ দৃৰ্‌বি তুংকুনী
য়েগ্‌ল দৃৰ্‌গম দৃৰ্‌বি তংকুনী
অদীং কাত্‌মাংক কাত্‌বি তুঃনী।
কেঃচি পৃমাংক পৃবি তুংকুনী
মুই গাঃবলা চ মৃনাঃপী য়ালুৱীম্‌
তলৃগ্‌ বিলাংকুকা।।[৩২]

অৰ্থ ঃ এয়া, বমি গোত্ৰ আজোককা দেউতা (যদি এই উৰমে নিছে)
আজি তোমাৰ কাৰণে পাঁচ বছৰীয়া মতা গাহৰি
এটা বধ কৰি পূজা-উপাসনা কৰিছোঁ। লগতে
পঃৰ আপং, আদা মিশ্ৰিত মাছ আগবঢ়াইছোঁ।
সকলোতকৈ আগত তোমাৰ ভাগৰখিনি দিছোঁ,
তুমি কোনো সংশয় নোহোৱাকৈ তোমাৰ ভাগৰ
বস্তু খাবলৈ আহা।
তোমাৰ বাবে পাঁচ বছৰীয়া গাহৰি মঙহ
আপং, আদা আৰু মাছ গোটাই
সকলো সম্ভাৰ তোমালৈ আগবঢ়াইছোঁ।
তুমি সন্তুষ্ট হোৱা আৰু
সোনকালে য়ালটোক এৰি দিয়া।

**(৩) খেতিপথাৰৰ শস্য আৰু জীৱ-জন্তুৰ মংগল কামনা কৰা মন্ত্ৰ ঃ**

পথাৰৰ শস্যবিলাকৰ মংগলৰ বাবে বিভিন্ন পূজা-অৰ্চনা কৰা দেখা যায়। সেয়ে 'আলি-আই লৃগাং' উৎসৱত বীজ মাটিত পেলোৱাৰ সময়ত খেতিৰ অনিষ্টকাৰী দেৱ-দেৱী বা পোক-পৰুৱা আদিয়ে যাতে অনিষ্ট নকৰে তাৰবাবে তলৰ মন্ত্ৰফাকি গায় ঃ

'দঃঞি পঃল কাঃদাগ্‌ তাদ্‌দাগ্‌ লাংকা
চিনী মীঃব কাঃদাগ্‌ তাদ্‌দাগ্‌ লাংকা
কাৰ্চিং-কাৰ্তাক্‌ কাঃদাগ্‌ তাদ্‌দাগ্‌ লাংকা
দঃমুগ্‌ দংকাং কাঃদাগ্‌ তাদ্‌দাগ্‌ লাংকা
নলুম্‌ লুতাদ্‌ দুঃনীকী
আকচিন্‌না আম্‌গং জীগ্‌ঙীম্‌ গঃচাং মতেইকা
চিদী বিদুঃনীকী. . .।[৩৩]

অৰ্থ ঃ হে চন্দ্ৰ-সূৰ্য, ঘৰৰ উপৰিপুৰুষ আৰু পৃথিৱী,
বনৰ চৰাই-চিৰিকটি, পোক-পৰুৱা, আকাশৰ
গ্ৰহ-নক্ষত্ৰ, কাৰ্চিং-কাৰ্তাং আদি দেৱতাগণ

৩২ সংবাদদাতা ঃ মাধৱ পেগু
৩৩ সুৰেন দলে ঃ আলি-আয়ে লিগাং, পৃ.৪

তোমালোকক আমি প্ৰণাম জনাই আজিৰ পৰা আমাৰ
পথাৰৰ শস্য সিঁচিবলৈ আৰম্ভ কৰিছোঁ,
এমুঠিয়ে শ-মুঠি আৰু এডালিয়ে শ-ডালি
হ'ব লাগে- এয়া তোমালোকক আমি পূজা দিছোঁ।

কোনো কোনো অঞ্চলত ঘৰৰ ঘাই গৃহিণীয়ে পথাৰৰ এচুকত কোৰেৰে মাটি চহাই বীজ সিঁচে। তেতিয়া তলৰ মন্ত্ৰটো গায়—

'উপকী গুঃচিন্ গাম্‌মাঙী তল বল লাংকা।
চিল তাগৃয়িং তাংঙক দপী-তৃংপী নাম্ বিদুং।
অপান্ আংৰেনীম্ কগঃ মাংগম্ বিচুয়েকু।
কুম্‌দাং ৰুংঙঙী কাঃত তাত্ তলাং
চিনী য়গ্‌নী তাঃত-য়াঃয় নলুকী কাঃলা তাদ্‌লাংকা।'[৩৪]

অৰ্থ ঃ বিপদ-আপদ বিফলতা, বাধা-বিঘিনিবোৰ ইয়াৰ চাৰিও ফালৰ পৰা আঁত'ৰি যোৱা। আজি পাঁচ-দহ বছৰ ধৰি খাবলগীয়া ধানৰ বীজ সিঁচা কাম আৰম্ভ কৰিছোঁ। দুখীয়া, খোজনীয়া, মগনীয়াক দান দিম। ঘৰৰ লক্ষ্মীদেৱী বা মংগল ৰাখোঁতাই দৃষ্টি ৰাখক, মৃত আতা-আবু, পূৰ্বপুৰুষসকল, তোমালোকে শস্যবোৰ নষ্ট হ'বলৈ নিদিয়াকৈ ঢাকি ৰাখিবা।

মানুহ, গৰু-ম'হ, হাতী-ঘোঁৰা আদি জীৱ-জন্তুবিলাকৰ বেমাৰ-আজাৰ, মাৰি-মৰক আদিৰ পৰা ৰক্ষা পাবৰ বাবে দবুৰ পূজাত আজাঁং দিয়া হয়। আজাঁং দিয়াৰ সময়ত গৃহস্থই হাতত কুকুৰা বা কণী এটাৰ লগত চাউল, নিমখ, জলকীয়া, আপং আগবঢ়াই দি মংগল কামনা কৰি তলত দিয়া মন্ত্ৰটো গায়—

'দঃঞি পঃল কাঃদাগ্ তাদ্‌দাগ্ লাংকা
কাৰ্চিন-কাৰ্তাগ্ নলু কাঃদাগ্ তাদ্‌দাক্ লাংকা
চিল কলক্‌কী ৰাম্‌নাম্-কিনাম্ গঃৰু মেন্‌জাঁগ্
আৰৃগ্ অৃচৃঙীম্ পুঃপ জাৰৃপ মতেইকা
আপ্‌পৃঙীম্ আঁচাৰ বিঃবি মতেইকা
চিল আজাঁঙীম্ বিপাগ্ লুপাগ্
দুঃবনীকী ইদীকা. . .।'[৩৫]
অৰ্থ ঃ হে চন্দ্ৰ-সূৰ্য, কাৰ্চিন্-কাৰ্তাগ আদি দেৱতাসকল
আজিৰ পৰা তোমালোকে ঘৰখনৰ অপায়-অমংগল,
মাৰি-মৰক, বেমাৰ-আজাৰ আঁতৰাই খেতিপথাৰ,
গৰু-ম'হ, হাতী-ঘোঁৰা আদি পোহনীয়া জন্তুবিলাকৰ
জীৱন ৰক্ষা কৰা। তোমালোকৰ পূজাৰ বাবে
আজাঁং দিছোঁ। তোমালোক সন্তুষ্ট হোৱা.

---

# সপ্তম অধ্যায়

## ৭.০১ দঃয়ৃং বা দঃয়িং কাবান

মিচিং মৌখিক গীত-পদসমূহৰ ভিতৰত দঃয়িংবোৰ বিশেষভাৱে উল্লেখযোগ্য। দঃয়িং পদৰ প্ৰতিৰূপ অসমীয়াত 'মালিতা' আৰু ইংৰাজীত ballad বা বেলেড্ বা বেলাড। অৱশ্যে এতিয়ালৈকে অসমীয়াত 'বেলেড' পদৰ ভাল প্ৰতিশব্দ স্থিৰ কৰা হোৱা নাই। হেমচন্দ্ৰ বৰুৱাই 'বেলেড'ক সূচিত কৰিবৰ কাৰণে 'মালিতা' পদটোক ব্যৱহাৰ কৰিছিল। 'প্ৰকৃত মালিতাত আখ্যানৰ প্ৰাধান্য সুস্পষ্ট— তাক বেলেডৰ দৰে গোৱা হয়, অৰ্থাৎ দুয়োবিধ একে শ্ৰেণীৰ।'[১]

বেণুধৰ শৰ্মাই বেলেডৰ অসমীয়া প্ৰতিশব্দ হিচাপে 'বৰতী' পদটো (term) ব্যৱহাৰ কৰিছিল[২] যদিও এই পদটোৱে বিশেষভাৱে সমাদৰ লাভ কৰিব পৰা নাই।

অসমীয়া 'মালিতা' শব্দৰ উৎপত্তি সংস্কৃত 'মালিকা' শব্দৰ পৰা হৈছে। বঙালী সাহিত্যত ইয়াক কোৱা হয় গীতিকা। হিন্দীত পদ্য-কথা। ইংৰাজীত Ballad বুলিলে যি বুজোঁ, সিয়েই অসমীয়াত কাহিনী গীত বা মালিতা। ইংৰাজী Ballad শব্দটো লেটিন Ballare শব্দৰ পৰা উৎপত্তি হৈছে। পৃথিৱীৰ ভিন্ ভিন্ ভাষাত মালিতাৰ ভিন ভিন নাম। ৰুচ সাহিত্যত Byliny, স্পেনীয় ভাষাত Romancero, ইউক্ৰেনীয় সাহিত্যত Dumi, যুগুশ্লভিয়ান সাহিত্যত Junacke Pesme আৰু ফৰাচী ভাষাত Pastourelle।[৩]

আমাৰ অসমীয়া মালিতাৰ বিষয়ে প্ৰফুল্লদত্ত গোস্বামীয়ে এইদৰে কৈছে— '(মালিতাৰ) গীত-পদ গুৰিতে নৃত্যৰ সৈতে অবিচ্ছেদ্যভাৱে জড়িত আছিল, বেলেড শব্দটোৱেও নৃত্যৰ পৰিপূৰকভাৱে গোৱা গীতহে বুজায়। আদিম যুগত যেতিয়া হয়তো খেলটো চিকাৰৰ পৰা উভতিল, তেতিয়া কোনোবা এজনে হাবিত কি কৌশল আৰু কেনে বিপদৰ মাজত হাতী বা বাঘ ঘাইল কৰা হ'ল, কেনেদৰে তাক ধৰা হ'ল, এনে ঘটনাবিলাক হাত-ভৰি জোকাৰি অংগী-ভংগী কৰি বৰ্ণনা কৰিছিল, এনে বৰ্ণনাই সতকাই ওচৰে-পাঁজৰে থকা মানুহবিলাকৰ মন আকৰ্ষণ কৰে আৰু গোটেইবিলাক মানুহে গোট খাই এটা উত্তেজনাৰ আবেষ্টনী সৃষ্টি কৰে। . . . তেনে উত্তেজনাপূৰ্ণ আবেষ্টনীত সকলো মানুহেই একেজন ব্যক্তিৰ দৰে অংগী-ভংগী কৰে আৰু শৰীৰৰ উত্তেজনা মুখেৰে প্ৰকাশ কৰে। মুখেৰে প্ৰকাশ কৰা লয়পূৰ্ণ এই উত্তেজিত ভাষাই মালিতাৰ মূল বস্তু।'[৪]

---

১ প্ৰফুল্লদত্ত গোস্বামী : অসমীয়া জন-সাহিত্য, পৃ.৪১

২ বেণুধৰ শৰ্মা : 'দুনৰি' পৃ.২৬

৩ নন্দ তালুকদাৰ : কবি আৰু কবিতা, পৃ.৩০

৪ প্ৰফুল্লদত্ত গোস্বামী : পূৰ্বোক্ত গ্ৰন্থ, পৃ.৪১

মালিতাক যদিও গীত বুলি কোৱা যায় তথাপি গীত আৰু মালিতা একে নহয়। গীতত সুৰৰ প্ৰাধান্য বেছি। কিন্তু মালিতাৰ বৈশিষ্ট্য লুকাই থাকে কথা-বস্তুৰ আঁৰত। গীতত তাল-মান-লয় অপৰিহাৰ্য অংগ। মালিতাৰ আকৰ্ষণীয় দিশ কথা-বস্তু। অৱশ্যে মালিতা আবৃত্তিধৰ্মী নহয়, সংগীতধৰ্মীহে। আনহাতে মালিতাত ব্যক্তি অনুভূতিৰ প্ৰাধান্য সামূহিক অনুভূতিতকৈ অধিক।

মালিতা কাহিনীপ্ৰধান, ইয়াৰ বৈশিষ্ট্য প্ৰকাশ পায় চৰিত্ৰৰ ক্ৰিয়া, পৰিৱেশ আৰু বিষয়বস্তুৰ ওপৰত। ইয়াৰ ভিতৰত ক্ৰিয়াৰ প্ৰাধান্য বেছি: কাৰণ কাহিনী অগ্ৰসৰ হ'ব লগা হয় ক্ৰিয়াৰ মাধ্যমেৰে, স্বৰূপাৰ্থত মালিতা কাহিনী প্ৰধান, চৰিত্ৰ প্ৰধান নহয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে পাশ্চাত্য সাহিত্যৰ মালিতা প্ৰাচ্য সাহিত্যৰ মালিতাতকৈ অধিক কাহিনীমুখী। কিন্তু আমাৰ সাহিত্যৰ মালিতাত বৰ্ণনাৰ প্ৰাধান্য বেছি। এনে বৰ্ণনাৰ বাবে বহু সময়ত নায়ক-নায়িকাৰ লগত পৰিচয় লাভ কৰিবলৈ ধৈৰ্যৰ প্ৰয়োজন হয়।

পৃথিৱীৰ আন আন সমাজৰ নিচিনাকৈ মিচিং সমাজতো মালিতাৰ জন্ম হৈছিল প্ৰাচীন কালত। মিচিং বেলেড অৰ্থাৎ দঃয়্যিং নিঃতমৰ জন্মৰ বা সৃষ্টিৰ আদিম স্তৰ হ'ল— মিবুসকলে গোৱা 'আঃবাং'। মিবু বা মিবৃয়ে গোৱা 'আঃবাঙ'ত আদিম 'তানিঃ' (মানৱ) গোষ্ঠীৰ জন্ম ৰহস্যৰ পৰা আৰম্ভ কৰি গছ-গছনি, চৰাই-চিৰিকটি, পৰ্বত-পাহাৰ, পোক-পৰুৱা, জীৱ-জন্তু আদিৰ জন্ম কাহিনী পৰিস্ফুট হৈছে। সৃষ্টিৰ আৰম্ভণি, ইয়াৰ বিকাশ আৰু বিভিন্ন খেল-পৰিয়ালৰ গোত্ৰ, বংশ, পৰম্পৰাৰ বুৰঞ্জী মিবুৱে 'আঃবাঙ'ৰ যোগেদি দাঙি ধৰে। মিবৃ বা মিবুয়ে আঃবাং গীত গাই যাওঁতে কি কি ঘটনাৰ কথা বৰ্ণনা কৰি গৈছে তাক হাত-ভৰি জোকাৰি অংগী-ভংগী কৰি প্ৰকাশ কৰে। অসমীয়া সমাজত ওজা-পালি অনুষ্ঠানত ওজাই পদ লগাই দিয়াৰ পিছত পালিবিলাকে ৰাগ বা ঢেক টানি নিয়াৰ দৰে মিবুৱে পদ লগাই দিয়ে আৰু মিবুৰ লগত অংশগ্ৰহণ কৰা ডেকা-গাভৰুসকলে ৰাগ টানে। 'আঃবাং' গাই যাওঁতে মিবু আৰু সংগীসকলে নৃত্য কৰে আৰু শৰীৰৰ উত্তেজনা মুখেৰে ব্যক্ত কৰে। অৱশ্যে কাহিনীটো মিবুৰ বাহিৰে বাকীসকলে নাগায়। কেৱল ঘোষাফাকিৰ অংশবিশেষ দোহাৰি মিবুৰ পিছে পিছে ভৰিৰে তাল ৰাখি বা জাঁপ মাৰি মাৰি, হাত চাপৰি বজাই আবেগ সহকাৰে আবৃত্তি কৰে।

দঃয়িংবোৰক প্ৰধানকৈ পাঁচটা শ্ৰেণীত ভাগ কৰিব পাৰি।

(১) পৌৰাণিক কাহিনী বা অতিকথা জাতীয় (Mythical);

(২) জনশ্ৰুতিমূলক (Legendary);

(৩) ঐতিহাসিক (Historical);

(৪) বাস্তৱধৰ্মী (Realistic) আৰু

(৫) কাল্পনিক (Imaginary)।

ওপৰোল্লিখিত পাঁচ প্ৰকাৰৰ দঃয়িঙৰ ভিতৰত প্ৰথমবিধ অৰ্থাৎ পৌৰাণিক কাহিনী বা অতিকথা জাতীয় দঃয়িংবোৰ সাধাৰণতে মিবু বা মিবৃয়ে ধৰ্মীয় প্ৰসংগত বা অনুষংগত আবৃত্তি কৰে। এইবিধ দঃয়িং আঃবাং ৰূপেও পৰিচিত।

**(১) পৌৰাণিক কাহিনী বা অতিকথা জাতীয় দঃয়িং :**

পৌৰাণিক কাহিনী বা অতিকথা জাতীয় দঃয়িংবোৰ আনবোৰ দঃয়িঙতকৈ প্ৰাচীন। ইয়াৰ কথাবস্তু

প্ৰধান ভাৱে সৃষ্টিমূলক। ঈশ্বৰ, জগৎ, জীৱ আদিৰ সৃষ্টি সম্পৰ্কীয় বৰ্ণনাৰে এইবোৰ ঋদ্ধ। দঃয়িঙত প্ৰতিফলিত হোৱা সমাজখন বৰ্তমানৰ সমাজৰ লগত নিমিলা এখন বেলেগ সমাজ। পৌৰাণিক কাহিনী বা অতিকথা জাতীয় দঃয়িঙত বৰ্ণিত বিষয়বস্তু মিচিংসকলৰ দৃষ্টিত সত্য আৰু পবিত্ৰ। উদাহৰণস্বৰূপে তলত এই শ্ৰেণীৰ এটি দঃয়িং দিয়া হ'ল—

(ক) 'মি কামাঙাই মিমাং কামাঙাই
দঃঞি কামাঙাই পঃল কামাঙাই
লঙ কামাঙাই য়ুমী কামাঙাই পৃআঙী কামাঙাই
আচ্‌চী কামাঙাই আমঙী কামাঙাই
উম্‌মী কামাঙাই আঁচাৰ কামাঙাই
চেঃদি বাঃবু বত্‌তাবৃ ৰুঃলেন্‌ত
দঃঞি পঃলমী আমং মঃদিয়েম্
উমৃ আঁচাৰীম ৰুক্‌জি মেঃৰাঙীম
আবু তানিয়েম. . .।'[৫]

অৰ্থ : কোনো মানুহ নাছিল,
কোনো পদাৰ্থ নাছিল,
নাছিল সূৰ্য, নাছিল চন্দ্ৰ,
নাছিল দিন, নাছিল ৰাতি
তাত নাছিল, কোনো মাটি,
নাছিল পানী, নাছিল জুই,
নাছিল বায়ু, কিন্তু পিতা
চেঃদিয়ে এই সকলো সৃষ্টি কৰিলে।

তেওঁলোকৰ ধাৰণা চেঃদি আৰু মাতৃ মেঃলৰ বৈবাহিক সম্পৰ্কৰ ফল স্বৰূপে সৃষ্টি হ'ল পৃথিৱী, পৰ্বত-পাহাৰ, ভিন্ ভিন্ পাতৰ গছ-গছনি, চৰাই-চিৰিকটি, পোক-পৰুৱা আৰু মানুহৰ। এই আটাইবিলাকৰ স্বকীয় কণ্ঠৰ ভাষা তেওঁলোকেই দিলে। প্ৰথম মানুহৰ (মিচিং) সৃষ্টি আৰু বংশ বৃদ্ধি সম্পৰ্কীয় এটি দঃয়িং 'মিঃবু আঃবাঙ'ত এনেদৰে পোৱা যায়।

**আঃবাঙী লুদ :**

(খ) 'কীয়ুম্ চেঃদৃ নাঃনী দী
কীঃৰ মেঃল বাঃবু দী
কন্‌ন তাকগী বাদ্‌গক লেন্‌দ দীম্
কঃনী ক জজি তনাইকী
আম্‌ব কয়য়াঙী জিজাঃ তনাইকী
দীল কীয়ম্ চেঃপিআী য়গ্‌ম বুলু

৫ সোণাৰাম পাএগং কটকী : মিৰি জাতিৰ বুৰঞ্জী, পৃ.৮৬

কৗংৰ চেগৗনৗ য়গ্‌ম বুলু
কংৰি কুল্লুং কুল্‌তু লাং
কয়য়াং গাৰঙৗ গাতুংলা
কন্‌ন বেলিঅৗ পিৰৗব্ বম্‌কাই,
চিগি বেলিঅৗম্ পিৰৗব্ বম্‌ৰাই
কৗয়ুম্ চেংদৃ নাংনৗ তৗচি
দংনৗ তিংলৗ বায়িঃ লেন্‌কাই
দৃংনৗ ময়বৗঅৗ অবৃং কপৗ
কৗয়ুম্ কংকি আবু মৗ
কৗংৰ কংমাং আনৗ মৗ
আজি দৃংৰৃঃ দৃংলেন্ পা
কৗয়ুম্ চেগ্নপি য়গ্‌ম বুলু
আমং বেলিঅৗ পিকি তুঙাই
চিগি তুৰ্মুগ্ চিজি দুং
কনৗ উক্‌চিং কৗবি দুং
কৗয়ুম্ তৗচি আনৗ তৗচি
কৗয়ুম্ অৃৰ্ব বমং মৗংলাং বমাংমৗ
দৃংনৗ মাম্বৃ দুংয়ি লেন্‌ত।
দৗল মক
চেংদৃ কংবৃ চিগি চিম্
বমং পালৃক্ পাপৗ লাং কুলা
গৃতৗ লউন্ ততং লেন্‌কাই,
দৗলক্ ৰঙৗম্
চেনি কংৰি চেগি তৗ
দৃংনৗ পৰাগৗ দৗত্‌কতৗ
দৃংনৗ নয়প্‌চিঅৗ আংগৃংক
নয়প্‌চি লাংগৰৗ তৗত তদৗম্
কৗয়ুম্ পলুং চৰৗ দৗ
পলুং পুৰঙৗ নৃগজঃ বম্‌কাই।
গৃংতৗ পুৰং নৃগজঃ বম্‌কাই
চেংদৃ নয়প্‌চি আংগৃদৗ
আব বগুম্ কপৗ
বগুম্ বিনৗ আচি বিনৗ

আঁজং লেন্‌কাই।

কাঃব কপী কাঃব লুপং
কেন্‌দ লেন্‌দ।
দীলক্ ৰঙীম
কীয়ুম্ চেঃদৃ নাঃনী
দৃঃনী অবাং তৃদাং কপী
কীয়ুম্ লৃঃতুং বাঃবুমীঃ লাং
কীঃৰ লৃঃমাং নাঃনী মীঃলাং
দৃঃনী অবী দুপুৰ লেন্‌ত,
কীয়ুম্ কংকি বাঃবু মীঃলাং
কীঃৰ কমাং নাঃনী মী
কংকি তাৰঙীম্, কমাং তাৰগগীম্
গাঃজঃ লেন্‌ত।
দীলক ৰঙীম্
কীয়ুম্ চিঃলি মিতীমী
কীয়ুম্ বান্‌দি মিতীমী
কীয়ুম্ বিচি[illegible]বতী মী
কীয়ুম্ দাঃদি বতী মী
কীয়ুম্ দঃৰ ৰঃব মী
মীয়ুম্ দঃগ্রি আঃজি মী
পীদুঃ নাঃনী মাম্‌বৃ
দুঃয়ি লেন্‌পা।[৬]

অৰ্থ ঃ চেঃদি মেঃলৰ সৃষ্টি হওঁতে পৃথিৱীত [illegible]টা প্ৰবল জোকাৰণি হৈছিল। এই জোকাৰণিৰ ফলত কিছুমান বস্তুৰ সৃষ্টি হ'ল আৰু এই বস্তুবোৰৰ পৰা চেঃদি, চেপি, য়গম্ আৰু মেঃল চেগন, য়গম্ আদি দেৱতাসকলৰ সৃষ্টি হ'ল। তাৰ পিছত ভগৱানৰ প্ৰথম সৃষ্টি কংকি কঃমাং নামৰ ব্যক্তি দুগৰাকীৰ পৰা চেপি, চেগম্, য়গম্ চেঃদি মেঃল আদিৰ সৃষ্টি হ'ল। সেই সময়ত পৃথিৱীত একেবাৰেই নাছিল। চেঃদি মেঃলই সৃষ্টি কৰিলে চন্দ্ৰ আৰু সূৰ্যক। চন্দ্ৰ আৰু সূৰ্যই পৃথিৱীৰ উপৰিভাগত পোহৰ বিলালে। ইয়াৰ পিছত চেঃদি-মেঃলই দুটা সন্তান জন্ম দিলে। সিঁহতৰ নাম কংকি আৰু কঃমাত্ ৰাখিলে। তাৰে এজন পুৰুষ আৰু আনজনী হ'ল তিৰোতা। তিৰোতাগৰাকীৰ নাম লৃঃমাং আৰু পুৰুষৰ নাম ৰাখিলে লৃঃতুং। লৃঃতুং আৰু লৃঃমাং উভয়ে যৌন আচৰণ-বিধিবোৰ জনা নাছিল। এদিন সিঁহতে কীট-পতংগ, জীৱ-জন্তু আদিৰ যৌন সংগমৰ আচৰণবোৰ দেখিবলৈ পালে। পৰিণতি স্বৰূপে তেওঁলোকৰো যৌন

৬ Rungkel Tayeng : 'KCYUM-KC : R[illegible]DO : YINGC; LUTAD, p. 5, May/83

গাদ্‌বমী দুঃবনী
দঃগ্রিঃ আবাঙ লৃঃলাদ্‌দ গেলাব্‌ গৃকাল বাঃতনীম্‌
দঃলু ৰৃগ্‌ব বলৃগ্‌লা য়ুম্‌মীম্‌ আঃম্‌দীম গাত্‌তুঃনী-অই অইয়া।
বাঃবু গেলাবৃ মীঃমি মীঃমিলা মীঃপৃঙ লাঃমালা
অকুম দঃপী গৃলাংকুলা কাব্‌লা কাব্‌লা লুবিদং
অইয়া মৈৰামা অইয়া মেমেৰাঙা
আঃমী আবৃগ্‌দীম্‌ পোৱালবৃ গাদাম্‌দুং
মেমেৰা-মৈৰাম্‌বৃ আক্‌লৃং মিত্‌তুক পৃঙকাং
বৃৰ কুম্‌চু আউম্‌দী মিমাগ্‌ মকাপ্‌ দাগ্‌ৰবদুং অই অইয়া।
লৃঃচৃগ্‌ কিঃৰীম্‌ পিগাপ্‌ গেঃলা তাঃত-য়াঃয়ম্‌
কুম্‌চু গেঃলা
বৃৰ কুম্‌চু কুম্‌দাঃদী মিমাগ্‌ মকাপ্‌
গৃবম্‌ দুং।
কাঃমি কাঃমি গেঃলা ৰুমি ৰুমি গেঃলা
চুল্‌দাৰি আব্‌বুক্‌দীম্‌ আব্‌লৃগ্‌ তবঃনী
মেমেৰা-মৈৰামা মীন্‌বম্‌না গৃলাঃ বই
তুৰ্‌ৰাঃঙই দুঃনীদীম্‌চিন্‌ দীম্‌পেদী লৃক্‌লাঃ বই অই অইয়া।
চিন্‌নী চিকাং তুৰ্‌নী তুৰকাং
বৰিয়া পোৱালবৃ দুক্‌য়াৰ দান্‌নাঙই
গঃপুৰ তানাঃব মেঃলীম্‌ মলৃগ্‌ত অই অইয়া।
মেঃলী মিগম্‌দী মেলেতৰি মীলৃগ্‌লা
বাঃবু গেলামী গাক্‌কাপী গৃদাগাই অই অইয়া।
য়াকাচি-বিলাচি বীৰ্‌নী কুম্‌চুদী
য়ক্‌পা মাত্‌চৃগ্‌ বম্‌গেঃলা
মেলেতৰি কৃদাৰীম্‌ তীক্‌কাপ্‌ আমনা মীন্‌বম্‌দুং।
য়াকাচি-বিলাচিম্‌ মিল্‌তৰি পীচকাং
অকুম্‌দপ্‌ গৃআঃ মাঃপী গৃয়দ্‌ অউলা গৃপাক্‌কাং।
দৰ্‌জন্‌ আগ্রিয়ক গৃচেত্‌লা অকুম্‌ দাক্‌য়ত্‌ বম্‌গেঃলা
গেলা মৈৰাম্‌ মেমেৰাম্‌ গাগ্‌বমলা গৃকাংকু অই অইয়া।
য়াকাচি-বিলাচি বীৰ্‌নী কুম্‌চুদী
লংগঃ-সংগঃলা কাব্‌লা লুদুঃনী
মিগাঙ গেলাকী মেমেৰা-মৈৰাম্‌মী
তাজৃগ্‌ জৃক্‌লুঃপী চপৃঙ বম্‌কাঃবঙ অই অইয়া।

(খ) 'কিঃলৃং কাংগেকি তাৰা নুকংকি
ঙলো লেন্‌নী
লতিন আউব নুগে আউব
দঃগ্রিঃ আউব পঃল আউব
কাম্‌কি আউব কাম্বং আউব
দুগ্‌দা দুগ্‌দালা লঃতং আদিয়েম্ দুক্‌পাঃত।'[৯]

অৰ্থ ঃ আমি কিঃলৃং কাংগেৰ পৰা অটব্য অৰণ্য ভেদ কৰি নামি আহিছোঁ। আমি সাহসী জাতি, নুতিন্-নুগেৰ সন্তান আৰু চন্দ্ৰ-সূৰ্যৰ বংশধৰ। আমি হাজাৰ বাধা-বিঘিনি অতিক্ৰম কৰি আহি আহি তেজপুৰ পালোঁহি আৰু পুনৰ তাৰ পৰা ঘূৰি আহি উজনিমুৱা হ'লোঁ।

তলত উল্লেখ কৰা দঃয়িংটিত মিচিংসকল পৰ্বত আৰু ভৈয়ামলৈ নামি অহাৰ ইতিহাস বৰ্ণিত হৈছে—

(গ) 'আচি আমংলক্ পন্দজাৰ্‌নী
কিঃলৃং কংগেকি গৃলেন্‌ত
মংগাং ককুকি পন্দজৰ নাম্‌মী
কেকাৰ মঃয়িং তলী
চঃচি ৰিকি চঃগ্রিক জৰপান্‌চুত।
* * *
লৃম্‌ তুঃব চুলাঃমাং
লাগ্‌ব তুঃব চুলাঃমাং
চঃচি ৰিকি বত্‌তৗঙী
পাতাপ্‌ কুমাঃমৃল
পন্দ জৰ্‌লাং কুমাঃমৃয়ে
বগা বগাঙী কীবা মকৃত. . .।[১০]

অৰ্থ ঃ নৈ, পানী, মাটি অতিক্ৰম কৰি মিচিংসকলে কিঃলৃং কাংগেৰ পৰা আহি থাকোঁতে কেকাৰ মঃয়িং নামৰ ঠাইত 'চঃচি ৰিকি' নামৰ প্ৰকাণ্ড গছ দুডাল দেখিবলৈ পালে। তেওঁলোকে গছ দুডাল কাটিবলৈ কীবাং বহুৱালে আৰু তাৰে নাও সাজি (ভূঁৰ বান্ধি নদীয়েদি) ভৈয়ামলৈ নামি আহিল।

**(৩) ঐতিহাসিক দঃয়িং ঃ** ঐতিহাসিক বেলেডত সাধাৰণতে ঐতিহাসিক ঘটনাৰ বৰ্ণন থাকে। মিচিং সমাজতো দুই-এটা খণ্ডিত ঐতিহাসিক বেলেড বা দঃয়িং পোৱা যায়। অৱশ্যে খণ্ডিত দঃয়িংকেইটিৰ ভাষা অসমীয়া। কেইটামান মিচিং গোটৰ মাজত বিশেষকৈ বংকোৱাল, তামাৰগঞা আৰু বিহিয়াসকলৰ সমাজত মিচিং ভাষাৰ প্ৰচলন নাই। তেওঁলোকে অসমীয়া ভাষাৰ উপভাষাকেই নিজৰ নিজৰ মাতৃভাষা ৰূপে পূৰ্বৰে পৰা গ্ৰহণ কৰি আহিছে। গতিকে তেওঁলোকৰ মৌখিক গীত-পদ আদিও অসমীয়া ভাষাত ৰচিত হোৱা স্বাভাৱিক।

৯ সংবাদদাতা ঃ ডিম্বেশ্বৰ দলে
১০ সংবাদদাতা ঃ ডিম্বেশ্বৰ দলে

অসমীয়া ভাষাত ৰচিত এই গীত-পদবোৰত অৱশ্যে মাজে মাজে মিচিং শব্দৰ ব্যৱহাৰো দেখা যায়। এনেধৰণৰ এটি দঃয়িং তলত দিয়া হ'ল। এই দঃয়িংটোত ঐতিহাসিক ঘটনা মানৰ অসম আক্ৰমণৰ ইংগিত পোৱা যায়—

উত্তৰ-পূব ভাঙিলে গালংকৈ মৰাণে
দক্ষিণ কুল ভাঙিলে মানে,
গমিৰি দুৱাৰত নৰম কেঞা ভাঙিলে
ৰক্ষা পাবলৈ টানে. . .।

* * *

মানদেউ আহিলে তৰুৱাল জুৰি
কাম্বং ফুকন বগলি ফুকন
এঙেক লফাকে গুৰিহে
আকাশলৈ চালোঁ আকাশী তৰা
তললৈ চালোঁ জুপুৰি পঁজা
এঙেক লফাকে গুৰিহে. . .।'[১১]

দ্বিতীয়তে, ইংৰাজসকলে অসম দেশ লোৱাৰ পিছত অৰ্থাৎ ১৯১০-১১ চনমানত উইলিয়াম নামে এগৰাকী ব্ৰিটিছ বিষয়াই পাছিঘাটৰ কেবাং নামে পুৰণি ঠাই এখন দখল কৰিবলৈ অভিযান চলাওঁতে পাছিঘাটৰ ওচৰৰ ৰিউ ৰিংগা পৰ্বতত পাঃদামে হত্যা কৰিলে। পিছত দান্দাৰ চাহাব বদলি হৈ আহি যুদ্ধ কৰি কেবাং অঞ্চল দখল কৰে।[১২] তলত দিয়া খণ্ডিত বেলেডটোত এই হত্যাকাণ্ডৰ আভাস পোৱা যায়। যেনে—

'ৰিউ ৰিংগা পৰ্বতত উলেন্‌মী কাটিলে
দাণ্ডাৰ চাহাব বদলি হ'ল।
দান্দাৰ চাহাব আহিলে ৰণলৈ কৰিলে
কেবাং দখলি হ'ল।'[১৩]

**(৪) বাস্তৱধৰ্মী দঃয়িং ঃ** বাস্তৱধৰ্মী বেলেডত সাধাৰণতে বাস্তৱ সমাজৰ কোনো এজন ব্যক্তিৰ জীৱনত ঘটা বিভিন্ন ঘটনাৰ বৰ্ণনা পোৱা যায়। তাৰ উপৰি এনে কাহিনী-গীতত ব্যক্তি বিশেষৰ প্ৰেম-প্ৰীতি, দুখ-বেদনা, হৰ্ষ-বিষাদ, হাঁহি-কান্দোন আদিৰ চিত্ৰও পৰিস্ফুট নোহোৱাকৈ নাথাকে। এই গীতবিলাকৰ ভিতৰত 'গেলা গামকী নিঃতম্', 'বিনোদ পিপলীকী নিঃতম্', 'তাঁৱ-তাঁকাংকী নিঃতম্', 'দামৈকী-নিঃতম্', 'নাব্‌লৃং চাদুম্‌কী নিঃতম্' আদি উল্লেখযোগ্য।

গেলা গামৰ নিঃতম্, নাব্‌লৃং চাদুমৰ গীত দুটাৰ বাহিৰে বাকীকেইটা গীত প্ৰেম-প্ৰণয় সম্পৰ্কীয়। দুয়োটা গীতেই ঘটনা প্ৰধান। চৰিত্ৰবোৰ সজীৱ আৰু শৌৰ্য-বীৰ্যৰ আঁকৰ। ৰোমাঞ্চধৰ্মী ঘটনা আৰু

১১ সংবাদদাতা ঃ ডিম্বেশ্বৰ দলে
১২ ডিৰাম কুম্বাং ঃ 'জনাই মুৰ্কংচেলেক অঞ্চলৰ চমু পৰিচয়' (অনুবাদ), পৃ.১০
১৩ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১০

এইনো বেজাৰত গেলা গামে ভাবি-গুণি
ক'লৈ যাম কি কৰো লাগে
ঘৰলৈ উভতি কান্দি কান্দি ক'লেগৈ
ভাই ঐ মৈৰাম, ভাই ঐ মেমেৰা
পথাৰত ধানকে পোৱালে কাটিহে নিলে;
সেইনো কথা শুনি মৈৰাম-মেমেৰাৰ
মূৰতে পালেগৈ খং
তিনি ভাই-ককাইয়ে মিলি
ওলালে ৰণকে কৰিবলৈ
জুহালৰ বেৰীয়াত ধৰি তাঃত য়াঃয়ক সেবা জনাই
তিনিটি ভাই-ককাইহে ওলালে ৰণলৈ বুলি।

গুপুতে গুপুতে জুমি জুমি চাই
মাৰিলে বন্দুকৰ গুলি
মৈৰাম-মেমেৰা খেদি ঐ যোৱাহে
জীয়াই থকাজনকো মাৰিহে পেলোৱা
মৰাই মৰিলে জীয়াই জীয়ালে
বৰিয়া পোৱালে দৌৰি সাৰিলে
গহপুৰ থানাতে চাহাবক লগালে কেচ।

থানাৰে চাহাবে মিলিটাৰী পঠালে
গেলা ঐ গামকে ধৰিবলৈ
য়াকাচি-বিলাচি দুয়ো সতিনী
কপিদা, মিট্দা হাততে লৈ
মিলিটাৰীক কাটিবলৈ খেদাহে মাৰিলে
য়াকাচি-বিলাচিৰ ভয়তে মিলিটাৰী
ঘৰতে নোসোমাই গুচিহে গ'লগৈ।

ডজনে ডজনে মিলিটাৰি আহিয়ে
ধৰিহে নিলেগৈ গেলা-মৈৰাম-মেমেৰাক ঐ
য়াকাচি-বিলাচি দুয়ো সতিনীয়ে
ইনাইহে-বিনাইহে কান্দি ক'লে ঐ
ৰজা যেন গেলা, মৈৰাম-মেমেৰাক
বহু দুৰে পালেগৈ নি
য়াকাচি-বিলাচি কন্দাকে এৰি
মেমেৰা-মৈৰামক ধন দি মোকলাইহে আনে।

সংগম কৰিবলৈ মন গ'ল। সেই যৌন সংগমৰ ফল স্বৰূপে লৃঃমাঙে এটি ল'ৰা সন্তান জন্ম দিলে। ল'ৰাটিৰ নাম ৰাখিলে লৃঃতুং। লৃঃতুঙৰ পুত্ৰ তুয়ে, তুয়েৰ পুত্ৰ য়েগে আৰু য়েগেৰ পৰা পেদং জন্ম হ'ল। পেদং (পদং/পৌদং) হ'ল মাতৃ। তেৱেঁই নানা ৰকমৰ জীৱ-জন্তু সৃষ্টি কৰিলে। প্ৰথমে নিনুৰ লমাঙক জন্ম দিলে। তাৰ পিছত বিভিন্ন গছ-গছনি আৰু জীৱ-জন্তুবিলাকক জন্ম দিয়াৰ পিছতে এপপ্ (ঔপম্)বোৰকো সৃষ্টি কৰিলে।

**(২) জনশ্ৰুতিমূলক দঃয়িং ঃ** জনশ্ৰুতিমূলক দঃয়িংবোৰৰ আধাৰ হ'ল— কিছুমান প্ৰচলিত কিংবদন্তি। অসাধাৰণ ব্যাপাৰ অথবা উল্লেখযোগ্য ঘটনাৰ বৰ্ণনা জনশ্ৰুতিমূলক বেলেড অৰ্থাৎ দঃয়িঙৰ অন্যতম লক্ষ্য। এই শ্ৰেণীৰ দঃয়িঙে পৰম্পৰাগত জ্ঞান বা বিদ্যা (Learning) অভিজ্ঞাপন কৰে। সংকটপূৰ্ণ মুহূৰ্তত মানুহে কিদৰে কাৰ্য সম্পাদন কৰিব লাগে অথবা বেয়া কাম বা কথাৰ কি বিষময় পৰিণতি ঘটিব পাৰে, তাৰ সংকেতো জনশ্ৰুতিমূলক বেলেডে দিব পাৰে।

জনশ্ৰুতিমূলক দঃয়িঙৰ যোগেদি মিচিংসকলৰ অতীত ইতিহাসৰ পৰিচয় পোৱা যায়। উদাহৰণস্বৰূপে তলত কেইটিমান জনশ্ৰুতিমূলক দঃয়িং দিয়া হ'ল—

(ক) 'লুলা লুলঃমাং মীঃল মীঃলমাং
জংগী মংকুৰুঙী মিঃতুৱী কামাং
জিনী লঃবুচ কৃলা কৃলঃমাং
ৰীমি ৰীমিপী জীমি জীমিপী যেকাঃবং।
* * *
ৰিউ ৰিঙা মেম্বা মিগ্মী.........
চিৰ্কি নাঃনী কী ৰী গাদ্ দাকৰীম্ কৰ্কেন্ তাগানী
কন্কাৰ পীকামী পীকাৰ্ আগ্চা চেলেগী
আম্লকি দঃয়িত পুঃমিদ দাগ্ৰা চুগেলা
আয়িঙী আয়িপী তক্কাং
আদীঅী আদীপী তক্কাং।'[৮]

অৰ্থ ঃ কৈনো কৈ থাকিলে ওৰকে নপৰে
মিচিং প্ৰব্ৰজনৰ কথা।
ৰিউ ৰিঙা মেম্বা মিগমে (ৰজাই)
চিৰিকি মাতৃৰ বুকুৰ পথেদি
প্ৰথম খোজ দি আহি প্ৰথমে আমলকি
দঃয়িত পুঃমি নামে ঠাইত উপস্থিত হ'ল
আৰু তাৰ পৰাই মিচিংসকল ভৈয়ামলৈ
প্ৰব্ৰজন কৰিলে আৰু আদীসকলে পাহাৰৰ পিনে
গতি কৰিলে।

---

৭ Linda Dēgh : 'Folk Narrative' in Folklıre and Folk lıfe, ed R M Dorson. p 74

৮ সংবাদদাতা ঃ ভিম্বেশ্বৰ দলে, বয়স ৪৫, লক্ষীমপুৰ, তাৰিখ ১/৭/৮১

য়াকাচি-বিলাচি কাব্নাম্ দীম্ মীমাগ্ গেঃলা
মেমেৰা-মৈৰাম্মী মুৰকং বিলা বিতুম্ত
অইয়া মেমেৰা অইয়া মৈৰামা
তেজাৰি মুৰ্কঃদীম্ কুব্লেন্ য়বংকা
অইয়া গেলামী বাঃবু গেলামী
তাজ্গ্ জ্গ্লুঃ পী চপৃং বম্দাগ্কুব
অইয়া মৈৰামা অইয়া মেমেৰাঙা
গুন্দী চিতীদীম্ বন্দক্পী বিলাঃবই
বাঃবু গেলাবৃ চিদাগ্গম্ চিমাংগম্
মেমেৰা তুৰ্মৃলই আইদাগ্
বাঃবু মেমেৰা চিদাগ্গম্ চিমাংগম
মৈৰাম্বৃ তুৰমৃলই আইদাগ্।
মিগাং গেলামী চবম্ লাংকুলা
গঃপুৰ পাতীগ্দ তুম্লা মীতুঙাই অই অইয়া।
পাতীগ্ আপিন্দীম্ ঔদৃলচিন্ দতৃঃমাল
বাঃবু গেলাবৃ আক্লৃং চাংকাঃনী
বাঃবুগেলাবৃ আক্লৃং চাঃনাম্কি
আপিন্ বিনী দীম্ পাঃচীৰিয়াং দগাকি
গীৰব্ল গীকেত অই অইয়া
ঔম্পিলা গেলামী কেঃচী মিগমী
চৰকাৰি কঃৰেত্লক্ লাক্নী লাক্কেদীম্
কেত্চদ্ তবঃনী অই অইয়া।
বাঃবু গেলাবৃ আইৰূপ্ মিৰীমাই
চিনাম্ তুৰ্নামীম্ পীচ কামাঙাই অই অইয়া।
চৰকাৰি উকিলী কেঃচই মিগমী
বাঃবৃ গেলামী কলিয়াপাঃনি মেলাই লৃগ্তঃনী
তলপীচিন্ কাঃপৃমাং বলপীচিন্ কাঃপৃমাং
জীমাঙই জীমাঙী মীঃলা মীঃপৃমাঙ
তীলীচিন্ আত্চী বীলীচিন আত্চী
অদ পংকগদ্ বাঃবু গেলাবৃ অই অইয়া।
ঔদীম্ চিন্ পীচমাঃপৃ বাঃবু গেলাবৃ
গৃতীঃ বঃচিন্ নীঃঙীম্ লাঃলৃগ্ত অই অইয়া
দৃঃতাগ্ দৃঃ তাগ্পী দৃঃতাগ্ আউম্ক

বাঃবু গেলাবৃ অকুম কুম্‌লগ্‌ত অই অইয়া
লংঙী লঃয়িংক আবুং কঃ ইকল
মিগাং গেলাবৃ দুঃমান্‌না দুঃদদীম্‌
আচি জাঃজিক চাঃ পাত্‌ দাগাকুই
বাঃবু গেলাবৃ পক্‌চাল দুক্‌তকু অই অইয়া।[১৪]

গেলা গামৰ গীতৰ অৰ্থ ঃ

গহপুৰ থানাৰে টিকিৰাইচাপৰি গাঁৱতে
গেলা গামৰ ওপজা ঠাই
সৰুটি কালৰে পৰা নিপুণই ঐ আছিল
ডেকা কালতে দুজনীকৈ বিয়াহে পাতিছিল
মেমেৰা-মৈৰাম দুয়ো সৰু ভাই
য়াকাচি-বিলাচি দুয়ো সতিনী।

দেউতা গেলাগাম পাহ্বাল ঐ আছিল
বুকুখনো এমুঠনে আছিল
দেউতা গেলাকে দেখিলে ভয়ে লাগিছিল।
হাবিৰ কাঠে হ'লে খুন্দালৈ আছিলে ভাল।

হাতীও আছিলে ধনো ঐ আছিলে
মিচিং মিপাগৰ লগলাগি ফুৰিছিল
পাহ্বাল গেলাই—দেউতা গেলাই
বৰিয়া পোৱালক মিতিৰে পাতিলে
খেতিৰ মাটিকে আধিয়াকৈ দিলে ঐ
বৰিয়া পোৱালে আধিয়া মাটিতে
ধানে খেতি কৰিলে ঐ
খায় একেলগে বহে একেলগে
তথাপি পোৱাল মিচিং নহয় মিপাগহে আছিল।

ধানৰে পথাৰত ধান ঐ পকিলে
কপৌ চৰায়েহে খায়
বৰিয়া পোৱালে গেলাগামক নজনাই
চুৰ কৰি কাটিলে ধান—
বেলি ডুবাৰ পৰতে গেলা গামে দেখিলে
গাঁৱৰে ৰাইজক সাৰিয়া লগাইহে
ৰাতিতে কাটিলে ধান

১৪ সংবাদদাতা ঃ অশোক মিলি, ৩৫ বছৰ, বৃগবি দঃলুং, জোনাই, ১৮/৩/৮৯

বৰ্ণনা এই গীত দুটাৰ প্ৰধান বিশেষত্ব। ইংৰাজসকল অসমলৈ অহাৰ পৰৱৰ্তী কালত অৰ্থাৎ ১৮২৬ চনৰ পিছত গীত দুটা ৰচিত হোৱা যেন লাগে। গীতত উল্লেখ থকা ইংৰাজ চাহাব, বন্দুক আদিৰ পৰাই এই অনুমানৰ সত্যতা নিৰূপণ কৰিব পাৰি।

**(ক) গেলা গামৰ গীত ঃ** গেলা গামৰ ঘৰ আছিল গহপুৰ থানাৰ অন্তৰ্গত কেমেৰে টিকিৰাই চাপৰিত। তেওঁৰ দুজন ভায়েক আৰু দুজনী ঘৈণীয়েক আছিল। গাঁৱৰ ওচৰৰে পোৱাল বড়িয়া নামৰ এজন লোকে গেলা গামৰ মাটিত আধিয়াৰ ব্যৱস্থাত ধানখেতি কৰিছিল। কিন্তু ধান চপাবৰ সময়ত গেলা গামক খবৰ নিদিয়াকৈ পোৱাল বড়িয়াই ধান কাটি নিলে। খবৰ পাই ক্ৰোধান্বিত হৈ গেলা গামে হাতত দুনলীয়া বন্দুকটো লৈ পোৱাল বড়িয়াক খেদি গ'ল। গেলা গামৰ গুলীত বহুতো লোক নিহত হ'ল। ইংৰাজ বিষয়াই বিচাৰ কৰি গেলা গামক ফাটেকত দিলে। ফাটেকৰ ভিতৰতো গেলা গামে কেইবাজনো কয়দীক বধ কৰা হেতু শাস্তি স্বৰূপে তেওঁক কলীয়াপানীলৈ প্ৰেৰণ কৰা হ'ল। কলীয়াপানীৰ পৰাও তেওঁ কাঠৰ নাৱেৰে সাতসাগৰ তেৰ নদী পাৰ হৈ জাপানত কেইবছৰমান থাকে। ইয়াৰ পিছতে তেওঁ স্বদেশলৈ প্ৰত্যাবৰ্তন কৰে। তলত গীতটি দিয়া হ'ল—

**গেলা গামকী দঃয়িং (গেলা গামৰ গীত) ঃ**

'গঃপুৰ তানাঙী তিকিৰাই চাপৰি দঃলুঙী
অদ মিচিং দঃলুদ গেলা গাম্মী অতগাই
কৱউ দক্কীবং আইৰুপ্ মীংগাব্ দাগাই
চুঃচাঙীম্ চুঃদাগ্দনীঃঙ আগ্ৰিক্ লাংতাগাই
মেমেৰা-মৈৰাম্বৃ বৃক্ আমেন্ বৃৰ্ৰাই
য়াকাচি-বিলাচি এঃমে এঃপঙ নীঃঙাই
বাঃবু গেলাবৃ বত্ তাৰুং দাগাই
বৃক্কী আংকীদী লাক্দুলক্ দুঃতুঙাই
বাঃবু গেলাবৃ পীচৰুং কান্দাগাই
চুঃলুলক্ অৃচুং কাম্ কুন্দাপী লাংকান্ দাগাই
চিত্তী কাদুঙাই মুৰকং কাদুঙাই
মিচিং মিপাগীম্ আজনীম্ জন্দুঙাই
মিগাং গেলাবৃ বাঃবু গেলাবৃ
বৰিয়া পোৱাল্মী আজন্পী জন্তাগাই
বৰিয়া পোৱাল্মী আজনীম্ জন্চুগেঃলা
আ-ম্ আবৃগ্ দীম্ বাগিঃপী ইল্কৃত অই-অইয়া।
দকল্ দজন্ চুনামাই তৃঙ্কল্ তৃঃজন্ চুনামাই
অীম্ পিদাগ্ গম্ পোৱালবৃ মিচ্ মাঙাই মিপাগাই
আঃমী আবৃগ্দী মিন্কাঃব পীক্ পীত্তাং দদুঃ বং
বৰিয়া পোৱালবৃ গেলাক্ কিন্মাঃপী ৰুচুলা

মৰমৰ মেমেৰা, মৰমৰ মৈৰাম
ট্ৰেজাৰিৰ ধনকে উলিয়াই নল'বি
মৰমৰ গেলাকে, দেউতা, গেলাকে
বহু দূৰে পালেগৈ নি।

মৰমৰ মৈৰাম, মৰমৰ মেমেৰা
মখনা হাতীকে বন্ধকে দিওঁ
দেউতা গেলা মৰেকি নমৰি
মেমেৰা জীয়াইহে থাকিলেই হ'ল
দেউতা মেমেৰা মৰেকি নমৰি
মৈৰাম জীয়াইহে থাকিলেই হ'ল।

ৰজা ঐ গেলাকে ধৰিহে নি
গহপুৰ ফাটেকত ভৰাইহে থ'লে
ফাটেকৰ ভাত ঐ ভোকে ঐ নুশুচায়
দেউতা গেলাৰে উঠিলে খং
খঙৰে কোবতে দেউতা গেলাই
ভাতৰে ৰান্ধনীক পাঁচসেৰীয়াৰে দগাৰে
মূৰতে মাৰোঁতে মৰিয়েই থাকিল ঐ;
তাকে দেখি-শুনি কেচৰে ৰজাই
চৰকাৰী কলঘৰত নি চেপিয়ে ভাঙিলে হাত

দেউতা গেলাই ধনীয়ে আছিল
মৰণলৈ নকৰিলে ভয়
চৰকাৰী উকীলে কেচৰে ৰজাই
দেউতা গেলাকে কলীয়া পানীতে মেলিহে দিলে ঐ।

উজনি নামনি একোকে নেদেখি
একোকে উৱাদিহ নাপায়
উজনি নামনি পানীৰে আগুৰা
তাৰে মাজতে দেউতা গেলাই
পুনৰাই বিয়াকে পাতে।

বছৰ বছৰ ধৰি তিনি বছৰ কৰি
ঘৰকে পাতিলে তাত
দহদিন দহৰাতি সাগৰৰ পাৰতে

ৰজা ঐ গেলাই ধেমালি কৰি থাকোঁতে
পানীজাহাজ এখনে উজাইয়ে আহিছিল
দেউতা গেলাই তাতে জাপমাৰি উঠিয়ে আহিলগৈ।।

গীতটিত গেলা গামৰ বল-বীৰ্যৰ বৰ্ণনা পোৱা যায়। উল্লেখ আছে যে দুই-চাৰিজন মানুহে গেলা গামক ধৰি অনা দূৰৰ কথা ওচৰকেই চাপিব পৰা নাছিল। সেয়েহে এক ডজন মিলিটাৰী লগাইহে গেলা গামক বন্দী কৰাব পাৰিছিল।

**গেলা গামৰ শাৰীৰিক বৰ্ণনা ঃ**

'বাঃবু গেলাবৃ বত্‌তাৰু দাগায়
বৃক্‌কী আংকীঃদী লাক্‌দুলক্ দুঃতীঙায়
বাঃবু গেলাবৃ পীচৰুং কান্‌দাগায়
চৃঃলুলক্ অৃচৃংকাম্ কুন্দাপী লাংকান্ দাগায়।'

অৰ্থ ঃ গেলা গামৰ শৰীৰ বৰ ডাঙৰ আছিল আৰু বুকুখন আছিল এহাত বহল। দেখাত বৰ ভয় লগা। কাঠ হোৱা হ'লে কুন্দা কৰিব পৰা গ'লহেঁতেন।

গীতত গেলা গামৰ ঘৈণীয়েক দুজনীৰ সাহসৰ কথাও বৰ্ণিত হৈছে। গেলা গামক মিলিটাৰীয়ে গ্ৰেপ্তাৰ কৰাৰ সময়ত দুয়োগৰাকী পত্নীয়ে হাতত কপি দা আৰু মিট্ দা লৈ মিলিটাৰীক খেদি গৈছিল—

'মেঃলী মিগমী মেলেতৰি মীলৃগ্‌লা
বাঃবু গেলামী গাক্‌কাপী গৃদাগায় অই অইয়া।
য়াকাচি বিলাচি বীৰ্‌নী কুমচুদী
য়ক্‌পা মাত্‌চৃগ্ বম্‌গেঃলা মেলেতৰি কৃদীঙীম্
তীক্‌কাপী আীম্‌না মীন্‌বম্‌দুং
য়াক্‌াচি বিলাচিম্ মেলেতৰি পীচকাং
অকুম্‌প্ গৃৰাঃমাপ্ গৃয়েদ্‌লা গৃপাক্‌কাং।'

অৰ্থ ঃ বিচাৰপতিৰ নিৰ্দেশক্ৰমে মিলিটাৰীসকলে গেলা গামক ধৰিবলৈ গ'ল। গেলা গামৰ দুয়োজনী পত্নীয়ে হাতত কপি দা আৰু মিট্ দা লৈ মিলিটাৰীক কাটিবলৈ খেদি গ'ল। এনে কাণ্ড দেখি মিলিটাৰীহঁত ভয়তে পলাল।

কলীয়া পানীত তিনি বছৰ কটোৱাৰ পিছত গেলা গামে স্বদেশলৈ প্ৰত্যাবৰ্তন কৰাৰ বৰ্ণনাও গীতটিত পৰিদৃষ্ট হয়—

'দৃঃতাগ্ দৃঃতাগ্‌পী দৃঃতাগ্ আউম্‌ক
বাঃবু গেলাবৃ অকুম্ কুম্‌লৃগ্‌ত অই অইয়া
লঙ লঃয়িংক আবুং ৰুঃয়িকল
মিগাং গেলাবৃ দু-মান্‌না দুঃদীম্
আচি জাঃজিক চাঃপাত্ দাগাকুই
বাঃবু গেলাবৃ পক্‌চাল দুকৃতকু অই অইয়া।'

অৰ্থ ঃ তিনি বছৰ কটোৱাৰ পিছত এদিনাখন গেলা গামে
সাগৰৰ পাৰত ভাবি-গুণি বহি আছিল। এনেতে সেই
ফালেদি যোৱা এখন জাহাজত জাঁপ মাৰি উঠিল।

**(খ) নাব্লৃং চাদুমৰ দঃম্লিং ঃ** 'নাব্লৃং চাদুম' নামৰ গীতটি অসমীয়া ভাষাত ৰচিত। নাৱেৰে বেপাৰ কৰিবলৈ গৈ ভাটীৰ ৰামদেৱাল সাউদে উজনিৰ ডিফলু ঘাটত নাও চপায়।

এনেতে ডিফলু মুখৰ তিনিজন গামে আলচ কৰি সাউদৰ চকুত জলকীয়াৰ গুৰি ছটিয়াই তেওঁৰ ধনপেৰা (বাকচ) ভাঙি ধনবোৰ লৈ নাওখন নদীৰ ভটীয়নী সোঁতত উটুৱাই দিলে।

সাউদে গৈ লক্ষীমপুৰ জিলাৰ আদালতত বৰচাহাবৰ ওচৰত গোচৰ তৰিলে। সাউদৰ আবেদন মৰ্মে কালিৰাম দাৰোগাক প্ৰেৰণ কৰা হ'ল গাম তিনিজনক ধৰি আনিবলৈ।

দাৰোগাই গাম তিনিজনক বন্দী কৰি আনি লক্ষীমপুৰ জে'লত ভৰাই থ'লে। কিন্তু য়ামেন গামে গাম তিনিওজনক কৌশলেৰে মুকলি কৰি আনে। তলত গীতটি দিয়া হ'ল—

'উজাইকৈ আইলে বাতিৰে ৰামদেৱালে
দিপলু গাততে ৰয়।
এজাপুৰ মাৰিলে দুজাপুৰ মাৰিলে
তিনি জাপুৰত নাপলৃং গামৰ গাততে পায়।।
ওলাই আইলে নাপ্লৃংকৈ গামে
আতত দোৱা কোৱা লৈ
কৰপৰা কোনে আইচে বুলি।।
মুদৈৰ নাও দেকি ঐ-নাপ্লৃং গামে উদিলে ঃ
'এৰ তই মুদৈ ঐ কৰপৰা আইচা
কিঅৰে বেপাৰে লৈ।
কাৰ উকুমত গাটতে চপাইচা
কিঅৰে বেআনি লৈ।'
উকুম লম বুলি গাটতে চপাইছো
লাঃলিৰ বেপাৰে লৈ।।
এৰ তই মুদৈ ঐ- এৰ তই মুদয়া
তামাকু এচিলিম দিয়া।
এচিলিম নালাগে দুচিলিম নালাগে
তিনি চিলিম তামাকু কোৱা।।
তামাকু আতত লৈ নাপ্লৃংকৈ গামে
আগুতা এদোকৰ কোজে।।
আগুতা আতত লৈ নাপ্লৃংকৈ গামে
পানীলৈ দলিয়াই দিয়ে।

এবাৰো নওয় ঐ - দুবাৰো নওয় ঐ-
বাৰে বাৰে আঙতা পানীলৈ দলিয়াই দিয়ে।
দুকৰে ওপৰে দুকে ঐ গাঃমা
দুকৰে ওপৰে দুক।
বেচিকৈ নিদিবা দুকে ঐ গাঃমা
ইমানেই জুৰিছে দুক।।
এই কতা শুনি ঐ - নাপ্লৃংকৈ গামে
গৰলৈ উবতি যায়।।
ৰিঙিয়াই মাতিলে - চাদুমকৈ গাঃমক
গৰলৈ আইবা বুলি।
দুই তিনি গাঃমে আলচকন পাতিলে
মুদৈ কেইটা কি কৰো বুলি।।
এচুঙাত বৰালে - জালুক জলকিয়া
এচুঙাত বৰালে গুৰি।
দুই তিনি বিকয়াই আলচকন পাতিলে
দিপলু গাতলৈ গুৰে।।
নাওৰ টিঙত উতি ঐ - বুমুকিয়াই চালে
দনৰে পেৰাতো দেকে।
চুলিতে দৰি লৈ - মুদৈ অকলক
চকুত জালুক জলকিয়া বাতে।।
বুকুৰাই বাঙিলে দনৰে পেৰাতো
মুবাৰি লৈ গল দন।
নাওকো উতুবালে বটাকো উটুবালে
মুদৈ চবক উটুবাই দিলে।।
গচেই গমন ঐ - তৰু তৃণ লতাকে
অবাওকে কৰি যাও আকৃকি।।
মুদৈ চব গলৈগে বতিয়াই গুততে
লকিম্পুৰ জিলালৈ পালে।।
লকিম্পুৰ জিলা পাই দৰকাচৃত লেকুৰাই
বৰ চাবক দিলেগৈ গোচৰ।।
বৰ চাবো লেকিলে তানাৰ দাৰোগালৈ
তদন্ত কৰাগৈ বুলি।
দৰকাচৃত লৈ গৈ- মুদৈ চবে
দাৰোগাৰ আততে দিলে।।

এটকা ৰূপকে তেবুলত দি গলে
কালিৰাম দাৰোগাই কেৰাইকৈ নোচোৱা অল।
পাঁচ টকা ৰূপকে যেতিয়া দিলেগে
কালিৰাম দাৰোগাই মিচিকিয়াই আঙে।।
বৰ চাংবৰ উকুমত কালিৰাম দাৰোগাই
দিপলুমুকলৈ যায়।
গৰু কিনা ছলেৰে গাওৰে মাজতে
চোতালে চোতালে গুৰে।।
ততাপিও কতো গামৰে বতৰা
দাৰোগাৰ পাবলৈ নাই।।
গাওৰে মাজতে - এজনি ছোৱালী
কাপোৰ বৈ আছিলে
তাইৰ পৰা কমৰে পায়।।
গাওৰে মুৰতে মদুৰি এজোপা
তাতে আচে গামৰে গৰ।
গামৰ গৰ পাই কালিৰাম দাৰোগাই
চোতালত বইয়ে ৰল।।
গৰৰ চাওতে গামনী বইছে
আতত দোৱা-কোৱা লৈ।
গৰু বেছিবলৈ আচেনে গামনী
আমি বহুত দূৰৰ মানু।।
পানী কাবলৈ দিবানে গামনী
বহুত পিয়া লাগিচে মোৰ।
পানী কাবলৈ দিয়া অব আনি
কৰপৰা আইছা তুমি।
এনে এন্ অময়ত নাগ্লৃং গাম আইলে
চাদুমক লগতে লৈ।
জংতান গাংমো আহিলে গৰলৈ উবতি
কৰপৰা কোন আইছে বুলি।।
চাদুম গামক দেকি কালিৰাম দাৰোগাই
পুলিচৰ পোচাক্টো লগায়।।
এৰ তই গায়ম ঐ এৰ তই গাম ঐ
কি বুলি মুদৈক মাৰে।

মই যে মাৰা নাই মই যে কিলা নাই
কি জানি জংতান গাংমে মাৰে।।
এৰ তই জংতান গাম এৰ তই জংতান গাম
কি বুলি মুদৈক মাৰে।
মই কিলা নাই মই যে মাৰা নাই
কি জানি চাদুম গাংমে মাৰে।।
এৰ তই চাদুম গাম এৰ তই চাদুম গাম
কি বুলি মুদৈক মাৰে।
মই যে কিলা নাই মই যে মাৰা নাই
কি জানি নাপ্লুং গাংমে মাৰে।।
নাপ্লুং গাংমক বানদিলে গোটা বেতেৰে
নাঅৰ তিঙতে বান্দে।।
চাদুমক বান্দিলে পলিয়া বেতেৰে
নাঅৰে তিঙতে লগাই।।
দুই তিনি গাংমক বান্দি লৈ গ'ল গৈ
নাঅৰে বিতৰত বৰাই ।
লকিমপুৰ কোদালত বৰায়।।

* * *

দুদিনৰ পিছতে য়ামেন গাম ওলালে
লকিমপুৰ জিলালৈ বুলি।
গাংতে পিন্দিলে চাপ্পন চোলাটো
বৰিতে পিন্দিলে জোতা।।
মুৰতে মাৰিলে বৰকৈ পাগুৰি
উলতি পালতি চায়।।
বাৰোৰাই আগতে য়ামেন গাম পিছতে
দুইও আগে পিচে কৰি।।
এৰ তই বাটৰ বাটৰুৰা আতৰি গুচি যা
পিচলৈ বাল মানু আয়ে।।
তিনি দিনৰ বাটকে দুদিন কৰি গৈ
লকিমপুৰ জিলালৈ পালে।।
কাচাৰিত উমাই দৰ্কাচ্ত লেকুৰাই
বৰ চাংবত কৰিলে দাকিল।।
এৰ তই বৰ চাংব দুই তিনি গাংমকে

কিয় বাৰু কোদালত বৰায়।
উচিত বিচাৰ নকৰি দুই তিনি গাঃমকে
কি বুলি কোদালত বৰায়।।
পকনীয়াত পৰি কাতৰ মুৰাত লাগি
মুদৈৰ নাওকন দুবিল।
দাৰি নাইকিয়া গোপে নাইকিয়া
আইলাক (ঐলাতি) তিৰি যেন দেকি।
কেনোবোৰ গজিচে কেনোবোৰ গজিচে
বৰ চাঃবৰ চকুযোৰ কণা।।
বৰ চাঃবে লেকিলে তানাৰ দাৰোগালৈ
তদন্ত কৰাগৈ বুলি।।
য়ামেন গাঃমে উলতি দিপলু পালেগৈ
কাতৰ মুৰা পুতিবৰ বাবে।।
দাৰোগাই আহি ঐ কাতৰ মুৰা দেকিলে
অকলো মিলিয়ে গল।
য়ামেন গাঃমৰ বুদিতে দুই তিনি বিকয়াই
কাচাৰিত কালাচে পালে।।[১৫]

গীতটিৰ সংযুতিত অসমীয়া বেলেড আৰু বিহুগীতৰ প্ৰভাৱ স্পষ্ট। দাৰোগাই যে গোচৰীয়া পক্ষৰ পৰা শকত পৰিমাণৰ ধন নাপালে কাম নকৰে তাৰ আভাসো গীতটিত পোৱা যায়।

(গ) বিনোদ-পিপলিৰ দঃয়িং ঃ বৰ্তমান ধেমাজি জিলাৰ জোনাই মহকুমাৰ মুৰ্‌কংচেলেক্ নামে ঠাইৰ পৰা ৩০ কিলোমিটাৰ দূৰত নিজম (Nidham) চাহাবৰ এটা কাঠ ফলা মেচিন আছিল। বৰা নামে এজন অসমীয়া মানুহে তাত চাকৰি কৰিছিল। বিনোদ বৰা এই বৰাৰে সম্পৰ্কীয় লোক আছিল। শেষলৈ বিনোদ বৰাই চাহাবৰ তলতে মহৰি কাম কৰিছিল।

সেই সময়ত শদিয়া জিলাৰ অন্তৰ্গত বৰলা নামে এখন মিচিং গাঁও আছিল। বংকি পাংগৃং নামে এজন ঠিকাদাৰে হাতীৰে চাহাবক কাঠ যোগাইছিল। বিনোদ বৰা আৰু বংকি পাংগৃঙৰ মাজত এইসূত্ৰে চা-চিনাকি হৈছিল। বংকি পাংগৃঙৰ খুৰাকৰ পাটগাভৰু পিপলিৰ লগতো বৰাৰ চিনাকি হ'ল। অৱশেষত উভয়ে উভয়ক জীৱনসংগী ৰূপে পাবলৈ কামনা কৰিলে। কিন্তু প্ৰচলিত সমাজ ব্যৱস্থা দুয়োৰে মিলন পথত প্ৰধান অন্তৰায় ৰূপে ঠিয় হ'ল। উপায় নেদেখি প্ৰেমিক-প্ৰেমিকা উভয়ে আত্মহত্যা কৰে। বিনোদ-পিপলিৰ এই কৰুণ-কাহিনীক কেন্দ্ৰ কৰি একে নামৰ গীতটি পল্লবিত হৈছে।

মিচিং সমাজত প্ৰচলিত বাস্তৱধৰ্মী কাহিনী দঃয়িঙৰ ভিতৰত 'বিনোদ-পিপলি'ৰ বেলেডটোৱেই আটাইতকৈ দীঘল, তিনিশবীয়া ২০১টা পদৰ সমষ্টি। তলত গীতটি দিয়া হ'ল—

---

১৫ সংবাদদাতা ঃ ভিক্ষেশ্বৰ দলে

**বিনোদ-পিপলিৰ নিঃতম ঃ**

চেনিঔম্ লাগিমাং গুঃৰীম্ লাগিমাং
বিনোদ বৰা পিপলিকী দঃয়িং কৃমৃল
মুল্লাং তিংকাম্পী তিঃদাগ্ বঃনীনা/৩/
দেঃগা তাত্লৃঃয়েম্ মুল্লাং দঃয়িংদীম্
বিনোদ বৰা পিপলিক্ দঃয়িং তাদ্গেঃলা
তৃঃলৃং কীনঙীম্ মিকপান্ চুতকা/৬/
মুৰ্কং চেলেক্ কল গৰল কোম্পানী আগেৰীম্
নিঃজম অই চাঃবকীল আগেৰীম গেৰমৃন্লা
বিনোদই বৰাবৃ গৃগঙই গৃগঃলা
কেঃমঅই কেঃম্অইল আগেৰীম্ গেৰ্দুঙাই/১০/
পাংগিঙ তলক্কী বৰলাং ঙেঃতগ্দ
অৃচৃঙই আগেৰীম তুকুৰাঃ ৰীগ্নামীম্
তিকাদাৰ তিকাদাৰীম্ লুগঃলা কাঃবিনী/১৩/
ঔদী কেঃমউদ তুকুৰা ৰীক্নাম্দী
বংকি পাংগৃংকী তিকাদাৰ আগেৰী/১৫/
বৰলা দঃলুঃত পিপলি ঔম্নামক
পাংগিং অমীৰ [illegible] বংকিকী বৃৰ্মীক
কাংকিন তাত্কিন্চুলা বিনোদই বৰাবৃ
গালুগই গাচৰীম নৃম্মই দুঙানী/১৯/
চাক্নীম নদ্দুঃচঙ পাউদাৰীম য়ন্দুঃচঙ
বিনোদ বৰা পিপলিক আমিনী লেন্দপী
পিপলী কাংকান্বৃ নৃবিঅই দুঃবনী/২৩/
চিল আদ্জক য়াম্প আদ্জক
ঙেন্মান ঙেন্মান্না আঃঙই আৰাঃব
কেঃচি দগ্চঙী আ-বই চুদুঃবং/২৬/
ৰীৰমি ৰীৰমি-লা কাঃমি কামি-লা
মিক্কৃ মাঃ পীনা কাঃবই চুকাঃবং/২৮/
লীকমৃল্ চিগ্ৰেদীম লীকমৃল আম্বৃগীম্
লীকমৃল বাদামীম্ লীকমৃল দালচেনি
বিনোদ বৰা য়াঃমেবৃ পিপলিম্ বিদুঃবং/৩১/

মীঃমি মীঃমিলা চাগ্মি চাগ্মি-লা
বিনোদই বৰাবৃ আজৃঔ আচিন্ বী

লাঃমৃল আইয়েনৗই লাঃমাঃমৃল আইয়েনৗই
জাঃদীম পীচদুং দেঃগীম পীচদুং
মীঃপীন্ পীন্মাঃ পী মীঃলাই কাব্দুঃনে/৩৬/
লঙুম লক্কীব লঃঞ্জি কীৰাঃপী
বিনোদই বৰাব্ দিঃনই কেঃনঙ-অীম
পান্জি-পুতি কুৰ্বাদ্লা কাঃবই চুদুঃনী/৩৯/
পিপলি কাংকান্ব্ আকৰীম্ কিন্মাঃলা
অক্কম কাঃদুঃচং অক্কম কাঃমাঃচঙ
কিন্মৃন পাঃমৃনমাঃলা য়িব্ৰা চঃদুঃবঙ/৪২/

অইয়ী কাংকানা অইয়ী কাঃয়ুমা
নক্কীলাং ঙক্কী-না কম্পাল আইদুংকী
ৰাই-য়ই-গ-নীমী আদ্ব চুতুংকী
দঃঞ্জি পঃল ব্ ৰুঃপুম্ চুতুংকী
অীদীম্পী য়াদ্গ-ল য়াদ্বম্ দুঃবঃনী/৪৭/
আইদাগ্গম্ লুদুঃবঃ আইমাংগম্ লুদুঃব
লাঃলৃং কক্কিনা মী-বই কক্কিনা
পিপলী কাংকান্মী য়াদ্বম্ দুঃবনী/৫০/
লুদা লুদালা য়াদ্দা য়াদ্দালা
পিপলী কাংকান্ব্ বৰৰই-কী-ল-পী-
মীঃলৃগ্ কাঃলৃগীম্ লুচিঙই চুকাঃবঙ/৫৩/
আলি-আই য়ুমী চ চঃমান্ মান্দ দীম্
য়ুমী পঃৰঃপী দুগ্বই চুলাঃবই
পিপলী কাংকান্ব্ অীদীম্পী লুদুঃবঙ/৫৬/
লঙদীম্ লৃগাঙী য়ুমীদীম্ চঃমানী
অীদীমপিন্ য়ুমীদ দুগ্বই চুলাঃবই
অীদীম্পী লুগেঃলা য়িৰবই চুদুঃবং/৫৯/
বুধবাৰ য়ুমীদ আলি-আই লৃগাঙী
বৰলাং দঃলুঃত য়াদ্দুম চুদুঃবং/৬২/
বিনোদই পিপলীক গীপী গীপীনাম্
গালুগ্ গাচৰীম্ তৰব্ তব্প্পী
নীঙই মিলবঃপী গীমান্ বচুলা
চঃমান্ য়িৰমানীম্ ঙেন্মান্ বচুদুং/৬৬/
দঃলুং আজনী মাঃঞ্জিং পীগম্না

কিন্নৃক্ কাঃলৃগীম্ চীঃকচিন্ লুলাঃমাং/৬৮/
বংকি পাংগৃঙকী তিকাদাৰ্ আগমীম্
চীঃকই কিন্মানী চীঃকই লুমানী/৬৯/
বৃৰমীদীম্ মঃৰিদী আজনীম্ জন্নাম্দীম্
আম্মে লুমৃল দীক্পীকী ঔম্না
কিন্নী কাদাগ্গম্ তান্নী কাদাগ্গম্
দঃলু য়াঃমেয়ী দঃয়িং কৃমাঃবং/৭৩/
আপঙীম তৃঃমান্দুং আপিনীম্ দমান্দুং/৭৪/
গাঃমই লত্তা দ চঃমান্ মান্দ দীম্
পিপলী কাংকান্বৃ য়ক্পাক্ কাঃবনী/৭৬/
অকলই গৃকাঃনী অকলই দাক্কাঃনী
পিপলী বৰাবৃ চঃমান্চ কামাঃনী/৭৮/
নাপ্পাঙী লুদুংগম্ দঃয়িং কৃদুংগম্
আপঙীম্ তৃঃবানচুলা মান্নী কাতমাং/৮০/
য়ুব্নী য়ুবদুংকু দাৰ্নী দাৰ্দুংকু
তৃঃমান্ দমান্না আন্চে চেমান্না
দঃঞিঔম্ কিন্চুমাং পীদঙীম কিন্চুমাং/৮৩/
চঃমান্ন কাদুঃচঙ অকুম্ল কাদুঃচঙ
পিপলী কাংকান্মী লুলাঃনী কাতমাং/৮৫/
আপঙীম্ তৃঃমাংগম্ পিপলীক্ গৃনামীম্
চীকই আকনী কিন্নী কায়াঃপী /৮৭/
পৰগী কক্দৃঃদ পিপলী কাংকান্মী
আন্নই আবুদী মাঃগঙই দুঃবঃনী/৮৯/
বৰলা দঃলুঃদ আঞৃকী অকুম্ল
ৰৃক্দুম্ ৰৃক্কঃপী গৃলাঙই মাদুঃবং/৯১/
বংকি পাংগৃংকী তিকাদাৰ্ দক্কীনা
কেঃমই বঃচিনা আব্বুক্ক বীঙ্কাংকী /৯৩/
বিনোদই বাবু-বৃ চিমৃন্ক আপতুঃপী
য়াম্প য়দ্মান্য়েম্ দমা-নী লাঃবঃদে
ঔম্না দঃলুঙী চীঃকই লুদুঃনী/৯৬/
লীকদা পৰগী কগ্দই দীম্না
বিনোদ বৰাক্ অকুম্দ আব্বুক্ক বীংকাংকু/৯৮/
লীঞিক আপ্কাঃনী আৰপী চৃমৃন্ক

দঃলুং ৰাগামা আপ্লা মীতুঃপী
ঔম্লা দঃলুঙী দঃয়িঙী কৃদুঃবং/১০১/
পৃআঙই পৃদদীম্ আন্নই আবুদী
পিপলী কাংকান্মী কেঃন্য়ুং কেঃন্য়ুঃদীম্
অইয়ই কাঃয়ুম্মী মাগঙই দুঃবঃনী/১০৪/
পৃআঙই পৃদদীম্ মাউদই আমিক
অদাদ্ অৰাত্চুলা দুগ্চাং দবংকী/১০৬/
দঃলুঙা আইতমাং উৰমী বাত্কাংকী
ঔম্লা মাউত্দী দুগ্গঃলা লুবিদুং/১০৮/
কাপিকানী ঔম্লাচিন্ জাদ্ জাদ্পী তাত্লাচিন্
মাউদই আমিদী লুলেন্না লুবিমা/১১০/
অদাদই অৰাদ্লা দেঃগই দুগ্দুঃবং
দুগ্পৃঃলা কাঃনামী অপান্ অৰানচুল
কাংকান্ কাঃয়ুম্-বৃই লঃপান্ লঃৰাণ্না
বৃগ্দুম্ বৃককঃপী অলেদ্লা দঃবংকী/১১৪/
কাব্নী কাব্দুঃবং ৰিঃনী ৰিঃদুঃবং
য়িৰ্নী কামাঃবং আগম্ লুন্নী কামাঃবং
মিক্চীম্ তিত্চুদুং নপ্চীম্ ঙীচুদুং
ঙেঙ্কুত্ চুমাঃপী দুগ্নী দুগ্দুংকু/১১৮/
চাঃবীম্ লুপাঃলাই মিগমীম্ লুপাঃলাই
পুলুচীম্ বৃপদলাই দাক্ক কাঙীম্ বৃপদ্লাই
ঔদীম্পী লুগেঃলা দেঃগী দুগদুংকু /১২১/
অদিয়া জিলাত দুগ্চাঃ লাঃচিনী
বংকি পাঃগৃঃবৃ লুপাঙই লৃকৃত্তব
দাক্কা গৃদুঃবং পুলিচই গৃদুঃবং
বিনোদই পিপলীক্ চিমাঙীম্ কাংকল/১২৫/
পুলিচই কৃদাব্ গৃলা কাঃদদীম্
দেঃগাই গৃম্নুনা দেঃগাই কাঃম্নুদুং/১২৭/
আঞ্জগই পংকক্ দ গুলিঅই ঔদীম্না
বৰ্ৰই- অনিঃবৃ তৃলৃগলা আপ্তুঃবং/১২৯/
বিনোদই বৰামী কিঃলাদ্লা কাঃনামী
চক্কৰ্ কম্কৃঃদক্ আভৃঔ আপ্চুতুং/১৩১/
দাক্কাং কৃদৃঃদী পুলিচই কৃদৃঃদী

অদিয়া জিলাপী বম্কুপী ঔম্লানা
বাকচই অম্গেঃলা লৃগ্দুঃ বনৗনা/১৩৪/
অদিয়া জিলাত জঃবম্ লাংকুলা
বিনোদই পিপলীম্ দাক্তৰ্ চাঃবউদী
আংকৗং আকিঃদক্ তৃলৃগ্লা গাত্কাঃলা
আয়িন্ আৰাঃবৗম্ মাগঙই দুঃবনী
গুলিলক্ আপ্তুঃচঙ ঔলৃঃলক্ আপতুঃচঙ
ৰিংগঙ ৰিংগ লা ই-অই-চেৰ্ চেৰ্পী
দাক্তৰ্ চাঃবঙদী মাগঙই দুবনী/১৪২/
গায়য়াক্ গাত্চাগ্লা ইঃঅই চাঃনাম্দীম্
দেঃগী কাংগেঃলা লংকুব্ লঃলাব্লা
বৃগঙই বৃগঃলা কাব্লাই দুঃবঃনী/১৪৪/
দাক্তৰ্ চাঃবউদী গাত্কাঃলা কাংগেঃলা
আব্বুগ্লক্ আপ্তুঙকী চিকা দঃলুঙা
ঔম্লা দঃলুঙীম্ লুবিই দুঃবঃনী/১৪৭/
আন্নী আবুদী মিগমই কৗৰাঃদ
দাক্তৰ্ চাঃবউদীম্ গাত্তীঃতই ঔম্লাঃনা
চগাবই বম্লাঃনা কাব্বম্ দুঃবঃনী/১৫০/
য়াম্প য়াঃয়াঙী ৰঃৰ য়াঃয়াঙী
ৰংঙাম্ পীচাম্লা দেঃগীই কাব্দুঃবং/১৫২/
পেন্নই পেদুঃবং লুন্নী লুদুঃবং
বংকি পাংগৃঃমী দেঃগীই পেদুঃবং/১৫৪/
বিনোদই পিপলী চিন্নই আগ্রিন্দী
চিপ চিপাঃপী বইকুনপী গৃপাক্কাং
বংকি পাংগৃঃবৃ পাতীগ্ল গৃকান্কাং/১৫৭/
আপ্কে কাৰ্তুচ বিগাঙী বংকি তিকাদাৰ
বাৰ-বছৰ পাতীগীম্ দদপী লুদুঃবং/১৫৯/
মিগমই মিগমী গৃদুম্ চুগেঃলা
দঃয়িং দঃমঔম্ কৗবাঙীম্ বাঃদুঃবং/১৬১/
বংকি বৃঃচিন্ মুৰ্কঙীম্ লাঃলেনউ গেঃলানা
গোচ পৗনা বিলাঃনা দুং
আপ্কে কাৰ্তুচ বিগাঙী বংকি পাংগৃঙ তিকাদাৰ্
চেপ্পৃত্ চুলা আৰিকাং দেই/১৬৫/

* * *

অপানই ঔম্‌দুংগম্ কিঃপানই ঔম্‌দুংগম্
বংকিক্ আগমীম্ মিগমী তান্‌মাঃবং
বংকি পাংগৃঙা ন-না চৃঃচাঃচই
পাতীগই লক্‌কীনা লেন্‌কই কুপীমাং
ঔদীম্‌পী মিগমী লুবমই দুঃবঃনী/১৭০/
বিনোদ্‌লা পিপলী আঞৃ চিচুমাং
ন-বং আব্‌নীদী আব্‌বুগৃ গুলিঔম্
কাংকান্ কাঃয়ুম্ বৃয়িম্ আব্‌দপ্ বিগাঙী/১৭৩/
মিগমই কীবাঙী বাঃচীগ্‌লা লুনাম্‌দীম্
দেঃগীই তাদ্‌দুঃবং দেঃগই কাব্‌দুঃবং/১৭৫/
পিপলী বিনুদ্‌মী চৰকাৰি আমিঔ
অদিয়াং আমঃত য়ুন্‌য়গই তবঃনী/১৭৭/
আম্‌নই কৃদৃঙী আব্‌বই কৃদৃঙী
গৃপী চিঃৰুঙী দঃলুঙ আপ্‌পৃঙী
আপ্‌কে বচুলা কীদ্‌ব চুকদীম্
ইঃয়ই তক্‌কদীম্ আগ্‌গম্ মগেঃলা
পিপলী কাংকান্‌মী য়ুদুং কুবঃনী/১৮২/
তাগ্‌ৰুম্ তাক্‌পিঃলা তাক্‌চাং গেঃলানা
ৰিয়য়ই আনুক আনীদী লাংগেঃলা
ঔত্‌কি তুঃচাঃলা আগ্‌গম্ মল্‌গ্‌দুং/১৮৫/
বৃব্‌ৰই কৃদৃঙী আব্‌বই কৃদৃঙী
লংকুব্ লঃলাব্‌লা বৰামী লুলাঃনা
অইয়ই দঃলুঙী লুবমই দুঃবঃনী/১৮৯/
দঃঞ্চি ৰিঃৰিঃচ পঃল ৰিঃৰিঃচ
পিপলী কাংকানা কাপীনু ইয়াকুন্?
অকলই গৃকাঃনী অকলই দুংকাঃনী
কাংকান্ কাঃয়ুমা দঃঞী অমিত্‌কাং/১৯৩/
পিপলীকী আমেঃনী বৃব্‌মীদী কাব্‌দুং ঃ—
চাঃচিঔ চাঃচিআ ন অকল্ গৃকাংকুনী?
চাঃচিঔ চাঃচিআ চাঃচি ঔ চাঃচিআ
বাইঔ বাই ন অকল্ গৃকাঃ নী?
বিনোদ্‌লা পিপলী আম্মিন্ মিন্‌গেঃলা

চিলই চাঃচি নম্‌কাঃপাং তকুমা/১৯৮/
অপানী পান্‌দাগ্‌গম্‌ মিৰীমী ৰীম্‌দাগ্‌গম্‌
চাঃচি পিপলী আমিকলক্‌ নাব্‌মাঙাই
নাব্‌ৰাঃ উচাঃমাং দপ্‌চঃলা দচাঃচুমাং
নাঃনী বৃঃচিন্‌ অপানী, বাঃবু বৃঃচিন অপানী
ঙক্‌ কীম্‌পিন্‌ অপানী কামাং
অ্যগৃঃ লক্‌কী উগনীম্‌ কয়য়াঙী চিন্‌
আঁদীম্‌ চিনই নৃবিনী কামাং।"[১৬]

**বিনোদ পিপলীৰ গীতৰ অৰ্থ ঃ**

চেনীও নালাগে গুড়ো নালাগে
বিনোদ বৰা পিপলীৰ কথাকে ক'লে
মৌ-জোল যেন মিঠা।।

ৰাইজ! মৌ-জোল যেন মিঠা
বিনোদ বৰা পিপলীৰ কাহিনীকে শুনি
পেটৰ ভোক-পিয়াহ পাহৰি পেলোৱা।।

নিজাম নামেৰে বৰ চাহাবৰ লগতে
মুৰ্কংচেলেক কাঠৰে, কলঘৰৰ কোম্পানী
কামতে মহৰি কামকে কৰিছিল।

বৰলা গাঁৱৰে ভাটিৰে সীমাতে
কাঠৰে টুকুৰা কামকে চাই
ঠিকাদাৰে ঠিকাদাৰে বাৰ্তা দি ফুৰিছিল।।

কেম্পত থকা টুকুৰা কাঠবোৰ
বংকি পাংগৃঙ ঠিকাদাৰৰ কাম।।

বৰলা গাঁৱতে পিপলী নামেৰে
বংকি পাংগৃঙৰ ভনীয়েক আছিল।
এদিন দুদিন কৰি চিনাকি হৈ
বিনোদ বৰাই, পিপলীক কাপোৰে ধুৱলৈ দিছিল।।

চাবোন ঘঁহিছেনে পাউদাৰ ঘঁহিছে
বিনোদ বৰা পিপলীৰ নাম ওলোৱাকৈ
কাপোৰ ধুই দিছিল।।

১৬ নাহেন্দ্ৰ পাদুন ঃ দঃয়িং কাবান (ৰীগ্‌-ৰীগাম), পৃ. ৭-১২

আজি কিছু কৰি কালি কিছু কৰি
ধেমালি কৰোঁতে দুয়োৰে শৰীৰত
লাগিলে বেথা।।
চকুৰ টিপ্ নমৰাকৈ
চাইনো চাই থাকোঁতে
দুয়োৰে চাৰি চকুৰ মিলনে হ'ল।।

কোনো দিনা চিগাৰেট কোনো দিনা চিৰা
কোনো দিনা বাদাম কোনো দিনা আকৌ দাল্চেনী
প্ৰায়ে বিনোদ বৰাই পিপলীক দিয়ে।।

মনৰ কথাটি মনতে ভাবি-গুণি
বিনোদ বৰাই নিজৰ মনকে সুধিছে
ল'লে হ'বনে নল'লে হ'ব
জাতি-কুলৰ ভয়তে সমাজৰ ভয়তে
নভবা কথাকে ভাবি ঐ কান্দিছে।।

দুই তিনি দিনৰ মূৰে মূৰে
বিনোদ বৰাই দিন-বাৰ গণি
পঞ্জিকা-পুথি মেলি চাই।।

পিপলী কাংকানে আখৰে নিচিনি
কিনো চাইছে কিনো চোৰা নাই
একোকে নাজানি হাঁহি হাঁহি নাচিছে।।

অ' মোৰ মৰমী অ' মোৰ সোণজনী
তোমাৰে মোৰে কপালে ভাল
আমাৰ ৰাহিযোৰা মিলাকৈ লিখিছে
দঃঞিও পঃলে দুয়োৰে যোৰা ঐ পাতিছে
এনেকৈ কৈ ফুচলাই ফুৰিছে।।

ভাল হ'লেও কৈছে বেয়া হ'লেও কৈছে
মনৰ পচন্দত ল'বৰে মন কৰি
পিপলী কাংকানক ফুচুলাই ফুৰিছে।।

কৈনো কৈ ফুচুলাই থাকোঁতে
পিপলী কাংকানে বৰাৰে লগতে

মিলনৰ কথাকে কৈনো কৈ ফুৰিছে।।

আলি-আই লৃগাঙৰ ৰাতি বিহু মাৰোঁতে
দুয়ো একেলগে পলাই যাম
পিপলী কাংকানে ক'লে।।

দিনতে লৃগাং ৰাতিতে ধেমালি
এনে সুযোগতে দুয়ো পলাই যাম
এনেকৈ কৈ দুয়ো একেলগে হাঁহে।।

বুধবাৰ ৰাতিখন আলি-আই লৃগাং
উজনি নামনিৰ ডেকা-গাভৰুৱে
বৰলা গাঁৱতে গোটহে খালে।।

বিনোদ বৰা পিপলীৰ পিন্ধিবলগীয়া
কাপোৰে কানিকে তৰপে তৰপে
মতা-মাইকীৰ দৰে পিন্ধি দুয়ো একেলগে
হাঁহি ধেমালি-ধুমুলা কৰে।।

গাঁৱৰ সমনীয়াই সপোনে সগোচৰেও
দুয়োৰে ভাল পোৱা কথাকে নোৱাৰে ক'ব।।

বংকি পাংগৃঙৰ ঠিকাদাৰ কামকে
কোনেনো নাজানে কোনেনো নকয়নো।।

ভনীয়েক পিপলীক মহৰি বৰাই লগ ধৰা কথাকে
আনে ক'লে কিজানি মাৰে বুলি ভয়তে
জানিলে শুনিলেও
গাঁৱৰে ডেকাসৱে একোকে নকয়।।

আপঙো খাইছে ভাতকো খাইছে
গামৰে চোতালত বিহু মাৰি থাকোঁতে
পিপলী কাংকান নাইকীয়া হ'ল।।

ক'তেনো গ'ল ক'তেনো থাকিল
বিনোদ বৰা পিপলী বিহুৰ থলীত নাই।।

মুখেৰে ক'লেও কথাৰে ক'লেও
আপঙৰ নিচাতে মগ্ন হৈ
কোনেও ক'তো বিচাৰি নগ'ল।।

শোৱাই শুইছে পহৰা দিয়াই দিছে
খাই-বৈ আনন্দতে নাচিছে বাগিছে
ৰ'দ-বৰষুণ একোকে নাপায় গম।।

বিহুথলীত আছেনে ঘৰত আছেগৈ
পিপলী কাংকানৰ বাতৰি দিওঁতা নাই।।

আপং নাখালেও পিপলী পলাই যোৱা
কোনোবা এজনে জানিলেহেঁতেন।

কুকুৰাই ডাক দিবৰে পৰত পিপলী কাংকানক
মাকে-বাপেকে বিচাৰি ফুৰিছে ঐ।।

বৰলা গাঁৱতে নিজৰে ঘৰতে
উজনি-নামনি কৰি বিচাৰি ফুৰিছে।।

এনে সময়তে বংকি পাংগৃগু ঠিকাদাৰৰ
হাতীৰে কেম্পতে বন্দুকৰ শব্দ বাজিহে উঠিল।।

বিনোদ বৰা বাবুৱে পশুকে মাৰিছে
অহা কালিৰ দিনতে খামে স্ফূৰ্তি কৰি
এই বুলি গাঁৱৰে কোনোবা এজনে ক'লে।।

দ্বিতীয় কুকুৰাই ডাক দিয়াৰ পৰতে আকৌ
বিনোদ বৰাৰ ঘৰতে বন্দুকৰ শব্দ বাজি উঠিল।।

বন্দুকৰ শব্দ দুবাৰ শুনি গাঁৱৰে ৰাইজে ভাবিলে
সচাকৈ পশু মাৰিছে বুলি
গাঁৱৰে ৰাইজে আলচখন পাতিলে।।

পুৱতি নিশাতে মাকে-বাপেকে—
পিপলী কাংকানক ইফালে-সিফালে চাই
পিয়াপি দি বিচাৰি ফুৰিছে।।

কাহিলী পুৱাতে হাতীৰে মাউত এজনে
উধাতুখাই ল'ৰি ঢাপৰি আহিল।।

ৰাইজ! কিনো কালে পালে কিনো আপদে ঘটিল
এইবুলি কৈ মাউতে গাঁৱতে বতৰা দিলে।।

কিনো কালে পালে কিনো আপদে ঘটিল

মাউতক সুধিলে মাউতে নক'লে খুলি।।

তৰা নৰা ছিঙি ঢাপলি মেলিলে
ক'তনো কি ঘটিছে বুলি
গৈ পাই দেখিলে দুয়ো প্ৰেমিকাই
তল ওপৰ কৰি বাগৰি পৰি আছে।।

কন্দাই কান্দিছে হুমুনিয়াহ কঢ়াই কাঢ়িছে
কাৰো মুখতে হাঁহিৰ মাত-বোল নোহোৱা হ'ল।
চকুৰ পানী মচি মুখখন ঘূৰাই লৈ
উলটি-পালটি নাচাই দৌৰাই দৌৰিছেগৈ।

চাহাবক জনাওঁ ৰজাক জনাওঁ
পুলিচ-দাৰোগাক ৰিপ'ৰ্ট দিওগৈ
এনেকৈ কৈ ৰাইজ উভতিল ঢাপলি মেলি।

শদিয়া জিলাৰ থানাতে
বংকি পাংগৃঙে বতৰা দিলেগৈ
দাৰোগা আহিছে পুলিচ আহিছে
বিনোদ বৰা পিপলীৰ মৰাশ চাবলৈ।

পুলিচ আহি মৰাশ চাওতে
ৰাইজখন আহি লগতে চালে।

বুকুৰ স্তনৰ কাষতে গুলী থৈ
বৰা আমীয়ে গুলীকে মাৰিছে।
বিনোদ বৰাক উলোটাই চায় মানে
ডিঙিৰ তলতে গুলী থৈ নিজকে গুলিয়াইছে।।

দাৰোগা পুলিচে
শদিয়া জিলালৈ নিবৰে কাৰণে
বাকচত ভৰাইহে ল'লে।।

শদিয়া জিলাতে নি
বিনোদ পিপলীক ডাক্তৰ চাহাবে
বুকু-পেট কাটি
শৰীৰৰ ভিতৰত বিচাৰি ফুৰিছে
গুলীৰে মাৰিছেনে শিলেৰে মাৰিছে
খেপিয়াই খেপিয়াই তেজৰে ৰাঙলী হোৱা দেহাতে

ডাক্তৰ চাহাবে বিচাৰি ফুৰিছে।।

কটা ছিঙা কৰি পৰীক্ষা কৰাকে দেখি ইনাইহে-বিনাইহে
ৰাইজখনে কান্দিছে।

ডাক্তৰ চাহাবে পৰীক্ষা কৰি
বন্দুকৰ গুলীৰে আত্মহত্যা কৰিছে বুলি
ৰাইজৰ আগতে ক'লে।

মাকে-বাপেকে ৰজাৰে ওচৰত
ডাক্তৰ চাহাবে কাটি মাৰিলে বুলি
ওভোটাই লগালে গোচৰ।।

আজি কিছু কৰি কালি কিছু কৰি
গাওঁখন নিজমে পৰিল
তাকে দেখি গাঁৱৰ ৰাইজে কান্দে হুৰা-হুৰে।।

কোনোৰে শাও দিছে কোনোৰে গালি পাৰিছে
বংকি পাংগৃঙক ৰাইজখনে শাপিছে।।

বিনোদ ৰবা আৰু পিপলী দুয়ো মৰি থাকিল
আত্মাও পালেগৈ বৈকুণ্ঠ ধামত
বংকি পাংগৃং ফাটেকত সোমাল।।

বংকি পাংগৃং ঠিকাদাৰক
বন্দুকৰ গুলী দিয়া অপৰাধত
বাৰ বছৰ ফাটেকৰ হুকুমে দিলে।

ইজন সিজন কৰি বহু ৰজা গোটখাই
বিচাৰৰ সভাখন বহুৱালে।

বংকি পাংগৃঙে ধনৰে টোপোলা লৈ
ৰজাকে দিলেগৈ ঘোচ।।

ঘোচ পাই ৰজাই বংকি পাংগৃঙক মুকলি কৰিহে দিলে।

* * * *

দুখীয়াৰো দুখীয়া ডাল-দৰিদ্ৰ আমি
তথাপি নুশুনিলে ৰজাই বংকিৰে কথা।।
বংকি পাংগৃং এই জীৱনত

ফাটেকৰ পৰা ওলাব নোৱাৰা
এই বুলি ৰজাই বিধানে দিলে।।

বিনোদ বৰা পিপলী নিজে মৰা নাই
তুমিহে মাৰিলা বন্দুকৰ গুলীৰে
ৰূপতে ৰূপহী দুয়োকে মাৰিবলৈ দিয়াৰে বাবে।

ৰজাই সভাখন চমুৱাই অনা দেখি
ৰাইজে দুখতে কান্দিহে দিলে।।

বিনোদ বৰা পিপলীক চৰকাৰৰ মানুহে
শদিয়াৰ মাটিত পুতি নাইকিয়া কৰিলে।।

মাকে-বাপেকে উভতি আহিয়ে
বিনোদ বৰা পিলীৰ মৰা ঠাইত তেজৰ চেঁকুৰা দেখি
ৰাইজৰ লগত আলচখন কৰি
পিপলীৰ মৰিশালী সাজিলে তাতে।।

এচাব-দুচাব কৰি কৰি মাটিকে খান্দি পুতিলে
নতুন ৰিহাখনি মাকে হাততে লৈ
তাৰে সমাধি সাজিলে।।

ভাই-ককাই সমন্বিতে
ইনাই-বিনাই বৰাৰে কথাকে কৈ
গাঁৱৰ ৰাইজখনে কান্দি কান্দি
নানা কথাকে কৈহে ফুৰিছে।।

দঃঞিঃ থাকোঁতে পঃল থাকোঁতে
পিপলী কাংকান তোমাৰনো কি গতি হ'ল?
ক'তনো গুচি গ'লাগৈ ক'তনো থাকিলাগৈ
ৰূপেৰে ৰূপৱতী বেলিটি মাৰ গ'ল।।

ওপৰঞ্চি গীতোৱালৰ নিজা বক্তব্য ঃ
দুখীয়া নিচলা হ'লেও ধনী হ'লেও
(বাইদেউ পিপলী) আনৰ ধাৰ ঋণ লোৱা নাই
ধাৰ কৰি পোহ-পাল দিয়া নাই চোৰ কৰি পোহ-পাল দিয়া নাই
মা-দেউতা দুখীয়া নিচলা
মোৰ সমান দুখীয়া নিচলা নাই

কৰ্কালৰ চুৰিয়া গাঠিৰ মলিতে চিঙিছে গ'ল
তাকো ধুই দিওতা নাই।

বিঃদ্রঃ এই কাহিনী গীতটিত সেইসময়তো বৰ্তমান সমসাময়িক অসমীয়া আৰু ইংৰাজী শব্দৰ প্ৰয়োগ বিশেষ মন কৰিবলগীয়া। যেনে — কলঘৰ, কোম্পানী, চাহাব, কেম্প, টুকুৰা, ঠিকাদাৰ, চাবন, পাউদাৰ, চিগাৰেট, জাত, দেশ, দিন, কেচ, পঞ্জিকা পুথি, আখৰ, ৰাশি নৈক্ষত্ৰ, মহৰি, বৰা বৰানি, পুলিচ, দাৰোগা, বাকচ, ডাক্তৰ, বৈকুণ্ঠ, ফাটেগ, কাটিজ, (Cartidge) ইত্যাদি।

(ঘ) দামেৰ্কী দয়ৗিং ঃ দামেৰ গীতটি অতিকৈ কৰুণ। দামে নামৰ এজনী সুন্দৰী গাভৰু আছিল। এদিন গাঁৱৰ ডেকা-গাভৰুৰ সৈতে বিলত মাছ মাৰি থাকোঁতে সাপৰ দংশনত দামে মৃত্যুৰ মুখত পৰে। তাইক ভাল পোৱা ডেকা এজনে সেই সময়ত কলিকতাৰ কলেজত পঢ়ি আছিল। ডেকাজনে দামেৰ মৃত্যুৰ বাতৰি স্বপ্নৰ জৰিয়তে পাই সুদূৰ কলিকতাৰ পৰা চাহ বাগানৰ বৰ চাহাবৰ উৰাজাহাজত উঠি আহি দামেৰ মৰিশালিত বহি প্ৰেমিকাৰ স্মৃতি সুঁৱৰি সুঁৱৰি সকৰুণভাৱে বিনাইছিল। গীতটি তলত দিয়া হ'ল—

'ক-কৃদৃঙ তাত্লাংকো কিন্লী কৃদৃঙ তাত্লাংকো
তানিঃ ঙলোক্ তুব্লাম্চা লঃতুঙী য়াৰিঙী
লঃতুঙী দঃয়িচাম্ তাত্তকা কাঃতকা
লঃতুং দামেমী কাঃয়িঙ চুতকা
অইয়া দামে মী কাঃয়িঙ চুতকা।
দামেৰ্কী কাংকানীম্ লুঙাবী লাঃতমাং
তালীঃতক্ তাকাবীম্ কৃঙাবী লাঃতমাং
লীপ-লাক্প কাংকানী দুম্চুগ্ মিক্ম কাঃয়ুমী
লুপ দঃয়িং কৃয়ুমা বিঃ বি গাচেঙ গীয়ুমা
দুম্লাবী লাব্য়ুমী য়েকং আপ্পুন্ গীয়ুমী
আলৃঙ পতা গীয়ুমী আলাগ্ কংগে গীয়ুমা
দঃলু চৃঃজন্ আজনী মীয়ুম্ কাঃয়ুম্ চুদুঙাই
দামে মী আয়াঃলা আমে আঁম্দুঙাই
দঃঞি কৃলীব্ কঃপৃঙী তমাঃলী
পঃল কৃলীব্ কঃপৃঙী তমাঃলী
অইয়া দামেমী কঃপৃঙী তমাঃলী
চিপাগ্ অউলী দামেমী মতুৰকুপী ইদুঃলী
কগ্জি দৃঃলী দৃঃদুলী দঃঞি গৰুলী গৰুদুঃলী
মিবু তাঃব বলাঃচিন্ বতুৰকুমাল্ কাবদুঃলী
মালচিনঅই দামেৰ্ য়িবচে চেলা দুঙাই

চিল নাঃঅই দাৗমৈবৃ জৗয়িত্ পঃপিত্ কাংকুনৗ।
দেঃগৗম্ জঃবম্দ চিমাঃঙই মাঃচাক্কি
দাৗমৈমৗ জঃবম্দুং উন্জৃগ্ অঔনৗ পেৰাকি
দেঃগৗম্ য়ুদুঃনৗ গলুঙ আমঃল
দাৗমৈ মৗ য়ুদুঃনৗ কাম্প কাম্পন্ আমঃল
লঃতুঙৗ দৗক্মানৗ কবঃনা
লঃতুঙৗ নৗয়াঙৗ পাৰ্তিদৗ তকুনৗ
কলিকতা কলেজব কাইবৃ পৰিল্ দুংকাঃনৗ
কাইঔ ঔম্না গক্কল আমিন্উদৗম্ কিন্তমাং
দাৗমৈ চিকাং দঃলুচ কাইবৃ দুংকাং কলেজব
লঃইদৗ দাৗমৈবৃ কাইমৗ লৗংকান্ চুদুঃবং
কাইকৗ লাক্কে আমৃৰদৗ ৰৗবি ৰৗবিল চিবুকাং
লাঃচৰ দনৗ দাক্তৰ দৗ ঔম্মুম্ ঔম্না লুপাক্ত
চিলে আঃলে চিপৗলা লৗঃয়ক্ চাঃদাগাই
দঃলুংআমি কৃদৃঙৗ দঃয়ি দঃম কৃদাগাই
চৗক্কাইকৗ জাবৃৰে ঔ চৗক্কাইকৗ জাকৈঔ
চৗক্কাইকৗ ৰাঃজৗঙৗ চৗক্কাইকৗ জুৰ্কিঔ
কিঃগঙৗ কা[illegible]মিঔ লৃগুমৗ পাবুৰৗ
তাল্লৗ লৃগাদৗ ঙমুগৗ ঙচেৰৗ
আচি ৰাঃনৗ বাঃমান্না অই মন্নৗ মমান্না
আৗমৈ বুলোক্ আন্চে চেনাম্ চৗঃকচিন্ কাঃতমাং
অইয়া দুঃদদৗম্ অঙ য়ুলা দুঃদদৗম্
চৗঃকইয়ে আকন্বৃ লৗংকিঃপৗ কুকাঃনৗ
তাপাদৗচিন্ ৰৗক্মাঃনৗ ঙপ্পৗচিন্ পৗমাঃনৗ
দাৗমৈয়ৗ আজন্মৗ আচি বিয়ৗ গাম্তনৗ
লঃতুঙৗ দাৗমৈমৗ আচি বিয়ৗ গাম্তনৗ
লঃতুঙৗ দাৗমৈবৃ চঃলে ৰৗবাগ্ পাক্কাঃনৗ
দঃলুং আম্মে তাত্পাঃলা দুক্কুম্ দুক্পা চুগেঃলা
আপিয়ৗ দাৗমৈমৗ দঃলু লঃপৗ জঃতকু
তাত্পৃং তাত্পৃং কলক্কৗ দুক্কুম্ চুকাঃনৗ
য়ুম্মাঃঙৗ মাঃত্রিব দাৗমৈমৗ কাঃপালা
কিন্চুলাংকুল কাইবৃ বিংগ বিংগল কাবৃদুঃনৗ
বাগিচাঙই চা আবৃদৗম কাবৃবি বিঃবি চুতনৗম্

লাপ্কৃমাঃনী দীঃ নীঃ কি কাইমী দীঃব তাগাকুই
দামৈ অউকী গদুম্ বেঃ লুদীম্ কাঃপালা
কাইবুলুক্ দীঃনীদী দীঃয়িঙী কাঃবনী
অইয়াচিনা আগদ দামৈকী আগদ
কাইয়ই কাংকান্‌বৃ লংগ লংগঃলা কাব্‌দুঃনী
চাগৃ গৃলা কাব্‌দাগ্‌গম্ মিক্‌চি দৃলা কাব্‌দাগ্‌গম্
লঃতুঙী দামৈ-মী কাঃবেগই তকুমাং অই অইয়া।'[১৭]

## দামৈৰ গীতৰ অৰ্থ

ঘোষা

শুনা শুনা সৰ্বজ্ঞানী-গুণীসব
মনুষ্য জীৱন অতি ক্ষণস্থায়ী

এহি ক্ষণস্থায়ী জীৱনৰ কথা
দামৈৰ জীৱনৰ কাহিনীতে পাবা
দামৈৰ জীৱনৰ কাহিনীতে পাবা

পদ

কৈনো কৈ থাকিলে দামৈৰ ধুনীয়া ওৰকে নপৰে
যেন আকাশৰে তৰা
ভৰিপতা শুৱনি, মুখৰ গাল শুৱনি
দামৈৰ কাহিনী শুনিবলৈ ভাল যেন গাতে ৰিঃবি গাচেং শুৱায়
লাহুতি খোপাটি শুৱনি কাণৰ কাণফুলি শুৱনি
ডিঙিতে শুৱায় ডিঙিৰে মণি হাততে শুৱায় হাতৰ গামেখাৰু

গাঁৱৰ সমনীয়াই আনন্দত মতলীয়া
মৰমতে দামৈক আমৈ বুলি মাতে।
দঃঞ্জি বিধাতাই জীয়াইহে নাৰাখিলে
পঃল বিধাতাই জীয়াইহে নাৰাখিলে
দামৈক জীয়াইহে নাৰাখিলে

মৰণৰ ভাওটি দি যে গ'ল কালে
সেইবুলি গাঁৱৰ গএগই আলচখন কৰিলে

কোনোৰ চালনি, কেনোৰ জাকৈ

১৭ সংবাদদাতা ঃ মাধৱ পেগু, ৫০ বছৰ, গালি মেচাকি দঃলুং, জোনাই

কেনোৰ ডিঙৰা, কেনোৰ পল
কাঁৰে দৰিকণা, গঁৰে মাগুৰ
শাল শল কুৰি পাভ মাছ লাগে

পানীতে সাঁতুৰি-নাদুৰি নামকে গোবাহে গাইছে
ৰঙতে ৰাঙলী হৈ ধেমালি কৰোঁতে
কোনেওযে ক'বকে নোবাৰিলে।
এনেকৈ ধেমালি কৰি মাছ মাৰি থাকোঁতে জাকৰ
কোনোবা এজনীয়ে দিলে চিঞৰ মাৰি

জোকেও কামোৰা নাই শিঙিয়েও বিন্ধা নাই
মৰমী দাঁমেক পানী সাপে খুটিলে
দাঁমেক কালৰে সাপে খুটিলে
চাইনো চাই থাকোঁতে দাঁমৰ মুখখন
কেহ্ৰাজ বৰণে হ'ল
গাঁৱৰে গএ্ৱাই যত যি খবৰে পাই ঢাপলি আহি
মৰমী দাঁমেক গাঁৱৰে ঘৰলৈ কঢ়িয়াই আনে

য'ত যিয়ে খবৰ পালে সবে লৰি আহি
মৃত দামেক জীয়াবলৈ কৰিলে যুগুতি
বিহলঙনি জৰাই জাৰিছে দঃঞ্জি মতাই মাতিছে
মিবু গণ সবে লাগি বচাব নোৱাৰি কান্দে

যোবা কালি দিনতে দাঁমে আছিল হাঁহি-মাতি
আজি দেখোন দাঁমে নিমাতে হ'ল

আনকে নিয়ে বাঁহৰ চাঙিত তুলি
দাঁমেক নিয়ে সোণৰ কাঠৰ পেৰাত ভৰাই

আনক পোতে মাটি খান্দি
দাঁমেক পোতে পকীঘৰ বান্ধি

উমলি জামলি ঘূৰি-ফুৰা ঠাইতে
দুবৰি বন গজিলে তাত
* * *

কলিকতা কলেজত পঢ়ি আছে দাঁমেৰ বুকুৰে ধন
ককাই বুলি মাতোতে নামকে নাজানিলে

দামৈ মৰিল গাঁৱত, ককাই থাকিল কলেজত
দামৈৰ ছাঁয়াটি ককাইক দিছেহি দেখা

ককাইৰ বাঁও গাটো লৰে ঘনে ঘনে
সেইনো কথা শুনি ডাক্তৰ চাহাবে ক'লে একো হোৱা নাই বুলি

দামৈৰ ছাঁয়াটিক সপোনত দেখা পাই ককায়ে
দিঠকত বিচাৰে বিছনা খেপিয়াই

সেইনো কথাকে বাগিছাৰ বৰচাহাবৰ আগত কান্দিহে ক'লত
চাহাবহে আনিলে উৰাজাহাজত উঠাই

দামৈৰ মৰাশালি দেখা পাই চাহাবৰ উৰাজাহাজ
নামিহে পৰিলে তাত

মৰিশালিৰ কাষতে ইনাইহে-বিনাইহে
কান্দিলে চকুলো টুকি

হাওৰাৱে কান্দিলেও চকুলো টুকি কান্দিলেও
দামৈক পাবলৈ নাই।

**(ঙ) তীব-তীকাংকী দঃয়িং ঃ** 'তীব-তীকাং' দঃয়িংটিও প্ৰেম-প্ৰণয় সম্পৰ্কীয়। গীতৰ নায়ক-নায়িকা অৰ্থাৎ তীব— আৰু তীকাঙ মিচিং সমাজ জীৱনৰ পৰিধিয়ে স্পৰ্শ কৰিব নোৱৰা পৰিৱেশত থাকি অবৈধ প্ৰেমত নিমগ্ন হৈছিল। 'তীব' 'তীকাঙ'ৰ দূৰ সম্পৰ্কীয় দদায়েক। ভাটীৰ কোনোবা গাঁৱৰ পৰা আহি তীকাংহঁতৰ ঘৰত থাকিবলৈ লয়। তীকাংহঁতৰ ঘৰুৱা কাম-বনত তীবই সহায় কৰি দিছিল নিজৰ দৰেই। লাহে লাহে উভয়ৰ মাজত ভালপোৱাৰ ভাব গঢ়ি উঠিছিল।

অৱশেষত মিচিং সমাজৰ ওচৰত তীব আৰু তীকাং উভয়ে অপৰাধী হ'ব লগা হ'ল। সমাজে তেওঁলোকৰ প্ৰেমক স্বীকৃতি নিদিলে। সমাজে প্ৰেমিক-প্ৰেমিকাহালক মৃত্যুদণ্ডৰে দণ্ডিত কৰিছিল। প্ৰেমিক-প্ৰেমিকাৰ হৃদয়বিদাৰক বিলাপেই হ'ল তীব-তীকাঙৰ কাহিনী গীতৰ বিষয়-বস্তু। গীতটো সৰ্বমুঠ তিনিশবীয়া ৬৩টা পদৰ সমষ্টি। গীতটি প্ৰশ্নোত্তৰৰ শৈলীত গঢ়ি উঠিছে। যেনে—

আবু অই — অইয়া তীকাঃলক্ তীবকী তীকাঃলক্
অমুমা তীকাঃলক্ গৃকুনী লাজুকা
অমুম্ নম্দানী কাঃলৃঙ নম্দানী।

অমুম্ — অইয়া তীকাঃলক্ গৃকুনী অমীমাং
তীবকী তীকাঃলক্ গৃকুনী অমীমাং
মীঃবই নম্দানী কাঃলৃঙ নমদানী।

আবু অই — অইয়া জেক্কাঃলক্ জেগ্বকী জেককাঃলক্
অমুমা জেক্কাঃলক্ গৃকুনী লাজুকা

অমুম্ নম্‌দানী কাংকান নম্‌দানী।

অমুম্ — অইয়া জেক্‌কাঃলক্ গৃক্‌নী অমীমাং
জেগ্‌বকী জেক্‌কাঃলক্ গৃক্‌নী অমীমাং
মীঃবই নম্‌দানী কাংকান্ নম্‌দানী।

আবু অই — অইয়া কীচন্ নক্ কীবকী কীচন্ নক্
কীবকী কীচন্ নক্ চন্‌কৃনী লাজুকা
অমুম্ নম্‌দানী মীঃনাম্ নম্‌দানী।

অমুম্ — অইয়া কীচন্ নক্ চন্‌কৃনী অমীমাং
কীবকী কীচন্ নক্ চন্‌কৃনী অমীমাং
মীঃবই নম্‌দানী মীঃনাম্ নম্‌দানী।

আবু অই — অইয়া পিঃচন্ নক্ চন্‌কৃনী লাজুকা
পিঃৰকী পিঃচন্ নক্ চন্‌কৃনী লাজুকা
অমুম্ নম্‌দানী কাংকান্ নম্‌দানী।

অমুম্ — অইয়া পিঃচন্ নক্ চন্‌কৃনী অমীমাং
পিঃৰকী পিঃচন্ নক্ চন্‌কৃনী অমীমাং
মীঃবই নম্‌দানী কাংকান্ নম্‌দানী।

আবু অই — অইয়া পিঃতৃঃতক্ দীংকৃনী লাজুকা
পিঃৰকী পিঃতৃঃতক্ দীংকৃনী লাজুকা
অমুম্ নমদানী কাঃয়ুম্ নমদানী।

অমুম্ — অইয়া পিঃতৃঃতক্ দীংকৃনী অমীমাং
পিঃৰকী পিঃ তৃঃতক্ দীংকৃনী অমীমাং
মীঃবই নম্‌দানী কাঃয়ুম্ নম্‌দানী।

আবু অই — অইয়া দংকুংক গৃক্‌নী লাজুকা
চিবিঅ দংকুংক গৃক্‌নী লাজুকা
তুঃবৃঅ নম্‌দানী আঃপুগ্ নম্‌দানী।

অমুম্ — অইয়া দংকুংক গৃক্‌নী অমীমাং
চিবিঅ দংকুংক গৃক্‌নী অমীমাং
তুঃবৃঅ নম্‌দানী আঃ পুগ্ নম্‌দানী।

আবু অই — অইয়া লিংকাম্‌পী লিঃব চুলাজে
দুম্‌ব লিংকাম্‌পী লিঃব চুলাজে
মীঃনাম্ নম্‌দানী আচিন্ নম্‌দানী।

* * *

অমুম্ — মাঃবয়া কেপৃঃপী পিন্‌নম্ গেঃলানা

কেঃবকী কেঃপৃপী পিন্‌নম্ গেঃলানা
বাঃবই নম্‌দানী কাঃলৃং নম্‌দানী।
মীঃবয়া দুম্‌পিপী পিন্‌নম্ গেঃলানা
দুম্‌ব দুম্‌পি পী পিন্‌নম্ গেঃলানা
বাঃবই নম্‌দানী কাঃয়ুম্ নম্‌দানী।
মীঃবয়া তীলান্‌পী তীবকী তীলান্‌পী
অইয়া তীলান্‌পী লান্‌ব দাক্‌কুনী
বাঃবই নম্‌দানী কাঃয়ুম্ নম্‌দানী।
মীঃবয়া জেগৃলান্‌পী লান্‌ব চুগেঃলা
জেগৃব জেগৃলান্‌পী লান্‌গী দাক্‌কুনী
বা-বই ন-দানী কাংকান্ ন-দানী।
মীঃবয়া কীলান্‌পী লান্‌গী দাক্‌কুনী
কীবকী কীলান্‌পী লান্‌গী দাক্‌কুনী
বাঃবই নম্‌দানী কাংকান্ ন-দানী।
মীঃবয়া চুমলান্‌পী চুম্‌গী দাক্‌কুনী
দুমচুঃ চুম্‌লান্‌পী লান্‌গী দাক্‌কুনী
মীঃবই নম্‌দানী কাঃলৃং নম্‌দানী।
মীঃবয়া ঔত্‌কিঃল তুঃপুমী চুতইকা
অইয়া ঔত্‌কিল বাঃনীকী ঔত্‌কিল
বাঃবই ন-দানী কাঃলৃ ন-দানী।"[১৮]

**৫) কাল্পনিক দঃয়িং ঃ**

মিচিং সমাজত প্ৰচলিত 'কাবান' নিঃতম্, 'লুপ' নিঃতম্ আৰু 'দঃব' নিঃতম্ আদিক কাল্পনিক দঃয়ৃং নিঃতম্‌ৰ শ্ৰেণীভুক্ত কৰিব পাৰি। গীতসমূহত দঃয়ৃং নিঃতমৰ পৰম্পৰা ৰক্ষিত নহ'লেও এই গীতবোৰৰ জৰিয়তে একোটি কাহিনীৰ আভাস পোৱা যায়।[১৯]

---

১৮ সংবাদদাতা ঃ সৰ্বানন্দ মেদক, ৫০
মিলাদে মেদক, ৪৮
জোনাই, ৯/৭/৯০

১৯ পৃষ্ঠাত চাওক।

# অষ্টম অধ্যায়

# মৌখিক কাহিনী

# (ORAL NARRATIVES)

## ৮.০১ লেকে দঃগ্নিং (পুৰাণ-কাহিনী বা পুৰা কাহিনী; Myth) ঃ

'পুৰাণ'ৰ অৰ্থ পৌৰাণিক আখ্যান ঃ 'পুৰাণম্ আখ্যানম্' অৰ্থাৎ পৌৰাণিক কথাবৃত্ত অথবা 'মিথ' বা 'মিথলজী'ৰ (Mythology) অন্য নাম পুৰাণ; অৰ্থাৎ প্ৰাচীন কালত উৎপত্তি হোৱা আৰু সত্য বুলি গণ্য কৰা পৰম্পৰাগত কাহিনীৰ নাম মিথ। কোনো জনগোষ্ঠীৰ সৃষ্টি তত্ত্ব আৰু অলৌকিক পৰম্পৰা, তেওঁলোকৰ বিশ্বাসত স্থান পোৱা দেৱ-দেৱী আৰু বীৰপুৰুষৰ কাৰ্যাৱলী তথা সেই জনগোষ্ঠীৰ সাংস্কৃতিক লক্ষণ, ধৰ্মীয় বিশ্বাস আদিয়েই মিথৰ উপজীব্য।[১]

'মিথ', 'মিথলজী' আৰু 'পুৰাণ' —এই তিনিটা পদৰ মাজত বিশেষ পাৰ্থক্য নাই, অন্ততঃ অৰ্থৰ ফালৰ পৰা। ইংৰাজী 'মিথ' পদটো লেটিন 'মিথজ' (Mithas), গ্ৰীক 'মিথজ' (Mithos) আদিৰ পৰা উদ্ভৱ হৈছে। ইয়াৰ অৰ্থ কাহিনী, কথা আদি। গ্ৰীক, লেটিন ভিন্ন ইণ্ডো-ইউৰোপীয় ভাষাগোষ্ঠীৰ অন্য ভাষাতো 'মিথ', 'মিথো' ৰূপৰ প্ৰচলন থকা দেখা যায়। প্ৰাচীন ভাৰতীয় আৰ্য ভাষা বৈদিক আৰু সংস্কৃততো এই ৰূপ বিশেষ প্ৰায় একেই অৰ্থতে ব্যৱহাৰ কৰা হৈছিল। 'ঋকবেদ'ত 'মিথো' পদৰ প্ৰয়োগ বিভিন্ন স্থানত লক্ষ্য কৰা যায়। ঋক্‌মন্ত্ৰৰ পৰা 'বৃহৎকথা'লৈকে বিভিন্ন বৈদিক আৰু সংস্কৃত সাহিত্যত 'মিথ' পদটো পাৰস্পৰিক আলোচনাৰ অৰ্থ বুজাবৰ বাবে প্ৰয়োগ কৰা দেখা যায়। লেটিন আৰু গ্ৰীকৰ Mythos বা Mythus শব্দৰ পৰা ইংৰাজীত Myth ৰূপ পোৱাৰ নিচিনাকৈ বৈদিক মিথস্ পদটোৱে সংস্কৃতত মিথঃ ৰূপ লাভ কৰিছে। দ্বিতীয়তে, গ্ৰীক, লেটিনৰ Mythus পদৰ দৰে সংস্কৃততো 'মিথুন' পদৰ মূল কিন্তু মিথ।[২]

মিথবোৰ সাধাৰণতে গদ্য বা পদ্য উভয়তে ৰচিত হ'ব পাৰে। এইবোৰ যিখন সমাজত প্ৰচলিত সেই সমাজৰ জনসাধাৰণে ইয়াক দূৰ অতীতত সংঘটিত জাগতিক ব্যাপাৰৰ সত্য বৰ্ণন ৰূপে বিবেচনা কৰে আৰু এই সমাজৰ সদস্যসকলে বিশ্বাসৰ আধাৰত পৰম্পৰাগতভাৱে সেইবোৰৰ প্ৰতি শ্ৰদ্ধাৰ ভাব পোষণ কৰি আহিছে। অজ্ঞান, সন্দেহ অথবা অবিশ্বাস আদি খণ্ডনৰ বাবে প্ৰয়োজনীয় ব্যাখ্যাৰ প্ৰামাণিক সমল ৰূপেও মিথবোৰ গ্ৰহণ কৰা দেখা যায়। মিথবোৰ স্বৰূপাৰ্থত স্বমতাগ্ৰহৰ (dogma) মূৰ্ত ৰূপ মাথোন। এইবোৰ সৃষ্টিতত্ত্ব সম্পৰ্কীয় বৰ্ণনাৰে ঋদ্ধ। মিথবোৰ প্ৰায়েই ধৰ্মীয় প্ৰসংগৰ লগত সম্পৃক্ত। মিথৰ প্ৰধান চৰিত্ৰবোৰ সাধাৰণতে দেৱ-দেৱী বা দেৱানুগৃহীত ব্যক্তি। জগত্ সৃষ্টি, মানৱৰ উৎপত্তি, মৃত্যুৰ বৰ্ণনা, চৰাই-চিৰিকটি আৰু জন্তু আদিৰ জন্ম, ভৌগোলিক বৈশিষ্ট্য, নৈসৰ্গিক ঘটনাদিৰ যথাযথ

---

১ নবীন চন্দ্ৰ শৰ্মা ঃ 'পুৰাণ ঃ মিথ' (স্মৃতিগ্ৰন্থ, অসমীয়া সাহিত্য চ'ৰা) পৃ. ২৬

২ নবীন চন্দ্ৰ শৰ্মা ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ২৯

বৰ্ণন মিথবোৰত পোৱা যায়। দেৱ-দেৱীৰ বিভিন্ন কাৰ্যাবলী, তেওঁলোকৰ প্ৰেম-প্ৰণয়, তেওঁলোকৰ পাৰিবাৰিক সম্পৰ্ক যুঁজ-বাগৰ, কাজিয়া-পেচাল, সৌহাৰ্দ্য, জয়-পৰাজয় আদিৰ উপস্থাপন মিথৰ অন্যতম বিশেষত্ব। মিথ-এ ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ অন্তৰ্নিহিত অৰ্থ আৰু সেইবোৰৰ লগত জড়িত নিষিদ্ধ আচৰণৰ সম্যক পৰিচয়ো দিব পাৰে।[৩]

মিচিং সমাজত প্ৰচলিত এনেধৰণৰ কাহিনীবোৰক লেকে দঃয়িং বা দঃয়ৃং বোলা হয়। লেকে— পুৰণি, দঃয়িং — কথা বা সাধু, অৰ্থাৎ পুৰণি কথা বা সাধু। এই লেকে দঃয়িংবোৰত বিশেষকৈ দেৱতা আৰু মানুহৰ কাজিয়াৰ পৰিণতিত সৃষ্টি হোৱা পূজা-উপাসনা আদিৰ বৰ্ণনা পোৱা যায়। ইয়াৰ বাহিৰেও জীৱ, জগত, দেৱ-দেৱী আদিৰ সৃষ্টিমূলক বৰ্ণনা এইবোৰ কাহিনীৰ প্ৰধান বিষয়-বস্তু। মিচিং সমাজত মুখ পৰম্পৰা প্ৰচলিত দুটিমান মিথৰ কথাংগ তলত দিয়া হ'ল—

**(ক) মানৱ আৰু ভূত-প্ৰেতৰ জন্ম কথা ঃ** সৃষ্টিৰ পূৰ্বে মহাশূন্যৰ বাহিৰে বিশ্বজগতত একো নাছিল। সৃষ্টিকৰ্তা চেংদি আৰু তেওঁৰ পত্নী মেঃল-এ প্ৰথম মানৱ আবতানি আৰু তেওঁৰ ভায়েক আবতাৰক সৃষ্টি কৰিলে। আবতানিৰ 'নিব' আৰু আবতাৰৰ 'ৰ'ব' নামেৰে একোটাকৈ পুত্ৰ সন্তান আছিল। ৰ'বই নিবৰ অন্যায় চিন্তা কৰা হেতু নিবয়ে কৌশল কৰি ৰ'বক বনলৈ খেদি পঠিয়ালে। ৰ'বই মানুহৰ স্বভাৱ-চৰিত্ৰ এৰি আসুৰিক স্বভাৱ গ্ৰহণ কৰি মানুহৰ অপকাৰ সাধিবলৈ ধৰিলে। সি 'এপম' বা 'উই' নামৰ ভূত-প্ৰেতবোৰ জন্ম দিয়ালে। নিবৰ পৰা মানৱৰ সৃষ্টি হ'ল।

**(খ) ধানৰ জন্ম কাহিনী ঃ উৎসৱ-অনুষ্ঠানৰ জন্ম ঃ** আবতানিয়ে দঃগ্ৰিৰ জীয়েক 'য়াচি'ক বিয়া কৰোৱাৰ সময়ত পৃথিৱীত খাদ্যৰ নাটনি হৈছিল। আবতানিয়ে উপায় নেদেখি এদিন কুকুৰ এটা লগত লৈ শহুৰেক দঃগ্ৰিৰ ওচৰলৈ মাটিৰ তলেদি যাত্ৰা কৰিছিল। পোনতে তেওঁ 'কংজে য়াংগ'ৰ (লক্ষ্মী দেৱী) ঘৰলৈ গৈ পৃথিৱীত খাদ্যৰ নাটনি হোৱাৰ কথা কোৱাত লক্ষ্মীদেৱীয়ে মৰমতে আবতানিক কিছুমান শস্যৰ গুটি দি কেনেকৈ সিঁচিব লাগে তাকো শিকাই দিলে। তেওঁ আৰু ক'লে যে শস্য সিঁচা দিনটোৰ পৰা পাঁচ দিনলৈকে পথাৰলৈ গৈ শস্য চাব নোৱাৰিব। লগতে শস্য ভাল হ'লে প্ৰতি পাঁচ বছৰে 'ক'ঃজেয়াংগওৰ নামত এটা ডাঙৰ সকাম ৰাজহুৱাভাৱে পাতিবৰ বাবেও তেওঁ আবতানিক নিৰ্দেশ দিলে।

কংজেয়াংগৰ নিৰ্দেশ মতে আবতানিয়ে পৃথিৱীলৈ ঘূৰি আহি শস্য সিঁচিলে। পাঁচ দিনৰ মূৰত পথাৰলৈ গৈ তেওঁ দেখে যে কপৌ চৰায়ে শস্যবোৰ খাই শেষ কৰিলে। তাকে দেখি আবতানিয়ে বেজাৰ মনে কান্দিবলৈ ধৰিলে। এনে সময়তে হাবিৰ মাজৰ পৰা 'চেউকাৰী' নামৰ এগৰাকী দেৱতাই ওলাই আহি আবতানিক কন্দাৰ কাৰণ সুধিলে। আবতানিয়ে চেউকাৰীৰ ওচৰত সকলো ঘটনা বিৱৰি ক'লে। চেউকাৰীয়ে ধেনু-কাঁড়েৰে কপৌ চৰাইৰ টোঁটোলাত থকা ধানবোৰ উলিয়াই দিলে আৰু আবতানিয়ে পুনৰ ধান সিঁচিলে। এইদৰে ধানখেতিৰ সৃষ্টি হ'ল আৰু আলি-আই লৃগাং উৎসৱ পৰম্পৰা আৰম্ভ হ'ল।[৪]

---

৩ William R. Bascom : Contribution to Folkloristics, p.98

৪ দুৰ্গা, কোণ ঃ 'মিবু বা মিবৃ আৰু মিবু আঃবাং' (মিচিং সংস্কৃতিৰ আলেখ্য), পৃ. ৩৬৯

চেউকাৰীয়ে কৰা সহায়ৰ প্ৰতিদান স্বৰূপে ধান চপোৱাৰ পিছত চেউকাৰীকে আদি কৰি দেৱতাসকলক আবতানিয়ে তিনিটা ডাঙৰ পূজা দিব লগা হ'ল।

এদিন আবতানি পথাৰলৈ ধান কাটিবলৈ গ'ল। এনেতে হাবিৰ পৰা এদল দেৱতা ওলাই আহি বিনা অনুমতিত হাবি-কাটি খেতি কৰাৰ বাবে আবতানিৰ লগত কাজিয়া কৰিবলৈ ধৰিলে। অৱশেষত ক্ষতিপূৰণ স্বৰূপে দেৱতাসকলে আবতানিৰ পৰা এটা ডাঙৰ পূজা বিচাৰিলে। দেৱতাসকলে নিৰ্দেশ দিলে যে পূজাত পঃৰ আপং (ছাই মদ) আৰু কুকুৰা বলি দি সমূহ দেৱতাক সন্তুষ্ট কৰিব লাগিব। এইদৰে 'দবুৰ' পূজাৰ পৰম্পৰা আৰম্ভ হ'ল।[৫]

চেউকাৰীৰ নিৰ্দেশ অনুসৰি আবতানিয়ে এটা ডাঙৰ ৰাজহুৱা মচুপ ঘৰ সাজি চেউকাৰীকে আদি কৰি 'কাৰ্চিং-কাৰ্তাক, কঃজেয়াংগ', চেঃদি আৰু মেঃল, চিনী মীঃব (মৰা-মৃতক) আদি প্ৰত্যেকলৈ একোটিকৈ গাহৰি বলি দি পূজা কৰিলে। এনেদৰে পঃৰাগ (নৰা ছিগা) উৎসৱ পৰম্পৰাৰ সূত্ৰপাত হ'ল।[৬]

**(গ) মিগো মিমাত ভূতৰ জন্মকথা ঃ** সৃষ্টিকৰ্তাই মানুহবিলাকক সৃজন কৰাৰ পিছত এদিন সকলো মানুহে গোট খাই নিজ নিজ অভিপ্ৰায় জনাবলৈ সৃষ্টিকৰ্তাৰ ওচৰলৈ গ'ল। এহাল ককাই-ভায়েকৰ বাহিৰে আন সকলোৱে সৃষ্টিকৰ্তাৰ ওচৰত নিজৰ নিজৰ মনোভাব ব্যক্ত কৰিলে আৰু পৃথিৱীত কেনেকৈ চলিব লাগে ইত্যাদি বিষয়ে সৃষ্টিকৰ্তাৰ পৰা পৰামৰ্শ ল'লে। ককায়েক-ভায়েকহালৰ ওপৰত সৃষ্টিকৰ্তাৰ খং উঠি শাও দিলে— 'তহঁত দুয়ো মানুহো নহ'বি দেৱতাও নহ'বি—মিগো মিমাত হৈ থাকগৈ।' পৰিণতি স্বৰূপে সিহঁত দুয়ো পৃথিৱীত মিগো মিমাত বা আপদায়া দেও-ভূত হৈ জন্ম ল'লে।[৭]

**(ঘ) বিজুলী আৰু ঢেৰেকনিৰ জন্মকথা ঃ** এজন মানুহৰ পানবৰ নামেৰে এজন ল'ৰা আৰু পানৈ নামেৰে এজনী ছোৱালী আছিল। মোমায়েকৰ ঘৰৰ বিয়াত সহায় কৰিবৰ কাৰণে মাক-বাপেকে দুয়োকে মোমায়েকৰ ঘৰলৈ পঠিয়ালে। বাটতে এটা জান আছিল। জানটোৰ পানী কিমান দ আছিল ক'ব নোৱাৰাকৈয়ে পানৈয়ে মেখেলা কোঁচাই যাবলৈ ধৰিলে। এই দৃশ্য দেখি পানবৰৰ মনটো কেনেবা কেনেবা লাগিল। পানৈ যে তাৰ ভনীয়েক আছিল সি পাহৰি গ'ল। সি মোমায়েকৰ ঘৰলৈ নগৈ ঘূৰি আহি মনে মনে ধানৰ ভঁৰালত সোমাই থাকিল।

দুদিনমানৰ পিছত পানৈ ঘূৰি আহি দেখে যে পানবৰ ঘৰত নাই। শেষত মাকে পানবৰক ভঁৰালত বিচাৰি পালেগৈ। মাকে পানবৰক কি লাগে বুলি সোধাত পানবৰে কলে যে সি পানৈক বিয়া কৰাব খোজে, নহলে সি নাখাই-নবই মৰিব। মাক-বাপেকে পানবৰক বহুতো বুজালে, তথাপি সি সৈমান নহ'ল। ককায়েক পানবৰৰ আঁকোৰ-গোজৰ কথা শুনি পানৈ নৈৰ পাৰলৈ গ'ল আৰু ঈশ্বৰক চিন্তা কৰি চৰাই হৈ আকাশলৈ উৰি গ'ল। পানবৰে নৈৰ পাৰলৈ গৈ গছ এজোপাত উঠি চৰাইজনীক মাতিলে। কিন্তু চৰাইজনীয়ে তাৰ কথালৈ কাণ নিদি আকাশৰ ওপৰলৈ উৰা মাৰিলে। তাকে দেখি পানবৰেও

---

*৫ দুৰ্গা বেগন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ৩৬৯*

৬ দুৰ্গা বেগন ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ৩৭০

৭ তৰুণ চন্দ্ৰ পামেগাম ঃ মিচিং সাধু, পৃ. ১২

চৰাই হৈ পানৰ পিছে পিছে সোঁ সোঁকৈ খেদি গ'ল। পানৈ গৈ ডাৱৰৰ মাজত সোমাল আৰু বিজুলী হ'ল। পানবৰেও ঢেৰেকনি হৈ ডাৱৰৰ মাজে মাজে বিজুলী স্বৰূপা পানৈক বিচাৰিবলৈ ধৰিলে। কিন্তু আজিলৈকে পপীয়া পানবৰে পানৈক লগ ধৰিব নোৱাৰিলে। ডাৱৰৰ মাজে মাজে পানৈয়ে ৰচকী বিজুলী ৰূপেৰে নাচি ফুৰে আৰু পপীয়া পানবৰে ঢেৰেকনি হৈ গুজৰি-গুমৰি মৰে।[৮] এইদৰে বিজুলী আৰু ঢেৰেকনিৰ সৃষ্টি হ'ল।

এই সাধুটোৰ আন এটা ৰূপ বড়ো-কছাৰীৰ সমাজতো প্ৰচলিত। এই সাধুটোৰ মতে 'ৰাওণা-ৰাওণী' নামে এহাল ককায়েক-ভনীয়েক আছিল। ককায়েক ৰাওণাই ভনীয়েকক বিয়া কৰাবৰ কাৰণে গুপুতে দিন ঠিক কৰিলে। আবুয়েকৰ পৰা আচল কথাটো জানিব পাৰি ৰাওণীয়ে আকাশলৈ উৰা মাৰিলে। ৰাওণায়ো ৰাওণীৰ পিছে পিছে খেদি গ'ল। ৰাওণীয়ে খঙতে খেদি যোৱা ককায়েকক অবাচ্য মাতেৰে গালি পাৰি মেঘৰ আঁৰে আঁৰে পলাই ফুৰিবলৈ ধৰিলে। তাকে দেখি লাজ-অভিমানত ৰাওণাই গৰ্জি উঠে। আজিও আকাশত ৰাওণীয়ে টিকা দেখুৱাই বিজুলী চমকায় আৰু ৰাওণাই মেদিনী কপাই গৰ্জি থাকে।[৯]

দুয়োটা মিথৰ মাজত চৰিত্ৰ আৰু চৰিত্ৰবোৰৰ প্ৰকাৰ্যৰ মাজত সাদৃশ্য দেখা যায়। পাত্ৰ-পাত্ৰী দুয়ো ভায়েক-ভনীয়েক। দুয়োটা মিথতে ককায়েকে ভনীয়েকক বিয়া কৰাব খোজে আৰু অবৈধ বিয়াৰ পৰা হাত সাৰিবৰ বাবে নায়িকাই বিজুলী ৰূপ গ্ৰহণ কৰে আৰু ককায়েকে ঢেৰেকনি হৈ বিজুলীৰ পিছে পিছে খেদি যায়। মিচিং মিথটোত ককায়েক আৰু ভনীয়েক চৰাই হোৱা কথাংগ বড়ো-কছাৰীৰ মিথটোত দেখা নাযায়।

**(ঙ) বৃবৃ, বৃচু আৰু বৃকৃ দেৱতাৰ জন্মকথা ঃ** চেঃদি-মেঃলৰ আন এগৰাকী কন্যা সন্তান হ'ল 'পৗদং আনৗ'। পৗদং মাতৃয়ে কেইবাটিও সন্তান জন্ম দিয়ে। এইবিলাকৰ ভিতৰত বৃবৃ, বৃচু আৰু বৃকৃ উল্লেখযোগ্য। পিছলৈ এই সন্তান কেইটিয়েও লাঃদাং, লাঃয় নামে কেইবাটাও দেৱতাক জন্ম দিয়ে। পৃথিৱীত মানুহ জন্ম হোৱাৰ সময়ত জীৱ-জন্তু, দেৱতা-মানুহ একেলগে বাস কৰি আছিল। পিছলৈ সিহঁতৰ বংশ বৃদ্ধি হোৱাত থাকিবলৈ ঠাই নোহোৱা হ'ল। পিছত লীৰং-ৰঃদং আৰু চুচুং মিতৌ নামৰ ঘনচিৰিকা চৰাই দুটাক মাটিৰ ভাগ কৰি দিবৰ কাৰণে কৗবাঙে নিয়োগ কৰিলে। বৃবৃ, বৃচু আৰু বৃকৃৰ ভাগত পানীহে পৰিল। তেতিয়াৰে পৰা সিহঁত 'আচি' (উঁই, জলদেৱতা) হৈ থাকিল।[১০]

**৮.০২ বৗডাম্ দঃয়িং (জনশ্ৰুতিমূলক কাহিনী বা Legend) ঃ**

বুৰঞ্জীমূলক কথা অৱলম্বন কৰি কিছুমান ঘটনা অথবা স্থানৰ বা ব্যক্তিৰ সৈতে জড়িত কাহিনী মুখে মুখে চলে ইংৰাজীত তাক লেজেণ্ড বোলে।[১১] অসমীয়াত আৰু মিচিঙত এনে শ্ৰেণীৰ কাহিনী ক্ৰমে জনশ্ৰুতি আৰু বৗডাম্ দঃয়িং ৰূপে জনাজাত। এইবিলাক সত্য ঘটনা নহ'বও পাৰে।

৮ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ২০
৯ ভবেন নাৰ্জী ঃ বৰো-কছাৰীৰ জনসাহিত্য, পৃ. ৭৮
১০ Dembeswar Doley : Lutad, pp.3-6
১১ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জনসাহিত্য, পৃ. ১০৬

বক্তা আৰু শ্ৰোতা উভয়ৰে দৃষ্টিত জনশ্ৰুতিবোৰ সত্য। জনশ্ৰুতিত আজিৰ জগতৰ লগত কিছুপৰিমাণে সাদৃশ্য থকা আন এখন জগতৰ পৰিচয় পাব পাৰি। জনশ্ৰুতিবোৰত ধৰ্মীয় ভাবৰ প্ৰধান্য থাকিলেও মিথতকৈ এইবোৰ কিছু পৰিমাণে ধৰ্মনিৰপেক্ষ। মিথত দেৱ-চৰিত্ৰৰ প্ৰাধান্য আৰু জনশ্ৰুতিত মানৱ চৰিত্ৰৰ প্ৰাধান্য দেখা যায়। জন প্ৰব্ৰজন, যুদ্ধ-বিগ্ৰহ, জয়-পৰাজয়, অতীতৰ বীৰপুৰুষসকলৰ কাৰ্য্য-কলাপ, সিংহাসন আৰোহণ আদিৰ বৰ্ণন জনশ্ৰুতিত পোৱা যায়। ইতিহাস, স্থানীয় বুৰঞ্জী, পৰম্পৰাগত কাহিনী, ভূত-প্ৰেত, পৰী, সাধু-সন্ত আদি বিভিন্ন দিশৰ ওপৰতো জনশ্ৰুতিয়ে আলোকপাত কৰে।[১২]

মিচিং সমাজত প্ৰচলিত মিথ, জনশ্ৰুতিবোৰ তেওঁলোকৰ সমাজত পৰম্পৰাগতভাৱে মুখে মুখে চলি অহা কিছুমান অলিখিত প্ৰাচীন ইতিহাস সদৃশ; কাৰণ মিচিং সমাজৰ উৎপত্তি, প্ৰব্ৰজন, ভাষা আৰু বিভিন্ন নদ-নদী ঠাইৰ নাম, যুদ্ধ-বিগ্ৰহ আদিৰ সৃষ্টি সম্পৰ্কীয় বৰ্ণনাত্মক কথা এই জনশ্ৰুতিবিলাকত সুন্দৰভাবে প্ৰকাশ পাইছে। তলত কেইটামান জনশ্ৰুতিৰ কথাংগ উল্লেখ কৰা হ'ল—

(ক) মিচিং ভাষাৰ লিপি[১৩] আৰু (খ) সোণ-ৰূপৰ জখলা।[১৪]

**(গ) চিয়াং নদীৰ নামকৰণ :** পুৰণি কালত দিহং নদীৰ দুয়োপাৰে বাস কৰি থকা পাঃদামৰ মুখিয়াল মাট্‌বাং আৰু মিয়ঙৰ মুখিয়াল কেপ্‌চি চিমাদৰ মাজত বিবাদ লাগিল। মাটবাঙক কেপ্‌চিয়ে হত্যা কৰে। কেপ্‌চিৰ ওপৰত পোটক তুলিবৰ কাৰণে পাঃদামসকলে ভৈয়ামৰ পেগু ফৈদৰ মুখ্য গৃঃতুঙৰ সহায় ল'লে। দুয়োপক্ষৰ মাজত ৰণ লাগিল। তিৰোতা আৰু ল'ৰা-ছোৱালীৰ বাহিৰে কেপ্‌চিৰ ফৈদৰ সকলো লোক নিহত হ'ল। ৰণত জিকি পাঃদাম ফৈদৰ লোকসকল ঘৰলৈ ঘূৰি আহিল। বাটতে আছিল দিহং নৈ। তেওঁলোকে নাৱত উঠি খেৱা দি নৈখনৰ মাজ ভাগ পালেহি। তেনেতে নদীৰ পানীত প্ৰকাণ্ড চাকনৈয়া এটি দেখা পাই তুঃচৃগে তেওঁৰ ভাৰসাম্য হেৰুৱাই চাকনৈয়াৰ বুকুত পৰিল। সেই শোকাবহ ঘটনাৰে পৰা দিহং নৈখন চিয়াং আবুং নামেৰে জনাজাত হ'ল। 'চি' মানে পানী আৰু 'য়াং' মানে মৰাশ অৰ্থাৎ মৰাশ উপঙি যোৱা নৈ।[১৫]

এই জনশ্ৰুতিটোক স্থানবাচক জনশ্ৰুতি আখ্যা দিব পাৰি।

**(ঘ) মুৰ্‌কং চেলেক্ :** অসমৰ পূব প্ৰান্তত দিহং আৰু দিবং নৈৰ সংগমস্থলৰ পশ্চিমে চিৰি লুইতৰ পাৰত, বৰ্তমান অৰুণাচলৰ গাতে লাগি থকা অঞ্চলটোৰ নামেই হ'ল মুৰ্‌কং চেলেক্। বৰ্তমান ই ধেমাজি জিলাৰ জোনাই মহকুমাৰ অন্তৰ্গত। মুৰ্‌কং চেলেক্ নামৰ উৎপত্তি সম্পৰ্কত এটি জনশ্ৰুতিৰ চলতি দেখা যায়। জনশ্ৰুতিটো তলত দিয়া হ'ল—

মানৰ অসম আক্ৰমণ কৰাৰ সময়ত সিহঁতে অসমৰ গাঁও-ভূঁই লুটি ব্ৰহ্মপুত্ৰৰ উত্তৰেৰে উজাই গৈ মিচিমিৰ দেশ অতিক্ৰম কৰি স্বদেশলৈ ঘূৰি যোৱাৰ সময়ত এই অঞ্চলত বাস কৰা আদী আৰু মিচিং

---

১২ নবীন চন্দ্ৰ শৰ্মা : 'পুৰাণ : মিথ' (স্মৃতিগ্ৰন্থ, অসমীয়া সাহিত্যচ'ৰা), পৃ ২৮

১৩ পৃষ্ঠাত চাওক।

১৪ পৃষ্ঠাত চাওক।

১৫ গণেশ পেগু : 'অসমৰ ঠাইৰ নাম আৰু নদীৰ নামত মিচিং শব্দৰ অৱদান', (ৰুৱাদ), পৃ ১১-১৪

লোকে সিহঁতক আগভেটি ধৰিলে আৰু ন-দিহিং নৈ পাৰ কৰি দিবলৈ মানহঁতক কথা দিলে। মানহঁত গোট খালে মৌগুলৃংতুং (বৰ্তমান বেৰা চাপৰিৰ ওচৰত) নামে এখন ঠাইত। আদী, মিচিংসকলে চক্ৰান্ত কৰি মানহঁতক নিমন্ত্ৰণ জনালে। আপঙৰ নিচাত মান সৈন্যবিলাক মতলীয়া হ'ল। তেনে সোণালী সুযোগতে আদী-মিচিংসকলে অস্ত্ৰ-শস্ত্ৰৰ সৈতে মানসৈন্যক আক্ৰমণ কৰিলে। এই আক্ৰমণত আটাইবোৰ মান সৈন্য নিহত হ'ল। মান সৈন্যই অসমৰ প্ৰজাৰ পৰা লুটি নিয়া ধন-সম্পত্তি, টকা-কড়ি, সোণ-ৰূপ আদি সেই চাপৰিতে পৰি থাকিল। বহু বছৰৰ পিছত সেই অঞ্চলত বসতি কৰা লোকসকলে খেতিৰ বাবে হাবি কাটোতে বা চিকাৰ কৰিবলৈ যাওঁতে পৰি থকা ধন-সম্পত্তিবোৰ উলুবনি-খেৰণিৰ মাজৰ পৰা বুটলি অনাৰ বাবে এই ঠাইখনৰ নাম হ'ল মুৰ্‌কং চেলেক্।[১৬] 'মুৰ্‌কং' মানে টকা আৰু চেলেক্ মানে খেৰণি-চাপৰি অৰ্থাৎ টকাৰ চাপৰি।

এতিয়াও জোনাই চহৰৰ গাতে লাগি থকা মুৰ্‌কং চেলেক্ নামৰ এখন মিচিং গাঁও আছে। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ দ্বাৰা পূৰ্বৰ মুৰ্‌কং চেলেক্ চাপৰিখন বিধ্বস্ত হোৱাত সেই ঠাইৰ মিচিংসকল জোনাই চহৰৰ ওচৰলৈ উঠি আহে।

ওপৰোল্লিখিত জনশ্ৰুতিটো বুৰঞ্জীমূলক বা ঐতিহাসিক জনশ্ৰুতিৰ পৰিসীমাত ধৰিব পাৰি, যিহেতু ইয়াত মানৰ দ্বাৰা অসম আক্ৰমণ —এই ঐতিহাসিক ঘটনাটোৰ সাধাৰণ আভাস পোৱা যায়। দ্বিতীয়তে, স্থানবাচক জনশ্ৰুতিৰ সমলো এই জনশ্ৰুতিটোত বিদ্যমান।

**(ঙ) নাৰদ নলা ঃ** শ্ৰীকৃষ্ণই ৰুক্মিণীক কুণ্ডিল নগৰৰ পৰা হৰণ কৰি আনোতে বাটতে জিৰণি লৈ থকা সময়ত শ্ৰীকৃষ্ণই নাৰদক এফলীয়াকৈ মাতি নি এটা নলাৰ পাৰত বহি দেশৰ খবৰ-বাতৰি লৈছিল। এনেদৰে নাৰদক মাতি নি নদীৰ পাৰত কথা পতাৰ কাৰণে উক্ত নলাটোৰ নাম হ'ল নাৰদ বা নাৰাদ নলা। আন এটা জনশ্ৰুতিমতে এই নলাটোত বনৰীয়া জন্তুৱে অৰ্থাৎ চৃমনবোৰে পানী খাইছিল। সেই কাৰণে এই নলাটোৰ নাম হয় চৃমৃন নলা। পিছত চৃমৃনৰ পৰা বিকৃতি ঘটি চিমেন নাম হ'ল। আকৌ কোনো কোনোৰ মতে নলাটোৰ বালিবোৰ চিমেন্টৰ নিচিনা হোৱাৰ বাবে নলাটোৰ নাম হয় চিমেন নলা।[১৭]

**(চ) মিচিংসকলৰ প্ৰব্ৰজনৰ লগত জড়িত জনশ্ৰুতি ঃ য়াক্‌কঃ কঃবেৰঃ—**

য়াক্‌কঃ আৰু কঃবেৰ আছিল দুই ভাই-ককাই। সিহঁতে সুখ-শান্তিৰে এটা পৰ্বতীয়া অঞ্চলত বাস কৰিছিল। কালক্ৰমত পৰ্বতৰে ওচৰ-চুবুৰীয়া পাঃদাম পৰিয়ালৰ সৈতে তেওঁলোকৰ সামাজিক কাৰণবশতঃ বিবাদ আৰম্ভ হয়। সেই বিবাদেই শেহলৈ 'মিমাগ'ৰ (যুদ্ধ) ৰূপ লয় আৰু দুয়োটি পৰিয়ালেই 'মিমাগ'ৰ বাবে সাজু হয়।

য়াক্‌কঃ আৰু কঃবেৰৰ ঘৈণীয়েকহঁতে বহুতো জলকীয়া শুকাই গুড়ি কৰি থলে। যুদ্ধৰ দিনাখন তেওঁলোকৰ প্ৰত্যেকজনীয়ে হাতত একোখনকৈ ঔপ (কুলা) লৈ ঘৰৰ ভিতৰত জুহালত জুই ধৰি জলকীয়াৰ গুড়িবোৰ জ্বলাই দিবৰ বাবে সাজু হৈ থাকিল। আনফালে য়াক্‌কঃ আৰু কঃবেৰে হাতত অস্ত্ৰ-শস্ত্ৰ লৈ ঘৰৰ ভিতৰত লুকাই থাকিল।

---

১৬ সংবাদদাতা ঃ ডিৰাম কুম্বাং, ৫৫

১৭ গণেশ পেগু ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ১১-১৪

নির্দিষ্ট দিন আৰু সময়ত পাঃদাম পৰিয়ালৰ লোকসকলে মিমাগৰ বাবে সাজু হৈ চিঞৰি চিঞৰি য়াক্‌ক আৰু কঃবেৰৰ ঘৰ পালেহি। লগে লগে য়াক্‌কঃ আৰু কঃবেৰৰ ঘৈণীয়েকহঁতে ঔপৰ সহায়েৰে শুকান জলকীয়াৰ গুড়িবোৰ পাঃদাম লোকসকলৰ গালৈ জাৰি দিলে। আনফালে জলকীয়া গুড়িবোৰ জুইত জ্বলাই দিয়াত গোটেই ঠাইখিনিতে জলকীয়াৰ গোন্ধ বিয়পি পৰিল। শত্ৰুপক্ষই বিতত হৈ মাটিত বাগৰি পৰিল। দুয়ো ককাই-ভায়েকে সিহঁতক ঠেকেচি কাটিলে। ইয়াৰ পিছত দুয়ো ককায়েক-ভায়েকে নিজৰ নিজৰ পৰিয়ালৰ সৈতে নাৱত উঠি ভটীয়াই আহি ভৈয়ামত উপস্থিত হ'ল।[১৮]

### ৮.০৩ দঃয়িং ঃ সাধুকথা

সাধুকথা লোক-সাহিত্যৰ অন্য এক বিশিষ্ট উপশ্ৰেণী। এই সাধুকথাৰ সকলো দিশ সামৰি এটা সূত্ৰ (Definition) দিয়া কঠিন। মৌখিক সাহিত্যৰ অন্য উপশ্ৰেণীবোৰৰ দৰে সাধুকথাও মৌখিক পৰম্পৰাত প্ৰচলিত। এইবিধ মৌখিক সাহিত্যৰ এটি বিশেষত্ব হৈছে, ই এখন সমাজৰ পৰা আন এখন সমাজলৈ, এখন দেশৰ পৰা আন এখন দেশলৈ বিস্ফাৰিত (defused) হয়। ইউৰোপীয় পণ্ডিতসকলে সাধুকথাৰ বিভিন্ন ৰূপৰ মাজত পাৰ্থক্য দেখুৱাবৰ কাৰণে মাৰ্খেন (Marchen), চেজেন আদি কিছুমান নাম ব্যৱহাৰ কৰিছে। কিন্তু অসমীয়াত সাধুকথা বুলিলে লোক-সমাজত মুখে মুখে প্ৰচলিত উপাখ্যান, পৰম্পৰাগত আখ্যান আদিক সূচিত কৰা হয়।[১৯]

সাধুকথা সৃজনধৰ্মী কলা (creative art)। এইবোৰ কোনো সমাজৰ অনামী নিৰ্মাতাই মুখে মুখে ৰচনা কৰি সমাজলৈ ঠেলি দিয়ে। সেয়ে ই ব্যক্তিবিশেষৰ নিৰ্মিতি নহৈ সমাজৰ নিৰ্মিতি হ'বলৈ বাধ্য হয়। সাধুকথা জীৱন্ত কলা (living art)। কাহিনী-কথন যুগ নিৰপেক্ষ। মানুহে সাধুকথা ক'বলৈ আৰু শুনিবলৈ ভাল পায়। ইয়াৰ পৰিণতিত যুগে যুগে, দেশে দেশে সাধুকথাৰ সৃষ্টি হৈছে।[২০]

তেনেদৰে পুৰণি সাধুকথাৰ জাকত নতুন সংযোজন, পৰিৱৰ্তন, পৰিৱৰ্দ্ধন আদি প্ৰক্ৰিয়াও অহৰহ চলি আছে। সাধুকথা বিভিন্ন কথাংগৰ (motifs) সমষ্টি। সাধুকথাৰ সুকীয়া ৰূপ, সংযুতি, বিষয়-বস্তু আৰু প্ৰসংগ বা অনুষংগ বৰ্তমান। সাংস্কৃতিক অনুষংগ সাধুকথাৰ অপৰিহাৰ্য বিশেষত্ব।[২১]

'Folk tale' পৰিভাষাৰ প্ৰতিশব্দ ৰূপে অসমীয়াত সাধুকথা, সাজোঁ কথা, উক কথা আদি পদ ব্যৱহাৰ কৰা দেখা যায়। মিচিং সংস্কৃতিত সাধুকথাৰ সমাৰ্থক ৰূপে 'দঃয়িং' পদটো ব্যৱহাৰ কৰা হয়।

সাধুকথাৰ বিষয়বস্তু, প্ৰসংগ আৰু প্ৰকাৰ্যৰ প্ৰতি লক্ষ্য কৰি এইবিধ মৌখিক সাহিত্যক কেইটিমান উপশ্ৰেণীত (Sub-genre) ভাগ কৰিব পাৰি। যেনে—

(ক) অতিলৌকিক সাধুকথা বা বিস্ময়াবহ সাধুকথা বা ৰোমাণ্টিক সাধুকথা (Tales of the Supernatural or Wondrous tales or Romantic tales)

(খ) নৈদানিক সাধুকথা (Etiological tales)

---

১৮ সংবাদদাতা ঃ সোমেশ্বৰ কুলি, ৭০, বৰমুকলি গাঁও, ৫/১২/৮৯

১৯ বিৰিঞ্চি কুমাৰ বৰুৱা ঃ অসমৰ লোক-সংস্কৃতি, পৃ.৩৮

২০ Linda Degh : 'Folk Narrative' in Folklore and Folklife, Ed. R.M. Dorson, p. 53

২১ Stith Thompson : The Folktale, pp. 7, 367

(গ) **জীব-জন্তু সম্পৰ্কীয় সাধুকথা** (Animal tales)
(ঘ) **টেটকুটি** (Jokes or humorous tales)
(ঙ) টেটোন বা টেন্টনৰ সাধুকথা (Trickster tales)
(চ) ক্রমপুঞ্জিত সাধুকথা (Cumulative tales) আৰু
(ছ) লোক-ইতিহাসবিশিষ্ট সাধুকথা (Tales of Folk History)

**(ক) অতিলৌকিক সাধুকথা বা বিস্ময়াবহ সাধুকথা বা ৰোমাণ্টিক সাধুকথা** (Tales of Supernatural or Wondrous tales or Romantic tales; D.O.-D 699)

অতিলৌকিক বা বিস্ময়াবহ বা ৰোমাণ্টিক সাধুকথাবোৰ মাৰ্খেনৰ (Märchen) পৰিসীমাত ধৰিব পাৰি। গ্ৰীম ভাতৃদ্বয় আৰু পৰবৰ্তী কালৰ জাৰ্মান পণ্ডিতসকলে সকলো শ্ৰেণীৰ সাধুকথাক বুজাবৰ বাবে (Märchen) পদটো প্ৰয়োগ কৰিছিল।[২২]

আৰ্নে-থোম্পচনে (Arne-Thompson) এই শ্ৰেণীৰ সাধুকথাবোৰৰ টাইপ (Types) তলত দিয়াৰ ধৰণে দেখুৱাইছে—

অতিলৌকিক প্ৰতিনায়ক— অতিলৌকিক শক্তি বা যাদু সিদ্ধস্বামী (পত্নী) অথবা অন্য সম্বন্ধীয়লোক— অতিলৌকিক কাৰ্যাৱলী— অতিলৌকিক শক্তিবিশিষ্ট সহায়কাৰী— যাদু-মন্ত্ৰৰ লগত জড়িত বস্তু (objects) অতিলৌকিক শক্তি বা জ্ঞান।

ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে অতিলৌকিক বা বিস্ময়াবহ বা ৰোমাণ্টিক সাধুকথাৰ কথাবস্তু মানৱৰ অতিলৌকিক আৰু দুঃসাহসিক কাৰ্যাৱলীৰ লগত সম্পৃক্ত। সাধাৰণতে এই জাতীয় চৰিত্ৰত একক নায়কৰ প্ৰাধান্য পৰিলক্ষিত হয়। এই শ্ৰেণীৰ সাধুকথাবোৰ প্ৰায়ে প্ৰতীকাত্মক।[২৩]

মিচিং সমাজত প্ৰচলিত বিস্ময়াবহ সাধুকথাৰ দৃষ্টান্ত স্বৰূপে এটা সাধুৰ কথাংগসমূহ তলত দিয়া হ'ল—

**(ক) এহাল মাউৰা ল'ৰা :** এজন খেতিয়কৰ দুটা ল'ৰা পোৱাৰ পিছতে ঘৈণীয়েক ঢুকাল। খেতিয়কজনে আকৌ বিয়া পাতিলে। মাউৰা ল'ৰাহালক মাহীমাকে মুঠেই ভাল নেপাইছিল। খেতিয়কজনে চেপা পাতি সদায় মাছ ধৰি আনে। মাউৰা ল'ৰাহালৰ পাতত হ'লে এটাও মাছ নপৰে। মাহীমাকৰ ভয়ত ল'ৰাহালে বাপেককো একো ক'ব নোৱাৰে। পইতা-কৰ্কৰা ভাত খাই সিহঁত ডাঙৰ হ'ল।

এদিন বাপেকৰ কথামতে সিহঁত দুয়োৰে চেপা চাবলৈ গ'ল। চেপা ভৰি মাছ লাগি আছে। ঘৰলৈ নিলে এটা মাছো মাহীয়েকে সিহঁতক নিদিব বুলি জানি সিহঁতে কেঁচাই কেঁচাই মাছবোৰ খাই কেৱল মূৰবোৰ ঘৰলৈ লৈ গ'ল। মাহীমাকক সিহঁতে ক'লে যে, মাছবোৰ উদে খাই পেলালে। পিছদিনাও

---

২২ 'The Grimms and later German folktale scholars used the word as an umbrella for all kinds of folktales'.
Linda Degh, Op.cit., p.62

২৩ Linda Degh, Op.cit., p.63

সিহঁতক চেপা চাববৈ পঠিয়ালে। সেইদিনাও সিহঁতে মাছবোৰ খাই পূৰ্বৰ দৰে উদে খোৱা বুলি ক'লে। মাহীমাকে সন্দেহ কৰি গিৰিয়েকক পঠিয়াই দিলে— আচল কথাটোৰ ভু-ল'বলৈ। পিছদিনা ল'ৰাহালক চেপা চাববৈ পঠিয়াই দি খেতিয়কজনো পিছে পিছে গৈ হাবিৰ মাজত লুকাই থাকিল।

খেতিয়কজনে আচল কথাটো ঘৈণীয়েকক ক'লেগৈ। ঘৈণীয়েকে ক'লে যে, সিহঁতৰ গাত 'যখ' দেৱতাই লম্ভিছে। সিহঁত থাকিলে ঘৰখন চাৰখাৰ হ'ব। ঘৈণীয়েকৰ পৰামৰ্শ মতে ল'ৰাহালক 'মিগুমিমা'ত নামৰ ভূতৰ (নৰখাদক) দেশত এৰি থৈ আহিল।

সন্ধিয়া বাপেকৰ বেশ ধৰি বাপেকৰ মাতেৰে মিগুমিমাতে মাতিলে ঃ 'বাঃবু তুণ্টৰং'। লগে লগে বাপেকবেশী মিগুমিমাত আগত উপস্থিত হৈ ৰাতিটোৰ বাবে আশ্ৰয় বিচৰাৰ ভাও জুৰি মিগুমিমাতে সিহঁতক নিজৰ ঘৰলৈ লৈ গ'ল। মাজৰাতি ল'ৰাহালৰ টোপনি অহাত মিগুমিমাতে নিজৰ ৰূপ গ্ৰহণ কৰি দা ধৰাবলৈ ধৰিলে। ইতিমধ্যে সিহঁত দুয়ো সাৰ পাইছিল। মিগুমিমাতৰ কাণ্ড-কাৰখানা দেখি সিহঁতৰ বুজিবলৈ বাকী নাথাকিল। হাতত সাৰে ভৰিত সাৰে সিহঁত দুয়ো ঘৰৰ পৰা ওলাই চকুমুদি দৌৰিবলৈ ধৰিলে। ৰাতিপুৱা ল'ৰাহালে এখন গাঁও পালে। সেই গাঁওখনত এটাও মানুহ নাই, চাংঘৰবোৰহে থিয় হৈ আছে। ওৰে ৰাতিটো দৌৰি দৌৰি সিহঁতৰ বৰ ভোক লাগিছিল। সিহঁতে ঘৰবোৰত উঠি চাউলৰ পাত্ৰবোৰ চাববৈ ধৰিলে। এনেতে দুটা পাত্ৰত দুজনী গাভৰু ছোৱালী সোমাই থকা দেখা পালে। সিহঁতে ছোৱালীদুজনীৰ পৰা জানিব পাৰিলে যে মিগুমিমাতৰ ভয়ত গাঁৱৰ গোটেই মানুহবোৰ ৰাতি পলাই গৈছে। সিহঁতে পলাবলৈ সুবিধা নাপাই চাউলৰ পাত্ৰতে সোমাই থাকি প্ৰাণ ৰক্ষা কৰিলে।

ল'ৰাহালেও ছোৱালীদুজনীৰ আগত সিহঁতৰ সকলো কথা কৈ চাৰিওজনে সেই ঠাইৰ পৰা পলাই গৈ কোনোমতে মিগুমিমাতৰ ৰাজ্যৰ বাহিৰ হ'ল। অৱশেষত ডাঙৰ ল'ৰাটোৱে ডাঙৰজনীক আৰু সৰু ল'ৰাটোৱে সৰুজনী ছোৱালীক বিয়া কৰালে। নৈৰ পাৰত ঘৰ-দুৱাৰ সাজি পলসুৱা মাটিত খেতি-বাতি কৰি সিহঁত সুখেৰে থাকিল।[২৪]

ইয়াৰ বাহিৰেও 'তিঃ তী পীতৃতাং', 'সতিনীৰ পো' আদি বিস্ময়াবহ সাধুকথাৰ পৰিসীমাত সামৰিব পাৰি।

'সতিনীৰ পো' আৰু 'এহাল মাউৰা ল'ৰা'— এই সাধুকথা দুটি 'চিণ্ডেৰেলা টাইপ' সাধুকথাৰ (Cinderella type tale) পৰিধিত ধৰিব পাৰি। 'সতিনীৰ পো'ৰ কথাংগবোৰ তলত দিয়া হ'ল—

এজন মানুহৰ প্ৰথমজনী ঘৈণীয়েক মৰাত আন এজনীক বিয়া কৰালে। প্ৰথমজনীৰ দুটা ল'ৰা আছিল। দ্বিতীয়জনী ঘৈণীয়েকৰ ল'ৰা-ছোৱালী জন্মৰ পিছৰেপৰা মাহীমাকে সতিনীৰ ল'ৰা দুটাক ঈৰ্ষা কৰিবলৈ ধৰিলে। আনকি দ্বিতীয়জনীৰ ভয়ত বাপেকেও ল'ৰাহালৰ খা-খবৰ নকৰা হ'ল। মাহীমাকে সিহঁতক এৰেহাবোৰহে খাববৈ দিয়ে। টঙিত বহি ধান ৰখি থাকোঁতে এদিন সিহঁতে আলচ কৰিলে বোলে— মাহীমাকৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰিবৰ বাবে সিহঁত কোনোবা ৰাজ্যলৈ যোৱাই ভাল। উদ্দেশ্যবিহীনভাৱে সিহঁতে যাত্ৰা কৰিলে। গৈ গৈ সিহঁত দুয়ো 'মিগুমিমাত'ৰ (নৰখাদক) দেশত উপস্থিত হ'ল। মিগুমিমাতে সিহঁতক দেখি খেদি গ'ল। ভয়ত সিহঁত দুয়ো প্ৰাণটাকি দৌৰিবলৈ ধৰিলে। সৰুজনে

২৪ তৰুণ চন্দ্ৰ পামেগাম ঃ মিচিং সাধু, পৃ. ৫১

বাটতে এডোখৰ শিল পাই কোঁচত গুঁজি থলে। কিছুদূৰ যোৱাৰ পাছত ল'ৰাজনে পুনৰ চিমটা এপাট পালে। অৱশেষত সিহঁত গৈ পথাৰৰ মাজৰ ভঁৰালঘৰ এটাৰ ভিতৰত থকা ধানৰ জাপত লুকাই থাকিল। মিগুমিমাতেও সিহঁতক খেদি খেদি তাত উপস্থিত হ'লহি আৰু মুখ মেলি ল'ৰাহঁতক ভক্ষণ কৰিবলৈ উদ্যত হওঁতেই শিলডোখৰ আৰু চিমটাপাটৰ সহায়ত মিগুমিমাত'ক বধ কৰিলে। সেই গাঁৱতে সিহঁত দুয়ো থাকিবলৈ ল'লে আৰু গাঁৱৰ মানুহে সিহঁতক বিয়া কৰাই দিলে।[২৫]

**(খ) নৈদানিক বা ব্যাখ্যামূলক সাধুকথা (Etiological or Explanatory) (A1700-A1997)**

নৈদানিক (etiological) সাধুকথাৰ পৰিসীমাত ব্যাখ্যামূলক (explanatory) সাধুকথাবোৰো সামৰিব পাৰি।[২৬] সাধাৰণতে জগত সৃষ্টি, বিভিন্ন বস্তু, চৰাই-চিৰিকটি, কীট-পতংগ, গছ-বিৰিখ আদিৰ উৎপত্তিৰ বৰ্ণনা— এইজাতীয় সাধুকথাৰ অন্যতম লক্ষ্য। এনেধৰণৰ সাধুকথাৰ উপাদানবোৰ লোক জ্ঞান (Folk-wisdom) ৰূপে বিবেচনা কৰা হয়। Linda Deghৰ ভাষাত 'This material is usually considered as folk-wisdom accumulated by Oral transmission through many generations.'[২৭]

মিচিং সমাজত প্ৰচলিত নৈদানিক বা ব্যাখ্যামূলক সাধুকথাবোৰৰ ভিতৰত দুটি সাধুৰ কথাংগবোৰ তলত দিয়া হ'ল—

**(ক) আকশখন কিয় ওখ হ'ল** (A 625-2.2) **:**

পুৰণি কালত আকাশখন পৃথিৱীৰ নিচেই ওচৰতে আছিল। এদিন এজনী বুঢ়ীয়ে উৰালত ধান খুন্দি আছিল। আকাশখন তেনেই ওচৰত থকাৰ কাৰণে উৰালৰ মাৰি ডাঙোতে আকাশত লাগি গ'ল। সেই কাৰণে তাই বুঢ়াক দীঘল মাৰি এডাল সাজিবলৈ ক'লে। তাই সেইডাল উৰাল-মাৰিৰেই ঠেলি দিয়াত আকাশখন ওপৰলৈ গুচি গ'ল। সৰু গোটা বস্তুৰে ঠেলি দিয়াৰ কাৰণে আকাশখনৰ মাজভাগটো বেছি ওখ হ'ল আৰু কেউফালে ওলমি মাটিত লাগি থাকিল।[২৮]

**(খ) মানুহৰ পৰা কেনেকৈ বান্দৰ হ'ল** (A 1715) **:**

এহাল বুঢ়া-বুঢ়ীৰ ল'ৰা-ছোৱালী নোহোৱাৰ বাবে সিহঁতে আনৰ ল'ৰা এটি তুলি লৈছিল। বুঢ়া-বুঢ়ীয়ে এদিন ল'ৰাটোক আলু খান্দিবলৈ হাবিলৈ পঠিয়ালে। ল'ৰাটোৱে কিন্তু হাবিত আলু খাবলৈ পাই ঘৰলৈ আৰু ফিৰি নাহিল। এদিন বুঢ়া-বুঢ়ীয়ে তাক বিচাৰি হাবিলৈ গ'ল আৰু তাক এজোপা গছত উঠি থকা দেখা পালে। বুঢ়া-বুঢ়ীয়ে তাক গছৰ পৰা নামি আহিবলৈ বৰকৈ ক'লে। কিন্তু সি নামি নাহিল। লাহে লাহে সি মানুহৰ ৰূপ এৰি বান্দৰৰ ৰূপ ল'লে।[২৯]

**(গ) শিহু আৰু ঘঁৰিয়াল কেনেকৈ হ'ল ঃ**

এখন গাঁৱত তমাং নামে এজনী ৰূপহী গাভৰু আছিল। তাই এজন ডেকাক ভাল পাইছিল, কিন্তু

---

২৫ তৰুণ চন্দ্ৰ পামেগাম ঃ মিচিং সাধু, পৃ ৪৮

২৬ Linda Degh : Loc-cit., p.76

২৭ Linda Degh : Loc-cit.,

২৮ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৫৫

২৯ উক্ত গ্ৰন্থ পৃ.৪

মাক-বাপেকে হ'লে ল'ৰাটো পচন্দ কৰা নাছিল। মাক-বাপেকে তাইৰ বিয়া পাতিলে আন এটা ডেকাৰ লগত। অৱশেষত তাই উৰালৰ মাৰি ডিঙিত আৰু খুবলিটো পেটত বান্ধি সোৱণশিৰিত জাঁপ দিলে।

পানীত পৰাৰ পিছতে তাই মানুহ গুচি শিহু হ'ল। ডিঙিত বন্ধা উৰালৰ মাৰিডাল শিহুৰ মুখ হ'ল। সেয়ে শিহুৰ মুখ দীঘল। খুবলিটোৰ পৰা গংগাটোপটোৰ দৰে পেটটো হ'ল।

তমাঙৰ দৰাটোৱে সোৱাণশিৰিৰ পাৰলৈ গৈ 'তমাং, তমাং' বুলি মাতিবলৈ ধৰিলে, কিন্তু তমাং নোলাল। শিহুজনী পানীৰ পৰা ওলাই আহি তাক টিকা ওভোটাই দেখুৱাই পুনৰ তললৈ গ'ল। তমাঙে ভাল পোৱা ডেকাটোৱে এডোখৰ শিল ডিঙিত বান্ধি নৈত জাঁপ দিলে। কিন্তু শিহুৱে মানুহলৈ পিঠি দিয়াৰ বাবে সি শিহুৰ জনম ল'ব নোৱাৰিলে। সি ঘঁৰিয়ালৰ জন্ম ল'লে। সেই শিলডোখৰেই ঘঁৰিয়ালৰ পিঠিত এটা টেমুনা হৈ ৰ'ল।[৩০]

**(ঘ) কপৌ চৰাইৰ মূৰত বগা দাগ হ'ল কিয় ঃ**

দঃগ্রিঙ আৰু পঃলৰ ল'ৰা-ছোৱালী নাছিল। দেৱতাক পূজা-পাতল কৰি অৱশেষত তেওঁলোকে এটি সৰ্বসুলক্ষণীয়া ল'ৰা পালে। ল'ৰাটোৰ লগত উমলি-জামলি থাকিব লগা হোৱাৰ বাবে দঃগ্রিঙয়ে কাম-বন কৰিবলৈ আহৰি নোপোৱা হ'ল। বেলিয়ে নীবৃং এজনী বিচাৰি ওলাল। ভাগৰ লাগি তেওঁ এজোপা গছৰ তলত জিৰণি ল'লে। গছজোপাৰ ডাল এটাত পৰি এজনী কপৌ চৰায়ে আপোন মনে ৰুণ্ দি আছিল। বেলিয়ে কপৌজনীকে মৰমতে সুধিলে ঃ হেৰা কপৌ আইটী, মোৰ এটি মৰম লগা ল'ৰা আছে। তুমি তাৰ নীবৃং হ'বানে? আপত্তি স্বত্বেও কপৌজনীক নীবৃং ৰূপে লৈ অহা হ'ল। কপৌজনীয়ে কেঁচুৱাটো পিঠিত বান্ধি বেলিৰ লগে লগে গৈ থাকে। এদিনাখন কপৌজনীয়ে ল'ৰাটো পিঠিত বান্ধিবলৈ লওঁতেই কেনেবাকৈ কাপোৰখন তাইৰ গাৰপৰা খহি পৰিল। কাপোৰখন পৃথিৱীত পৰিলগৈ। উপায় নেদেখি কাপোৰখন আনিবলৈ বেলিয়ে কপৌজনীক নিৰ্দেশ দিলে। সেইমতে কপৌজনী পৃথিৱীলৈ নামি আহিল আৰু কাপোৰখন লৈ পুনৰ বেলিক লগ ধৰিবৰ বাবে আকাশলৈ উৰা মাৰিলে। কিন্তু তাই যিমানেই ওপৰলৈ উৰি যায় বেলিয়েও সিমানেই আঁতৰি আঁতৰি যায়। ইফালে চকা পাটত বহিল। অৱশেষত বেলিয়ে কপৌৰ মূৰত থুৱাই অদৃশ্য হ'ল। ক্লান্ত হৈ তাই মাটিত পৰিলহি।

বেলিৰ থু পৰি কপৌজনীৰ মূৰত বগা দাগ এটা হ'ল।[৩১]

**(ঙ) হুদু চৰাইৰ কেনেকৈ জন্ম হ'ল ঃ**

দুজন বন্ধুৱে জানত ভেটা মাৰি চেপা পাতিছিল। কুকুৰাই ডাক দিলেই দুয়োৱে চেপা চাবলৈ যায়। কিন্তু এদিনো সিহঁতে চেপাত মাছ পোৱা নাছিল। সিহঁতৰ মনত সন্দেহ হ'ল। সিহঁতে বুজিব পাৰিছিল যে কোনোবাই সিহঁততকৈ আগতে আহি চেপাৰ মাছ লৈ যায়। পিছদিনা সিহঁত দুয়োৱে কুকুৰাই ডাক দিয়াৰ পূৰ্বেই চেপা চাবলৈ আহিব। সিহঁতৰ কথা তাৱৰ নামৰ 'যখ' দেৱতাই শুনি আছিল। পিছদিনা কুকুৰাই ডাক দিয়াৰ পূৰ্বেই 'যখ' দেৱতাই ইজন বন্ধুৰ ৰূপ ধৰি সিজনক জগাই দিলেগৈ। আগদিনাৰ কথামতে সিজনেও 'যখ'কে বন্ধুজন বুলি ভাবি তাৰ লগে লগে চেপাৰ গুৰি পালেগৈ। বুদ্ধি কৰি যখে ইজনৰ মূৰটো ছিঙি কেঁচা তেজবোৰ খালে।

---

৩০ তৰুণ চন্দ্ৰ পামেগাম ঃ মিচিং সাধু, পৃ.২৩

৩১ *নাহেন্দ্ৰ পাদুন ঃ মিচিং সাধু, পৃ. ৩৮*

ইফালে কুকুৰাই ডাক দিয়াত সিজন বন্ধুৱে ইজনক জগাবলৈ গ'ল। কিন্তু ঘৰৰ মানুহে ক'লে বোলে সি আগতেই উঠি চেপা চাবলৈ গৈছে। সি ভেটাৰ ফালে ভিৰাই ল'ৰ দিলে। কিন্তু ভেট'ৰ ওচৰ পাই দেখে যে বন্ধুজনৰ মূৰটোৱে মাটিত বাগৰি ফুৰিছে। তেতিয়া ভয়তে উচাৎ খাই সি পিছলৈ লৰ দিলে। মূৰটোৱেও তাৰ পিছে পিছে খেদি গ'ল। উপায় নাপাই সি এজোপা গছত উঠিল। মূৰটো কিন্তু গছৰ তলত বাগৰিয়েই থাকিল। ওপৰৰ পৰা বন্ধুজনে সুধিলে— বন্ধু তোমাৰ কি হ'ল? কিন্তু মাটিত থকা বন্ধুজনে একোকে ক'ব নোৱাৰিলে মাত্ৰ কলে— 'বন্ধু'। ওপৰৰ পৰা বন্ধুজনে মাত লগালে তলৰ পৰা 'বন্ধু' বুলি উত্তৰ দিয়ে। এইদৰে থাকোঁতে থাকোঁতে দুয়োজন বন্ধুৱে লাহে লাহে নিজৰ ৰূপ হেৰুৱাই হুদু চৰাইৰ ৰূপ পালে। ওপৰত থকা জন মতা হুদু আৰু তলত থকা মূৰটো মাইকী হুদু চৰাই হ'ল। মানুহৰ পৰা হোৱা কাৰণেই হুদু চৰাইৰ কাণ দুখন বাহিৰলৈ ওলোৱা।[৩২]

**(চ) ৰঙা চৰাই কেনেকৈ হ'ল ঃ**

দলপুক্চং নামৰ সৰু, বগা ধুনীয়া চৰাই এটি মানুহ এজনৰ লগত আছিল। এদিনাখন চৰাইটোৰ গৰাকীয়ে এটা ডাঙৰ দঁতাল (বৰা) গাহৰি চিকাৰ কৰিছিল। ইয়াৰ আগতে ইমান ডাঙৰ চিকাৰ মানুহজনে কেতিয়াও পোৱা নাছিল। সেয়ে তেওঁ এটা কাকবাঁহৰ চুঙা কাটি বৰাটোৰ তেজখিনি তাতে ভৰাই সূৰ্যক (দেৱী) দি আহিবলৈ দলপুক্চঙক পাচিলে। চৰাইটোৱে তেজৰ চুঙাটো লৈ আকাশলৈ উৰিবলৈ ধৰিলে। ভাগৰ লগাত এজোপা ওখ গছৰ ওপৰত চৰাইটোৱে ক্ষন্তেকৰ বাবে জিৰাইছিল। এনেতে চুঙাটো গছৰ ডাল এটাত লাগি উবুৰি খাই পৰিল আৰু তেজবোৰ চৰাইটোৰ গাত পৰিল। তেতিয়াৰ পৰা চৰাইটো বগা গুচি ৰঙা হ'ল।[৩৩]

**(গ) জীৱ-জন্তু সম্পৰ্কীয় সাধু কথা (Animal tale, BO-B646)**

জন্তুকেন্দ্ৰীক নীতিমূলক সাধুক ইংৰাজী ভাষাত 'ফেইবল' বোলে। 'ফেইবল' শব্দটো ফৰাচী ভাষাৰ পৰা আহিছে আৰু এই শব্দটোৱে অনেক সময়ত যিকোনো সাধুকে সূচাব পাৰে। আন যি কি নহওক বীষ্ট-ফেইবল বা ফেইবল বুলিলে সাধাৰণতে জন্তুকেন্দ্ৰীক পৰম্পৰাগত মৌখিক কাহিনীক বুজোৱা হয়। এইশ্ৰেণী কাহিনীত জন্তু-চৰিত্ৰৰ জৰিয়তে মানব-প্ৰকৃতিৰ দুৰ্বলতাক আঙুলিওৱা হয়। মাজে মাজে এইবিধ সাধুৱে সমাজ আৰু ৰাজনীতিৰ ক্ষেত্ৰত দেখা দিয়া অনিয়মবোৰকো ব্যংগ কৰা দেখা যায়। কেতিয়াবা আকৌ এনে সাধুত জন্তু-চৰিত্ৰৰ সলনি কেৱল মানব-চৰিত্ৰহে থাকিব পাৰে।[৩৪]

এইশ্ৰেণীৰ সাধুকথাৰ চৰিত্ৰসমূহ যদিও ইতৰ প্ৰাণী তথাপি এইবিলাকে দেশ-কাল-পাত্ৰ অনুসৰি কথা কয় আৰু বিভিন্ন কামো কৰে। এই চৰিত্ৰসমূহৰ জৰিয়তে ধূৰ্তালি, মূৰ্খামি, বলবান বা আকৰ্ষণীয় গুণৰো প্ৰকাশ পাব পাৰে। মধ্যযুগৰ ফৰাচী আৰু জাৰ্মানীত শিয়াল ধূৰ্তালিৰ প্ৰতীক, ভালুক অঁকৰা, সিংহ শক্তিমান, কুকুৰ অনভিজ্ঞ। আমাৰ ভাৰতীয় সাধুত- শিয়াল ধূৰ্ত, বাঘ অকঁৰা, বান্দৰ লুভীয়া।[৩৫]

---

৩২ তৰুণ চন্দ্ৰ পামেগাম ঃ মিচিং সাধু, পৃ.৮

৩৩ উক্ত গ্ৰন্থ, পৃ. ২৫

৩৪ প্ৰফুল্লদত্ত গোস্বামী ঃ জাপানৰ জন-কৃষ্টি আৰু অন্যান্য ৰচনা, পৃ.৬

৩৫ উক্ত গ্ৰন্থ, পৃ.৭

জন্তুৰ প্ৰকাৰ অনুসৰি আৰ্নে-থম্প্চন ইনদেক্সত (The Arne Thompson index) জন্তুকেন্দ্ৰীক সাধুকথাসমূহৰ তলত দিয়াৰ দৰে শ্ৰেণী বিভাজন কৰা হৈছে।

বনৰীয়া জন্তু— বনৰীয়া জন্তু আৰু ঘৰচীয়া জন্তু-মানুহ আৰু বনৰীয়া জন্তু— ঘৰচীয়া জন্তু— চৰাই-মাছ-অন্য জন্তু আৰু প্ৰাণী বা বস্তু (Object)।[৩৬]

জন্তুকেন্দ্ৰীক সাধুকথাৰ ওপৰোল্লিখিত বৈশিষ্ট্যসমূহৰ লগত মিচিং সমাজত প্ৰচলিত জন্তুকেন্দ্ৰীক সাধুবিলাকৰ সাধাৰণ সাদৃশ্য দেখা যায়। অৱশ্যে জন্তুকেন্দ্ৰীক 'ফেইবল'ত থকা নীতিমূলক কথা মিচিং সাধুবোৰত প্ৰায়ে লক্ষ্য কৰা নাযায়। মিচিং সমাজত পৰম্পৰাগতভাৱে চলি অহা দুটিমান জন্তুকেন্দ্ৰীক সাধুকথাৰ কথাংগবোৰ তলত দিয়া হ'ল—

**(ক) বাঘ আৰু কুকুৰ ঃ**

বনৰ ৰজা বাঘৰ চাকৰ আছিল কুকুৰ। বাঘে মৰা জন্তুৰ মঙহ খাবলৈ পাই কুকুৰে বাঘৰ লগ নেৰা হ'ল। এদিন সেইখন হাবিলৈ চিকাৰী কেইজনমান আহিল চিকাৰ বিচাৰি। মানুহৰ গোন্ধ পাই কুকুৰে ভুকিবলৈ ধৰিলে। বাঘে তাক ভুকিবলৈ মানা কৰিলে, কাৰণ ভুকিলে চিকাৰীয়ে সিহঁতক বিচাৰি আহিব। বাঘৰ কথাত আচৰিত হৈ কুকুৰে সুধিলে— আপুনি বনৰজা। আপুনিও আনক ভয় কৰেনে? বাঘে কলে— 'এৰা মই মানুহক ভয় কৰোঁ। বাঘৰ কথা শুনি কুকুৰে বাঘৰ সংগ এৰি মানুহৰ সংগ ললে।[৩৭]

**(খ) বান্দৰ আৰু বাঘ ঃ**

বান্দৰে গছৰ ওপৰত উঠি ফল খাই কেৱল বাকলিটো তাৰ বন্ধু বাঘক খাবলৈ দিলে। এনে কৰাত বাঘৰ বৰকৈ খং উঠিল। বান্দৰৰ ওপৰত প্ৰতিশোধ ল'বলৈ বাঘে চল চাই থাকিল। এদিন বুধি কৰি বাঘে ওখ গছৰ ওপৰত থকা মৌ-বাহ এখন দেখুৱাই খাবৰ বাবে বান্দৰক পাৰি আনিবলৈ ক'লে। নভবা-নিচিন্তাকৈ বান্দৰে ততালিকে গছৰ ওপৰত উঠি মৌ-বাহখন পাৰিবলৈ গ'ল। মৌ-বাহত হাত দিয়াৰ লগে লগেই মৌমাখিবোৰে বান্দৰক চকুৰে-মুখে কামুৰিবলৈ ধৰিলে। মৌৰ কামোৰত তৎ নেপাই সি বোকাত জঁপিয়াই পৰিল। বান্দৰে বাঘক কাবৌ কৰিবলৈ ধৰিলে— 'তুমি মোক খাবা কোনো কথা নাই; কিন্তু মোক বোকাৰ পৰা তোলা'। সেইমতে বাঘে বান্দৰক তুলি আনিলে।

বাঘৰ হাতৰ পৰা মুক্ত হৈ বান্দৰে ক'লে— 'মোক পোনতে গাত লাগি থকা বোকাবোৰ ধুই আহিবলৈ দিয়া'। বাঘে তাক যাবলৈ দিলে। বান্দৰে পানীত বোকাবোৰ ধুই আহি আকৌ ক'লে— 'মোৰ গাটো ৰ'দত শুকাবলৈ দিয়া'।

কিছুসময়ৰ মূৰত বান্দৰে বাঘক ক'লে— 'গাঁৱৰ পৰা জুই আনি মোক পুৰি খোৱা'।

বাঘে শুকান গছৰ পাত গোটাবলৈ ধৰোঁতেই বান্দৰ বপুৰাই সাউৎকৰে গৈ গছত উঠিল।[৩৮]

এই সাধুটোৰ কথাংগৰ লগত মিল থকা কাহিনী অসমৰ আন আন জনগোষ্ঠীৰ মাজতো প্ৰচলিত।

---

৩৬ Quoted from Lenda Degh's Op-cit., p. 68

৩৭ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ৩৫

৩৮ P. Goswami : Folk-Literature of Assam, p.97

অজনজাতীয় অসমীয়া সমাজত প্ৰচলিত 'শিয়াল আৰু বান্দৰ' বৰো-কছাৰীৰ 'বাঘ আৰু বান্দৰ' নামৰ সাধুকথা দুটি এই প্ৰসংগত উল্লেখযোগ্য।

**(ঘ) টেটকুটি (Jokes and humorous Tales, J.1200-J.1999)**

এইবিধ সাধুৰ অন্যতম লক্ষণ হ'ল খুহুটীয়া বা কৌতুকধৰ্মিতা। খুহুটীয়া সাধুবোৰে যদিও মানুহক মনোৰঞ্জন দিয়ে তথাপিও সেইবোৰে মনস্তাত্ত্বিক প্ৰয়োজনো সাধন নকৰাকৈ নাথাকে। এইবিধ সাধুৰ চৰিত্ৰবোৰ দেখাত সাধাৰণ কিন্তু সিহঁতৰ কাৰ্যাৱলী অদ্ভুত ধৰণৰ। অনেক ক্ষেত্ৰত এইবোৰ বুদ্ধিদীপ্তও। এই চৰিত্ৰবোৰে আনক কেতিয়াবা বিবুদ্ধিতো পেলায় আৰু নিজে ঠাঁকৰাৰ দৰে মুৰ্খামিৰ পৰিচয় দিয়ে। কেতিয়াবা কেতিয়াবা আকৌ এই মুৰ্খামিখিনি অশ্লীল বা বিদ্ৰূপাত্মকো হৈ পৰা দেখা যায়।[৩৯] অসমীয়া ভাষাত তেনে সাধুৰ সংখ্যা যথেষ্ট বেছি। এইবিলাকৰ সৰহ ভাগেই জীৱ-জন্তু সম্পৰ্কীয় কিন্তু ইহঁতৰ কাৰ্যপ্ৰণালী সাইলাখ মানুহৰ দৰে। উদাহৰণস্বৰূপে আমি 'শিয়াল পণ্ডিত' নামৰ সাধুটোলৈ আঙুলিয়াব পাৰোঁ। আকৌ মানুহৰ চৰিত্ৰবিশিষ্ট টেটকুটি টাইপৰ সাধুকথাৰ ভিতৰত 'বামুনৰ চাকৰ', 'শহুৰ আৰু জোঁৱাই', 'সৰ্বজান' আদি উল্লেখ কৰিব পাৰি। এনে ধৰণৰ সাধুৰ চৰিত্ৰই কেতিয়াবা টেটোনৰো ভূমিকা গ্ৰহণ কৰিব পাৰে। নিজৰ নিজৰ বুদ্ধিমতাৰ যোগেদি ইটোৱে সিটোক ঠগাবলৈ যত্ন কৰে। ঠগামি বা প্ৰবঞ্চনাৰ প্ৰতিশোধ লোৱাৰ প্ৰৱণতাও এনেবিধ সাধুত লক্ষ্য কৰিব পাৰি। আনহাতে টেটুকুটিয়ে মানুহৰ আকস্মিক অভিজ্ঞতা, বিপৰ্যয়, বুদ্ধি-বৃত্তি আৰু কোনো অপ্ৰিয় ত্ৰুটিলৈ আঙুলিয়াই আমোদ আৰু শিক্ষা দুয়োটা যোগায়।[৪০]

মিচিং সমাজত প্ৰচলিত টেটকুটিবোৰৰ ভিতৰত তলত এটিৰ কথাংগবোৰ দিয়া হ'ল—

(ক) কণা আৰু কুঁজা ঃ

এখন গাঁৱত দুজন এলেহুৱা আৰু খাই পাতফলা বিধৰ দুজন লোক আছিল। সিহঁতৰ চাল-চলনৰ লগত খাপখুৱাই গাঁৱৰ মানুহে এজনক কণা আৰু আনজনক কুঁজা বুলি মাতিছিল। পিছলৈও এই নামেৰেই সিহঁত জনাজাত হ'ল। গাঁৱৰ মানুহে খেতি পথাৰলৈ যোৱাৰ সুযোগত সিহঁতে আনৰ ঘৰত সোমাই যি পায় তাকে খায়।

এদিনাখন সিহঁত দুটাই যিমান পাৰে সিমান চুৰ কৰি আনি ভগাই লৈ খাই আছিল। তাৰ মাজতে কণাই ক'লে— 'বন্ধু, আমি দুয়ো নলে-গলে লগা বান্ধৱ। আমাৰ কামবোৰ দেখি গাঁৱৰ মানুহে ভাল নোপোৱা হৈছে। আমি অচিনাকি ঠাইলৈ গুচি যাওঁ ব'লা। তাত আমাক কোনোৱে একো ক'ব নোৱাৰিব।'

কুঁজাই উত্তৰ দিলে— 'এৰা কথাষাৰ একপ্ৰকাৰ সঁচা। ময়ো তাকে ভাবি আছিলো। আমি এইখন গাঁৱত থাকিলেও বিয়া-বাৰু কৰাই ল'ৰা-ছোৱালীৰে সৈতে সুখে-সন্তোষে থকাৰ আশা নাই। আনৰ বাটৰ বগৰী-জেং হৈ ময়ো ইয়াত থাকিব খোজা নাই। মানুহে আমাক সিহঁতৰ দাঁতৰ শাল, চকুৰ কুটা বুলিয়েই ভাবে। আনৰ দৰে দিনৰ দিনটো কাম কৰা হ'লে দুবেলা দুসাজ খাবলৈ পালোহেঁতেন। পিছে আমি সিমানখিনি হ'ব নোৱাৰিলোঁ। ব'লা, আন গাঁৱলৈ।'

৩৯ প্ৰফুল্লদত্ত গোস্বামী ঃ জাপানৰ জন-কৃষ্টি আৰু অন্যান্য ৰচনা, পৃ ৭১

৪০ 'টেটকুটি', পৃ. ১০

সিহঁত আন এখন গাঁৱলৈ গ'ল। তাত প্ৰায় এবছৰমান বনৰীয়া কল আৰু তৰা গছৰ পুলিকে খাই সিহঁত জীয়াই থাকিল। এদিন কুঁজাই কণাক ক'লে— 'বন্ধু, এইখন অচিন গাঁৱত আমি দেখোন খোজনীয়া হৈ সুখেৰে খাই-বৈ থাকিব পাৰোঁ।'

কণাই উত্তৰ দিলে— 'বন্ধু, তুমি মোৰ মনৰ কথাকেই কৈছা। তোমাৰ কথাত মই হকা-বাধা নকৰোঁ। আনৰ পৰা মাগি যি পাওঁ তাক হ'লে একেলগে থব লাগিব। কোনোৱেও কমকৈ বা বেছিকৈ ল'ব নোৱাৰিব।'

বন্ধুদুজন আচলতে কণাও নাছিল, কুঁজাও নাছিল। খুজি মাগি খাবৰ সময়ত সিহঁত দুয়ো কণা-কুঁজাৰ ভেশ্‌চন কৰোঁতে কৰোঁতে সঁচাকৈ সিহঁতৰ এজন কণা আৰু আনজন কুঁজা যেন হৈ পৰিছিল।

সেইখন গাঁৱতো ধনী হোৱাৰ আশা নেদেখি সিহঁত দুয়ো আন এখন গাঁৱলৈ যোৱাৰ কথা তুলিলে— কণাই। সেইমতে সিহঁত গ'ল আৰু নগৰৰ ওচৰতে থকা এখন গাঁৱত চাৰি-পাঁচ বছৰ বেহা-বেপাৰ কৰি আৰু ভিক্ষা কৰি কিছু টকা-পইচা গোটালে। লাহে লাহে সিহঁতৰ আমনি লাগিল। এদিন কুঁজাই ক'লে— 'বন্ধু, আমাৰ টকা-পইচা কিছু হৈছে। এইখিনি সমানে সমানে ভগাই লওঁ দিয়া। তোমাৰখিনি তোমাৰ শোৱাপাটীৰ তলত থৈ দিবা আৰু মোৰ ভাগৰখিনিও শোৱাপাটীৰ তলত থৈ দিওঁ। তুমি যিহেতু দেখা নোপোৱা গতিকে ময়ে সমানে ভগাই দিওঁ।

কণাই অলপ ভাবি চাই কওঁ নকওঁকৈ ক'লে— 'তুমি সেইবুলি ভাবিছা যেতিয়া ভগোৱা'। সেইমতে দুয়ো মুখামুখিকৈ বহি টকাবোৰ ভগোৱাত লাগিল। টকা-পইচাবোৰ— গোটা আধলি আৰু সিকি আছিল। কুঁজাই ভগাবলৈ আৰম্ভ কৰিলে। কুঁজাই বন্ধুৰ অন্ধতাৰ সুযোগ লৈ নিজৰ ফালে বেছিকৈ ল'লে; কণাক কমাই দিলে। টকা-পইচাবোৰ ভগাই আঁটোৱাৰ পিছত কণাই খেপিয়াই খেপিয়াই [illegible] লৈ ক'লে— 'হেৰা বন্ধু! আমাৰচোন টকা-পইচা এক মোনা আছিল। পিছে মোৰ ভাগত কম পৰিছে। তুমি বেছিকৈ [illegible]ছা যেন পাওঁ।

কুঁজাই ক'লে— 'তুমি মোক মিছাকৈয়ে সন্দেহ কৰিছা। তোমাৰ দৰে কণা এটাই কি কৰিবা। মোৰ যহতে ইমানবোৰ টকা পাইছা। তোমাক যদি মই মাৰি পেলাও ইয়াত চাওঁতা কোনোৱে নহ'ব।'

কণাই অলপ হাঁহি ক'লে— 'বন্ধু, তুমি খং কৰিলেও মোৰ সন্দেহ আঁতৰা নাই। তুমি নিশ্চয় বেছিকৈ লৈছা'। এই বুলি কৈ সি নিজৰ ভাগৰ টোপোলাটো হাতেৰে ঢাকি ধৰি খিক্ খিক্‌কৈ হাঁহিবলৈ ধৰিলে। কুঁজাই কণাৰ মুখলৈ জুমি চাই থকাৰ সুযোগতে কুঁজাৰ টকা খিনি চুই চাই ক'লে— 'বন্ধু, তুমি এনেকৈ মিছা কথা নক'বা। বেছিকৈ লৈছা যদি লৈছোঁ বুলি স্বীকাৰ কৰা। মই তাৰ কাৰণে নমৰোঁ। এইখিনি টকানো কি? সমাজত আমাৰ দৰে কণা-কুঁজা আৰু আছে। ধনী হওঁ বুলিলেও যাৰ ভাগ্যত নাই সি কেতিয়াও ধনী হ'ব নোৱাৰে'।

কণাৰ কথা শুনি কুঁজাৰ বৰ খং উঠিল। খঙত ৰব নোৱাৰি কণাৰ গালত এক পূৰ্ণহতীয়া চৰ সোধালে। চৰৰ কোবত কণাই চকুৰে সৰিয়হৰ ফুল দেখিলে। চকু দুটা মোহাৰি দিয়াত দেখিলে যে সি চকুৰে দেখা হ'ল। তাৰ পিছত কণাই কুঁজালৈ চাই তাৰ পিঠিৰ কুঁজটোতে দুই হাত মুঠি মাৰি ঔ-কিল দিলে। কিলৰ কোবত চট্‌ফটাই উঠি দেখিলে যে কুঁজাৰো পিঠিৰ কুঁজ নাইকিয়া হ'ল। সেই দিনাৰ পৰা সিহঁত দুয়োৱে ভিক্ষা কৰি নাখাও আৰু পৰিশ্ৰম কৰি খাম বুলি প্ৰতিজ্ঞা কৰি নিজ গাঁৱলৈ উভতি গ'ল।[৪১]

---

৪১ নাহেন্দ্ৰ পাদুন ঃ মিচিং সাধু, পৃ. ২২-২৬

**(ঙ) টেটোন বা টেন্টনৰ সাধুকথা (Trickster Tales, J.1100-J.1699)**

'টেটোন' অসমীয়া সাধু ভাষাৰ শব্দ। দৰং, কামৰূপ আদি অঞ্চল আৰু বৰো-কছাৰী, কার্বি আদি জনজাতীয় লোকৰ মাজত 'টেটোন'ৰ সলনি 'টেন্টন' ৰূপটিৰহে প্ৰচলন দেখা যায়।

চতুৰ্দশ শতিকাৰ মাধৱ কন্দলীৰ- 'ৰামায়ণ' আৰু ষোড়শ শতিকাৰ অনন্ত কন্দলীৰ- 'কুমৰ হৰণ কাব্য' আদিতো 'টেন্টন' শব্দটিৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। প্ৰফুল্লদত্ত গোস্বামীৰ মতে— "টেন্টন' আৰ্য ভাষাৰ শব্দ নহয় যেন লাগে। সংস্কৃত সাহিত্যত টেটোনৰ নিচিনা সিয়ান 'ধূৰ্ত্ত' নামৰ এক শ্ৰেণীৰ চৰিত্ৰ পোৱা যায়। মানুহে টেঙৰ লোকৰ কাৰ্য-কলাপ লক্ষ্য কৰি যথেষ্ট আমোদ উপভোগ কৰে, সেই কাৰণে প্ৰায় সকলো দেশৰ সাধুতে টেটোনৰ নিচিনা চয়তানী বুদ্ধি থকা চৰিত্ৰ পোৱা যায়। অতি টেঙৰ মানুহ অৱশ্যে সমাজৰ হিতকাৰী হ'ব নোখোজে, কিয়নো বুদ্ধি বেছি হ'লে মানুহ প্ৰবৃত্তিৰ বশত অলপ প্ৰবঞ্চক হয় আৰু প্ৰৱঞ্চক মানুহে আনক ঠগিব নোৱাৰিলে তৃপ্তিয়েই নলভে।"[৪২]

মিচিং ভাষাত টেটোন বা টেন্টন শব্দৰ প্ৰচলন দেখা নাযায়। অৱশ্যে টেটোন বা টেন্টন জাতীয় সাধুকথাৰ মটিফ, বিষয়-বস্তু আৰু প্ৰকাৰ্যৰ (function) লগত মিল থকা দুই-চাৰিটা সাধুকথাৰ চলতি আছে। এনে সাধুকথাত এটা চৰিত্ৰই আন এটা চৰিত্ৰক ঠগোৱা বা প্ৰতাৰণা কৰাৰ প্ৰৱণতা স্পষ্ট। সেইবাবে এনে সাধুকথাক টেটোন বা টেন্টন জাতীয় সাধুকথা ৰূপে আখ্যা দিয়া হৈছে।

মিচিং সমাজত প্ৰচলিত এনেধৰণৰ সাধুকথাবোৰৰ ভিতৰত দুটাৰ কথাংগসমূহ তলত দিয়া হ'ল- -

**(ক) বান্দৰ আৰু দুৰা-কাছ ঃ**

এটা বান্দৰ আৰু এটা দুৰা-কাছ একেলগে বাস কৰিছিল। এদিন দুয়ো আলু খাবলৈ হাবিলৈ গ'ল। বান্দৰে এটাও আলু নাপালে। সিফালে কাছই এবোজা আলু পালে। আলুখিনি সমানে ভগাই খাবলৈ বান্দৰে প্ৰস্তাৱ কৰিলে। দুৰা-কাছই তাত সন্মতি দিলে। আলুখিনি লৈ দুয়ো কাছৰ ঘৰলৈ গ'ল।

বান্দৰে কাছক পানী আনিবলৈ পঠিয়াই আলুবোৰ পুৰি খাই পেলালে। ঘূৰি আহি কাছই আলুবোৰৰ কথা বান্দৰক সুধিলে। বান্দৰে ক'লে যে আলুবোৰ জুইয়ে খাই পেলালে।

আন এদিন এজোপা লেটেকু গছত বহি বান্দৰে পকা লেটেকু খাই আছিল। তেনেতে কাছ গৈ লেটেকু গছজোপাৰ তলত উপস্থিত হ'ল। কাছৰ কথামতে বান্দৰে তাক গছৰ ওপৰলৈ তুলি নি গছৰ ফেৰেঙনি এটাৰ মাজত থৈ গুচি গ'ল। ফেৰেঙনিৰ মাজৰ পৰা ওলাব নোৱাৰি কাছই ইচাং-বিচাং কৰিবলৈ ধৰিলে। এনেতে গাহৰি এটা ক'ৰবাৰ পৰা আহি লেটেকুজোপাৰ তলত উপস্থিত হ'ল আৰু সৰা লেটেকুবোৰ খাবলৈ ধৰিলে। কাছই তাৰ হাতত থকা মিটিখন গাহৰিটোলৈ টোৱাই মাৰি পঠিয়ালে। মিটিখনৰ জোঙা আগটোৰ আঘাতত গাহৰিটো মৰি থাকিল। ফেৰেঙনিৰ মাজৰ পৰা কাছটো মাটিত ধুপচ্‌কৈ পৰিল। ভাগ্যে সি নমৰিল।

কাছই গাহৰিৰ ছালখন বখলিয়াই পাতলকৈ চুঁচি তাৰে ঢোল এটা প্ৰস্তুত কৰিলে। ঢোলটোৰ ভিতৰত এবাহ বৰল সুমুৱাই দিলে। সেই ঢোলটো লাহে লাহেকৈ বজাই সি এখন ধাননিপথাৰত বৈ থাকিল। ঢোলৰ মাত শুনি ক'ৰবাৰ পৰা বান্দৰটো আহি সেই ঠাইত ওলালহি।

---

৪২ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জনসাহিত্য, পৃ. ১০৯

বান্দৰটোৱে কাছক সুধিলে— 'সখি কি কৰিছা?' কাছই ক'লে— 'কি কৰিবা, ঢোলটো বজাই চৰাইবোৰ খেদিছোঁ'।

ঢোলটো এবাৰ বজাই চাবলৈ দিবৰ বাবে বান্দৰটোৱে কাছটোক জয়দেউ কাকুতি কৰিবলৈ ধৰিলে। অৱশেষত ঢোলটো গছৰ ওপৰলৈ তুলি নি লাহে লাহেকৈ বজাবলৈ কাছই বান্দৰক নিৰ্দেশ দিলে। কথামতে কাম হ'ল। বান্দৰে গাৰ জোৰেৰে ঢোলটো বজাবলৈ ধৰোঁতেই ছালখন ফাটি গ'ল আৰু বৰলবোৰ ওলাই আহি তাক চকুৱে-মুখে এনেদৰে কামুৰিবলৈ ধৰিলে যে তৎ নাপাই সি মাটিত পৰি মৰি থাকিল।[৪৩]

এই সাধুটোত পোনতে বান্দৰে কাছক ঠগিছে। এই প্ৰসংগত বান্দৰে টেটোনৰ আৰু দুৰা-কাছই মূৰ্খৰ ভূমিকা গ্ৰহণ কৰিছে। বান্দৰৰ টেটোনালিত ঠগ খোৱা দুৰা-কাছই শেষলৈ টেটোনৰ ভূমিকা লৈছে আৰু বান্দৰে প্ৰায় মূৰ্খৰ ভূমিকা গ্ৰহণ কৰিবলৈ বাধ্য হৈছে।

**(খ) বাঘ আৰু শিয়াল ঃ**

এদিন এটা গড়ালত এটা ভয়ংকৰ বাঘ বন্দী হ'ল। গড়াল পতা মানুহজনক দেখি বাঘে ক'লে— 'মানুহ ককাই, মোক গড়ালটোৰ পৰা মুকলি কৰি দিয়া, তোমাৰ ধৰ্ম হ'ব।'

মানুহজনে ক'লে— 'হেৰা বাঘ, মুকলি কৰি দিলে তই জানো মোক খাই নেপেলাবি?'

বাঘে ক'লে— নাই, নাই, মই নাখাওঁ। তিনি সইত খাইছোঁ। শেষত মানুহজনে গড়ালৰ দুৱাৰখন মেলি দিলে। বাঘ ওলাই আহিল আৰু মানুহজনক খাবলৈ উদ্যত হ'ল।

মানুহজনৰ বৰ ভয় লাগিছিল তথাপি ভয়খোৱা যেন নেদেখুৱাই ক'লে— 'বাৰু, খোৱা যদি খাবা তথাপি তিনিজনক সুধিহে তুমি মোক খাব পাৰিবা, কাৰণ হওঁক মুনিজন, তেৰোঁ সোধে তিনিজন।'

মানুহজনৰ কথাত বাঘে সন্মতি দিলে। প্ৰথমতে লগ পালে এটা ভগা লাউ। লাউটোৱে ক'লে যে বাঘে মানুহজনক খাব পাৰে। ইয়াৰ পিছত লগ পালে গৰুৰ লাউখোলা এটা। গৰুৰ লাউখোলাটোৱেও বাঘক সমৰ্থন কৰিলে। শেষত লগ পালে শিয়াল এটাক। মানুহজনে শিয়ালটোক সকলো কথা বিবৰি কৈ তাৰ মতামত বিচাৰিলে। শিয়ালে ক'লে যে আচল কথাটো নজনাকৈ সি একো ক'ব নোৱাৰে।

আচল কথাটো কি চাবলৈ তিনিও গড়ালটোৰ কাষলৈ আহিল। গড়ালটো চাই শিয়ালে ক'লে— 'মই কথাটো বিশ্বাস কৰিবলৈ টান পাইছোঁ। বাঘ ককাই বৰ ভয়ানক [illegible] গড়ালৰ দুৱাৰখন তেনেই সৰু। বাঘ ককাইহে নালাগে মোৰ নিচিনা লেৰেলা জন্তু এটাও সেইখন দুৱাৰেদি গড়ালটোৰ ভিতৰত সোমাব নোৱাৰে। গতিকে কথাটো তেনেই মিছা'।

কথাটো যে সঁচা তাৰ প্ৰমাণ দেখুৱাবলৈ গৈ বাঘে ক'লে— 'বাৰু, মই সোমাব পাৰোনে নোৱাৰো তোক প্ৰমাণ কৰি দেখুৱাওঁ'। এই বুলি কৈ গড়ালটোৰ ভিতৰত বাঘটো সোমাল। লগে লগে শিয়ালে গড়ালৰ দুৱাৰখন বন্ধ কৰি দিলে।[৪৪]

---

৪৩ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ ১২৩

৪৪ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ২৮

এই সাধুটোত শিয়ালটোৱে বাঘক ঠগিছে। এই প্ৰসংগত শিয়ালে টেটোন আৰু বাঘে অজলাৰ ভূমিকা গ্ৰহণ কৰিছে। অন্যহাতে এই সাধুটো সমস্যামূলক সাধুৰ পৰিসৰতো সামৰিব পাৰি।

**(চ) ক্ৰমপুঞ্জিত সাধুকথা (Cumulative Tales, K.2000-K.2099)**

এইবিধ সাধুৰ লক্ষণ হ'ল— 'য'ত এটাই আনটোক ঠেলি দিয়ে, সিটোৱে এটাক ঠেলি দিয়ে আৰু এটা বিশেষ ক্ৰমত এইদৰে সাধুটো দীঘল হৈ গৈ থাকে'।[৪৫] এনে সাধুকথা জাৰ্মানীত Kettenmärchen আৰু ইংৰাজীত Chain tale বা Formula tale নামেৰেও পৰিচিত।[৪৬]

ক্ৰমপুঞ্জিত সাধুকথাৰ মিচিং, কাৰ্বি আৰু কুকিসকলৰ মাজত থকাৰ উপৰিও অজনজাতীয় অসমীয়া সমাজতো প্ৰচলন আছে। মিচিং সমাজত প্ৰচলিত 'ভেকুলীৰ পিঠিত খহু হ'ল কিয়' নামৰ সাধুটো প্ৰফুল্লদত্ত গোস্বামীদেৱে নৈদানিক সাধুকথা অৰ্থাৎ etiological tale ৰ পৰ্যায়ভুক্ত কৰিছে।[৪৭] এই সাধুটোত সৃষ্টিমূলক বা নৈদানিক সাধুকথাৰ বৈশিষ্ট্য থাকিলেও ইয়াৰ সাংযুতিক গঠনলৈ লক্ষ্য কৰি ক্ৰমপুঞ্জিত সাধুৰ শ্ৰেণীত ধৰিব পাৰি। তলত এই সাধুটো দিয়া হ'ল—

**(ক) ভেকুলীৰ পিঠিত খহু হ'ল কিয় :**

এদিনাখন দুপৰীয়া এটা বাদুলিয়ে এজোপা গছত ফল খাই আছিল। এনেতে ভেকুলী এটাই গছজোপাৰ তলত টোৰ্‌টোৰাবলৈ ধৰিলে। বাদুলিটোৱে ভয় খাই উৰা মাৰিলে। তাৰ পাখিৰ শব্দ শুনি টকৌ খাই থকা কেৰ্কেটুৱা এটাই উচপ্ খাই দৌৰ মাৰিলে। সি দৌৰ মাৰোতে টকৌ এটা সৰি তলত ঘাঁহ খাই থকা হৰিণা পহু এটাৰ পিঠিত পৰিল। ভয় খাই হৰিণা পহুটোৱে দৌৰ মাৰিলে। তাৰ খুন্দাত বাঁহ এডাল ভাঙি এটা কেকোৰাৰ ঠেঙত পৰিল। বিষত ৰ'ব নোৱাৰি কেকোৰাটোৱে সাপ এটাৰ নেজতে কামুৰি দিলে। সাপটোৱে তাৰ নেজৰ এছোৱা হেৰুৱালে। বিষত সি ৰ'ব নোৱাৰি এটা পাতসীয়া চৰাইৰ কণীবোৰ খাই পেলালে।

পাতসীয়া চৰাইটোৱে কান্দি কান্দি বিচাৰৰ বাবে আবেদন জনালে। চৰাই আৰু জীৱ-জন্তুবোৰ এখন সভাত সমবেত হ'ল বিচাৰৰ বাবে। বিচাৰপতিৰ দ্বাৰা প্ৰথমতে সাপটোক সোধা হ'ল—

তই পাতসীয়াৰ কণীবোৰ কিয় খালি?

সাপ : কেঁকোৰাটোৱে মোৰ নেজত কামুৰি দিয়া বাবে।
বিচাৰপতি : কেঁকোৰা, তই কিয় কামুৰিলি?
কেঁকোৰা : বাঁহডাল মোৰ ঠেঙত ভাঙি পৰাৰ বাবে।
বিচাৰপতি : বাঁহ, তই কিয় ঠেঙত পৰিলি?
বাঁহ : পহুটোৱে মোক খুন্দা মৰাৰ বাবে।
বিচাৰপতি : পহু, তই কিয় খুন্দা মাৰিলি?
পহু : টকৌ ফলটো মোৰ পিঠিৰ ওপৰত পৰাৰ বাবে।

---

৪৫ প্ৰফুল্লদত্ত গোস্বামী : অসমীয়া জনসাহিত্য, পৃ ১৪৭

৪৬ Linda Degh Op-cit, p 72

৪৭ P Goswami Tales of Assam, p 33s

বিচাৰপতি : টকৌ, তই কিয় পৰিলি?
টকৌ : কেৰ্কেটুৱাটোৱে মোৰ গছজোপা জোকাৰি দিয়া বাবে।
বিচাৰপতি : কেৰ্কেটুৱা, তই কিয় এনে কৰিলি?
কেৰ্কেটুৱা : বাদুলিটোৱে মোক ভয় খুওৱাৰ কাৰণে।
বিচাৰপতি : বাদুলি, তই কিয় ভয় খুৱালি?
বাদুলি : ভেকুলীটোৱে টোৰ্‌টোৰোৱা বাবে।

তেতিয়া বিচাৰপতিয়ে ভেকুলীটোকেই জগৰীয়া কৰিলে আৰু ভেকুলীটোক জৰীৰে বান্ধি টানি আনিলে। বিচাৰপতিয়ে সভাৰ অনুমোদনক্ৰমে ভেকুলীৰ পিঠিত তপত ছাঁই ঢালি দি শাস্তি দিবলৈ ঠিক কৰিলে। সেইমতে ভেকুলীৰ পিঠিত তপত ছাঁইবোৰ ঢালি দিয়া হ'ল। সি যন্ত্ৰণাত ৰ'ব নোৱাৰি জাঁপমাৰি পানীত পৰিলগৈ। তেতিয়াৰ পৰাই ভেকুলীৰ পিঠিত খহু হ'ল।

**(ছ) লোক-ইতিহাসবিশিষ্ট সাধুকথা (Folk History)**

কোনো কোনো সাধুকথাত লোক-ইতিহাসৰ (Folk History) সাধাৰণ বৰ্ণনা পোৱা যায়। এনেধৰণৰ পৰম্পৰাগত মৌখিক কাহিনীক লোক-ইতিহাসবিশিষ্ট সাধুকথা আখ্যা দিব পাৰি।

মিচিং সমাজৰ ইতিহাস বহন কৰা দুই-এটা সাধুকথা পোৱা যায়। এইবোৰ কাহিনীক ইংৰাজীত (local legend) অৰ্থাৎ স্থানীয় জনশ্ৰুতি বোলে। মিচিং সমাজত প্ৰচলিত লোক-বুৰঞ্জীৰ উপাদানবিশিষ্ট সাধুকথাত মিচিংসকলৰ প্ৰাচীন গাঁও-ভূঁই, খেতি-বাতি-চিকাৰ, জন্ম-মৃত্যু-বিবাহ, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, বিশ্বাস-পৰম্পৰা আদি সামাজিক আৰু ধৰ্মীয় জীৱনৰ ছবি প্ৰতিফলিত হোৱা দেখা যায়। এইবিধৰ সাধুকথাৰ ভিতৰত 'মিতিৰ লগা সাধু', 'শৰণ লোৱা সাধু', 'চুংকুৰাং ফৈদৰ সাধু', 'ভৈয়ামলৈ ম'হ আহিল কেনেকৈ', 'ভৈয়ামলৈ মানুহ আহিল কেনেকৈ' আৰু 'মিৰি মানুহ ভৈয়ামলৈ আহিল কেনেকৈ' আদি উল্লেখযোগ্য। তলত এই শ্ৰেণীৰ দুটা সাধুকথাৰ কথাংগবোৰ দিয়া হ'ল—

**(ক) মিতিৰ লগা সাধু :**

পুৰণি কালত চঃব নামৰ এজন ডেকাই লগ-সংগ নোহোৱাকৈ বহুত দিন হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল। দিহিঙৰ (ব্ৰহ্মপুত্ৰৰ) পাৰে পাৰে উজাই গৈ থাকোঁতে এদিন সি নৈখনৰ দক্ষিণপাৰে দূৰণিত এখন গাওঁ দেখা পালে। তেনেতে এজনী ধুনীয়া ছোৱালীয়ে নৈৰ পানীত নিজৰ মুখখন চাই থকা দেখা পালে। ছোৱালীজনীলৈ সি তধা লাগি চাই থাকোতে তাই মুখ তুলি চাই সিপাৰত চঃবক দেখা পালে। তাই হঠাতে গাবলৈ ধৰিলে—

'দিহিঙেদি উজাই অহা ডেকা
মুৰ তুলি মোৰ ফালে চোৱা।'

গীতটো শুনাৰ লগে লগে চঃবই সাতুৰি নৈখন পাৰ হৈ ছোৱালীজনীক লগ ধৰিলেগৈ। এনেতে ছোৱালীজনীয়ে সুধিলে— 'তুমি ক'ৰ মানুহ?'

চঃবই ক'লে— 'মই নদীৰ সন্তান। তুমি একা?'

ছোৱালীজনীয়ে উত্তৰ দিলে— 'ও পীদং আনীকী অনামী ক-দাৰ্‌কী অম্‌মী" (মই ৰবমুণৰ সন্ততি

কন্দাৰৰ জী)। তাৰ পাছত ববনৈৰ পাৰতে দুয়োৰে গান্ধৰ্ব প্ৰথামতে বিবাহ হৈ গ'ল। তেতিয়াৰ পৰাই চঃব আৰু কন্দাৰ (দলে আৰু পেগু গোত্ৰ) গোত্ৰৰ মাজত মিতিৰ সম্বন্ধ ঘটিল। চঃব আৰু কন্দাৰৰ সতি-সন্ততিসকলে নৈৰ পাৰতে বসবাস কৰি থাকিল।[৪৮]

**(খ) শৰণ লোৱাৰ সাধু ঃ**

মিচিং গাঁৱত নৰা-ছিগা উৎসৱৰ বাবে গাঁৱৰ ডেকাইঁতে পাতপাতকৈ বিচাৰিও দঁতাল গাহৰি এটা উলিয়াব নোৱাৰিলে। শেষত দঁতাল গাহৰিৰ সলনি বাজী গাহৰি এজনীকে মাৰিবলৈ ঠিক কৰিলে। এনেতে এজন গোঁসাই গাঁৱত সোমালহি। গাহৰিজনী মাৰিব খোজা দেখি গোঁসায়ে ক'লে— 'তোমালোকে মাইকী গাহৰিজনী কিয় মাৰিব খুজিছা?'

ডেকাইঁতে উত্তৰ দিলে— 'তাইক ৰাখি একো লাভ নাই, তাই পোৱালি নিদিয়ে— বাজী। গতিকে সকামত লগাব খুজিছোঁ।'

তেতিয়া গোঁসায়ে ক'লে— 'গাহৰিজনী নামাৰিবা, তাই ছমাহৰ ভিতৰতে পোৱালি দিব'।

সেইমতে ডেকাইঁতে গাহৰিজনী নামাৰি গোঁসাইৰ কথাৰ প্ৰমাণ চাবলৈ তাইক এৰি দিলে। সঁচাকৈ ছমাহৰ মূৰত গাহৰিজনীয়ে এগাল পোৱালি জন্ম দিলে। তাকে দেখি গাঁৱৰ মানুহবিলাকে ভাবিবলৈ বাধ্য হ'ল যে গোঁসাইজনে দেওধাইতকৈও বেছি কথা জানে। সেইদিন ধৰি গাঁৱৰ মানুহবিলাকে গোঁসাই আহিলে নানা ভেটি-ভাৰ দি সন্মান কৰিবলৈ ধৰিলে। গোঁসায়েও চল পাই মিচিং মানুহক শৰণ দিবলৈ ধৰিলে। তেতিয়াৰ পৰাই মিচিং মানুহ শৰণীয়া হ'ল।[৪৯]

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, মিচিং সাধুৰ পৰিসৰ আন জনজাতীয় সমাজৰ সাধুকথাৰ দৰেই বিস্তৃত। সাধুবোৰৰ নিৰ্দিষ্ট অনুষংগ অৰ্থাৎ context নথকা নহয়। কোনোটো সাধু দিনত, কোনোটো সন্ধিয়া, কোনোটো ৰাতি আৰু কোনোটো খেতি-বাতিৰ সময়তহে কোৱা হয়। এই প্ৰসংগত কিছুমান নিষিদ্ধ আচৰণো (Tabu) দেখা যায়। সাধাৰণতে বন্যপ্ৰাণীৰ সাধু অথবা ভূত-প্ৰেতৰ সাধুকথা ৰাতি কোৱা নহয়।

মিচিং সমাজত সাধুকথা কোৱাটো পেশা বা জীৱিকা (Profession) ৰূপে পৰিগণিত নহয়।

---

৪৮ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ১৩

৪৯ তৰুণ চন্দ্ৰ পামেগাম ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ. ১৫

## নৱম অধ্যায়

# প্ৰবচন ঃ যোজোনা ঃ পটন্তৰ ঃ ফকৰা ঃ সাঁথৰ (চল্‌ক)

**ক. প্ৰবচন ঃ**

প্ৰবচনবোৰ সংক্ষিপ্ত, উপদেশমূলক আৰু ৰূপকধৰ্মী বৰ্ণনা, এইবোৰ জীৱনৰ বিভিন্ন দিশৰ অভিজ্ঞতাৰ সমষ্টি।[১] সমাজৰ সঞ্চিত অভিজ্ঞতাৰ ই বাঙ্ময় ৰূপ। কোনো এখন সমাজৰ জনগণে শতিকা ধৰি সঞ্চয় কৰা ভাব-চিন্তা আৰু দৰ্শনৰ নিৰ্য্যাস প্ৰতিফলিত হয় প্ৰবচনবোৰৰ জৰিয়তে।[২] প্ৰবচন এনে এবিধ মাধ্যম যাৰ সহায়ত শতিকাজোৰা অভিজ্ঞতাৰাজিক তেনেই চুটি বাক্য এটিত প্ৰকাশ কৰা হয়। এইবোৰক দহৰ জ্ঞান, একৰ বা এজনৰ বাণী ৰূপেও অভিহিত কৰিব পাৰি। প্ৰবচন, যোজনা বা পটন্তৰ আদি নিৰক্ষৰ চহাৰ সঞ্চিত অভিজ্ঞতা আৰু জ্ঞানৰ ভঁৰাল।[৩] আফ্ৰিকাৰ অঞ্চলবিশেষে প্ৰবচনবোৰে আইনৰ প্ৰকাৰ্য সাধন কৰি আহিছে। মানুহে বিভিন্ন প্ৰসংগত, স্ত্ৰী-পুৰুষনিৰ্বিশেষে প্ৰবচনাদি প্ৰয়োগ কৰে। প্ৰবচনবোৰ স্থিৰীকৃত বাগ্‌বৈশিষ্ট্য (fixed prase)। প্ৰসংগ বা অনুষংগ (context) অথবা সামাজিক পৰিৱেশ অবিহনে প্ৰবচনৰ অৰ্থ আৰু তাৎপৰ্য ভালদৰে বুজিব নোৱাৰি। 'প্ৰবচনৰ অৰ্থ-ব্যাখ্যাৰ বাবে প্ৰসংগ অপৰিহাৰ্য, যিহেতু প্ৰসংগবিহীন প্ৰবচন স্বৰূপাৰ্থত স্পন্দনহীন দেহ সদৃশ'।[৪]

প্ৰবচনবোৰ কৌশলপূৰ্ণ সামাজিক ৰূপক মাথোন। এইবোৰৰ জৰিয়তে পৰম্পৰাগত, কলাত্মক আৰু তুলনামূলক ভাৱে চুটি ৰূপাত্মক যুক্তিবিশিষ্ট ৰূপ একোটি (form) প্ৰকাশ পায় আৰু বিশেষ প্ৰকাৰ্য সাধনৰ বাবে বিভিন্ন প্ৰসংগত এইবোৰ ব্যৱহাৰ কৰা হয়।[৫]

প্ৰবচনৰ অতিকৈ প্ৰয়োজনীয় দিশ হ'ল ইয়াৰ অৰ্থ। অৰ্থৰ কথা কওঁতে মনত ৰাখিব লাগিব যে, ইয়াৰ লক্ষণাৰ্থই পৰ্যাপ্ত নহয়, ব্যঞ্জনা অৰ্থহে পৰ্যাপ্ত। সামাজিক অনুষংগ অবিহনে ইয়াৰ অৰ্থ অস্পষ্ট হৈ থাকে। প্ৰায়োগিক দিশৰ প্ৰতি লক্ষ্য কৰি ক'ব পাৰি যে বিশেষ ক্ৰিয়া সম্পাদনৰ অৰ্থে আৰু কথা-বতৰা তাৎপৰ্যপূৰ্ণ কৰিবৰ বাবে এইবোৰ প্ৰয়োগ কৰা হয়।

মিচিং মৌখিক সাহিত্যত প্ৰবাদ, প্ৰবচন, পটন্তৰ আদিৰ বিশেষ স্থান দেখা যায়। মিচিং সমাজৰ শতিকাজোৰা অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি এইবোৰ পৰম্পৰাগতভাৱে ৰচিত হৈছে। প্ৰবাদ-প্ৰবচনবোৰে

---

১ 'Proverbs are the terse didactic and metaphorical statements containing concise homely truth on various aspects of life'
A. H. Crappe : The Science of Folklore, London, 1930, p.143.

২ G.B. Milner : What is a Proverb? New Society, 1969

৩ প্ৰফুল্লদত্ত গোস্বামী ঃ অসমীয়া জন-সাহিত্য, পৃ. ৮৫

৪ নবীন চন্দ্ৰ শৰ্মা ঃ অসমীয়া জন-সাহিত্য, পৃ. ৩২

৫ Peter Seitel : 'Proverbs : A Social use of Metaphore' in Folklore Genres, ed. Dan ben-Amos, *American Folklore Society, 1981, p.125*

মিচিং সমাজৰ জ্ঞান-চৰ্চা, নীতি-চৰ্চা, জীৱন-চৰ্চাৰ আভাস দিয়াৰ বাহিৰেও আচাৰ-ব্যৱহাৰ আদিৰ সমালোচনাৰ ইংগিতো দিব পাৰে। আন আন সমাজৰ দৰে মিচিং সমাজত প্ৰচলিত প্ৰবাদ-প্ৰবচনবোৰৰ বাক্যবোৰো চুটি চুটি আৰু প্ৰায়ে ৰূপাত্মক। ফকৰাবোৰ সাধাৰণতে গূঢ়াৰ্থক আৰু যোজনাবিলাকৰ এফাকি কথা বুজাবলৈ আন এফাকি কথা যোগ কৰি দিয়া হয়। এই ফকৰাবোৰক মিচিং ভাষাত, 'আগম্ লীতৃগ' বোলা হয়।

মিচিং প্ৰবাদ-প্ৰবচন-পটন্তৰৰ উদাহৰণস্বৰূপে তলত কেইটিমান দিয়া হ'ল—

(ক) 'দুমৃব বৌলামীম্ চৃক্কাঃ মাং
অপান্ আগম্ তাৎকাঃমাং।'[৬]

অৰ্থ ঃ সুগৰীপহুৰ খোজ অনুসৰণ কৰোঁতা নাই, দুখীয়া লোকৰ কথা শুনোতা নাই।

ইয়াত দুখীয়া লোকৰ দুখ-যন্ত্ৰণাৰ কথা শুনিবলৈ কোনোৰেও ইচ্ছা নকৰাৰ কথাটোৰ ৰূপক স্বৰূপে সুগৰীপহুৰ ৰূপকটো উপস্থাপন কৰা হৈছে। সুগৰীপহুৰ খোজ অনুসৰণ কৰা টান কাম। সেইবাবে কোনেও এই কামটো কৰিবলৈ তৎপৰ নহয়, অৰ্থাৎ এই কামটো কৰা মানুহ নাই বুলিয়েই ক'ব পাৰি। তেনেদৰে দুখীয়াৰ দুখ উপলব্ধি কৰিবলৈ কোনেও চেষ্টা নকৰে। এই প্ৰবচনটোৰ জৰিয়তে মিচিং সমাজৰ সামাজিক আচৰণৰ (behaviours) আভাস পোৱা যায়। মিচিংসকল চিকাৰী, পহু চিকাৰ তেওঁলোকৰ বাবে আমোদ-প্ৰমোদ স্বৰূপ। সুগৰীপহু সতকাই বধ কৰা টান। তাৰ খোজ অনুসৰণ কৰিহে বধ কৰিব পাৰি। দ্বিতীয়তে, মিচিংসকলৰ সৰহভাগ মানুহেই দাৰিদ্ৰতাৰ সীমাৰেখাৰ তলত বাস কৰে। দুখীয়াৰ দুখৰ প্ৰতি সহানুভূতি দেখুওৱা মানুহৰ সংখ্যা তেনেই তাকৰ।

মুঠতে সামাজিক বাস্তৱ সত্য এটিক (দুখীয়াৰ দুখ) বুজাবলৈ অভিজ্ঞতালব্ধ ৰূপকৰ (সুগৰীপহুৰ খোজ অন্বেষণ) সহায় লোৱা হৈছে।

(খ) 'ঙৰ্ চুম্কল ঙপিয়ী চুম্মৃন্না
চুম্কে চুলা চিদ।'[৭]

অৰ্থ ঃ কুঢ়ি মাছৰ জাঁপ দেখি পুঠি মাছে জাঁপ দিওঁতে বিপদত পৰে।

এই যোজনাটোৰ লগত অসমীয়াত প্ৰচলিত 'আদাক দেখি কেতুৰীৰ গা উঠা' যোজনাটি ৰিজাব পাৰি।

(গ) 'চিয়াং আঃনীম্ জজ্জী তপৃঃ মাং
মিচিং আচিনা-ঙীম্ পীএয় যুপৃঃমাং।'[৮]

অৰ্থ ঃ চিয়াং নৈৰ থাউনি পালেও মিচিং লোকৰ মনৰ থাউনি পোৱা টান।

এই যোজনাটোৰ জৰিয়তে মিচিং লোকৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ সংকেত পোৱা যায়।

(ঘ) 'লঃতু দঃগ্ৰি কাঃদৃক্ কাংকৰী
তুম্ব চেনামী চেদৃক্ চেকৰী।'[৯]

৬ সংবাদদাতা ঃ প্ৰতাপ পাব (৪৮), গাঁও - জোনাই, তাৰিখ ৩/৮/৯০

৭ সংবাদদাতা ঃ প্ৰতাপ পাব (৪৮)

৮-৯ সংবাদদাতা ঃ মাধব পেগু (৫৫), মেচাকি টঙানী, জোনাই

**অৰ্থ ঃ আবেলিৰ ৰ'দ জাক বৰ চোকা, আদ্‌বয়সত বাৰী-বৰলা হোৱাসকলে ধুনপেচ মাৰি হয় ধুনীয়া।**

(ঙ) 'দুম্ চুং আঃমীম্ দদ
চিদুম য়েৰুং গাদ্ দ।'[১০]

অৰ্থ ঃ হৰিণাই ধান খায়, সুগৰী পহুৰ কাণ কাটে।

এই প্ৰবচনটোৰ লগত তলত দিয়া অসমীয়া প্ৰবচনটো তুলনীয়—

'কেৰ্কেটুৱাই তামোল খায়
নেউলক বান্ধি কোবায়'।

অৰ্থাৎ এজনে কৰা কামৰ কুফল আন এজনে ভোগ কৰিব লগীয়া হয়।

(চ) 'চিতী তায়ে এদুং অীম্না
চিলীঙী এমৃন্‌না তাপং বেত্‌কেদ।'[১১]

অৰ্থ ঃ হাতীৰ লাদ দেখি শহাপহুৱে লাদ এৰিবলৈ গৈ শৌচদ্বাৰ ফাটি মৰে।

এই প্ৰবচনটো মহাপুৰুষ শংকৰদেৱৰ বিখ্যাত উক্তি এটিৰ মিচিংকৰণ যেন লাগে। উক্তিটো তলত দিয়া হ'ল—

'হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ।'[১২]

মিচিং সমাজত উপদেশমূলক উক্তিৰো ব্যৱহাৰ দেখা যায়। এই উক্তিবোৰক মেক্সিম (Maxim) বা নীতিমূলক সূত্ৰ বুলিব পাৰি।[১৩]

(ছ) 'এঃমে এঃপং লাঃয়কা
এঙেঃঙেঃদুম্ ৰীক্‌য়কা।'[১৪]

অৰ্থ ঃ সতিনী মাইকী নানিবা, কচুৰ মূঢ়া কামুৰি নাখাবা।

এই প্ৰবচনটোত এটা উপদেশমূলক নীতিবচন সোমাই আছে। কচুৱে ডিঙি খজুৱায়। তাতে যদি কচুৰ মূঢ়াটো হয় তেন্তেতো আৰু কথাই নাই। তেনেদৰে দুজনী তিৰোতা বিয়াকৰাই আনি সতিনীৰ লেঠাত পৰিবলগা স্বামীয়ে নানা দুখ-যন্ত্ৰণা সহ্য কৰিব লগীয়া হয়।

এই মেক্সিমটোৰ জৰিয়তে সহজে অনুমান কৰিব পাৰি যে বহু-বিবাহৰ প্ৰতি মিচিং সমাজেও উদাৰ দৃষ্টি পোষণ কৰা নাছিল।

দ্বিতীয়তে, এজনী তিৰোতা থাকোতে আন এজনীক বিয়া কৰাবলৈ যোৱা সকলেও এই মেক্সিমটোৰ দ্বাৰা প্ৰভাৱান্বিত হৈ যে জিভা নোকোচাব তাত সন্দেহ নাই।

প্ৰবচন, লোকোক্তি আদিয়ে যে জ্ঞান বা উপদেশ অভিজ্ঞাপন কৰে তাৰ আভাস ইয়াৰ পৰা পাব পাৰি।

---

১০ সংবাদদাতা ঃ মাধৱ পেগু (৫৫)
১১ সংবাদদাতা ঃ দেৱেন দলে (৫০), জোনাই
১২ শংকৰদেৱ ঃ উত্তৰাকাণ্ড ৰামায়ণ, পদ ৭০৪১
১৩ প্ৰফুল্লদত্ত গোস্বামী ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.৯৬
১৪ *সংবাদদাতা ঃ দেৱেন দলে (৫০), জোনাই*

(ভ) 'ৰক্পান্ পৰগ্ অঃয়কা
মাউৰাং অম্মাং উয়কা।'[১৫]

অৰ্থ ঃ মাক নোহোৱা কুকুৰা পোৱালি নুপুহিবা আৰু মাউৰা ল'ৰা-ছোৱালীও তোলনীয়া কৰি নল'বা।

এই মেক্সিমটোৰ পৰাও মিচিং সমাজৰ সামাজিক আচৰণৰ আভাস পোৱা যায।

কোনো কোনো প্ৰবচনৰ আঁৰত একোটি সাধুকথা লুকাই থাকে।

যেনে—

(ঝ) 'চিৰ্ৰী নুৰমৃকৃদ
ই কি আঁ বাদ্তিদ।'[১৬]

অৰ্থ ঃ বৰাই মাটি চহায়, কুকুৰে হালবোৱা হয়।

কুকুৰ আৰু বৰা দুয়ো নাতিয়ে ককাকৰ পথাৰত হাল বাবলৈ গ'ল। কুকুৰ আছিল সোৰোপা, হাল বালে বৰাই। পিচে বৰা ঘৰলৈ গ'লত কুকুৰে পথাৰৰ ওপৰত ইফালে-সিফালে ঘূৰি মাটিত তাৰ ভৰিৰ সাঁচ পেলাই বুঢ়াক ক'লেগৈ বোলে সি হে হাল বাইছে। সঁচাকৈ তাৰ খোজ দেখিবলৈ পাই বুঢ়াই তাক আদৰ-সাদৰ কৰি বাহ দিলে। বৰাক দিলে খেদি। কিন্তু যিহেতু কুকুৰে ফাঁকি দিলে সেই কাৰণেই তাক খাবলৈ দিলে মাটিত, আনহাতে বৰাক খাবলৈ দিলে থালত বা চৰিয়াত।[১৭]

আও নগাসকলৰ সমাজতো সাধুকথা একোটিত লুকাই থকা প্ৰবচন পোৱা যায়। যেনে—

কুকুৰৰ আগত মূল্যবান বস্তু নদলিয়াবা
জোঙামাৰি হাতীৰ গাত দলিয়ালে তাৰ
একো নহয়।

যেনে— কুকুৰ আৰু বৰাই ককাৰ পথাৰত হাল বাবলৈ গৈছে, ইত্যাদি।[১৮]

**(খ) চলক্ (সাঁথৰ) ঃ** ইংৰাজীত ব্যৱহৃত 'Riddle' পদটোক সূচিত কৰিবৰ বাবে মিচিং ভাষাত 'চলক্' পদটো ব্যৱহাৰ কৰা হয়। অসমীয়া ভাষাত ইংৰাজী Riddleৰ প্ৰতিশব্দ ৰূপে ব্যৱহৃত সাঁথৰ বা দিষ্টান পদৰ ব্যৱহাৰ মিচিং সংস্কৃতিত নাই।

সাঁথৰ বা দিষ্টানবোৰ প্ৰবচনৰ দৰে স্থিৰ বৈদগ্ধ (Fixed Phrase)। Riddleবোৰক ৰূপকৰ শৈলীত গঠিত হোৱা স্থানীয় প্ৰশ্ন বুলিব পাৰি। ৰূপকত আলংকাৰিক অৰ্থ থাকে কিন্তু সাঁথৰত (Riddle) প্ৰায়ে আলংকাৰিক অৰ্থ নাথাকে।[১৯] সংক্ষেপভাৱে গঠিত আৰু ৰূপাত্মক প্ৰশ্নবিশিষ্ট মৌখিক সাহিত্যৰ এইবিধ উপাদানত স্থান পোৱা শব্দবোৰে প্ৰত্যক্ষ অৰ্থ প্ৰকাশ নকৰি সম্পূৰ্ণ বেলেগ অৰ্থ প্ৰকাশ কৰে। সাধাৰণতে সাঁথৰবোৰ বৈদগ্ধপূৰ্ণ সৃষ্টি।

---

১৫ সংবাদদাতা ঃ ডিৰাম কুম্বা (৫০), জোনাই

১৬ সংবাদদাতা ঃ মাধৱ পেগু (৫৫), মেচাকি টঙানী জোনাই

১৭ প্ৰফুল্লদত্ত গোস্বামী ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১২৮

১৮ প্ৰফুল্লদত্ত গোস্বামী ঃ প্ৰাগোক্ত গ্ৰন্থ, পৃ.১২৯

১৯ Y. M. Sokolov : Russian Folklore, The Macmillan Co , New York, 1950, p.282

মিচিং সমাজত প্ৰচলিত সাঁথৰবোৰ বিশেষ কোনো অনুষ্ঠানৰ লগত জড়িত নহয়। ইয়াৰ বক্তা কোনো বিশেষ ব্যক্তি নহয়। যিজনে সাঁথৰ জানে তেঁৱেই সময় আৰু সুবিধা বুজি সমনীয়া লোক বা ল'ৰা-ছোৱালীক সোধে। মিচিং সাঁথৰবোৰ প্ৰায়ে প্ৰশ্নবোধক। সাধাৰণতে অনাখৰী গাঁৱলীয়া বুঢ়া-মেথাসকলে ঘৰুৱা কাম-বনৰ পৰা আজৰি পালে কেতিয়াবা আলিবাটত, কেতিয়াবা কাৰোবাৰ চোতালত বহি কাঠি-কামি কৰাৰ সময়ত কমবয়সীয়া ডেকা-ল'ৰাক চলকেৰে প্ৰশ্ন সোধা হয়। আকৌ গৰখীয়া ল'ৰাবিলাকেও সমনীয়াৰ সৈতে গৰু চৰাই থাকোতে ইজনে সিজনক প্ৰশ্ন কৰে আনজনে উত্তৰ দিয়ে। আকৌ সিজনে ইজনক প্ৰশ্ন কৰে। এইদৰে চলকৰ সৃষ্টি হয়। চলক্‌বোৰ সাধাৰণতে ছন্দোবদ্ধ আৰু প্ৰহেলিকা ভাবাপন্ন। যেনে—

(ক) 'য়ুম্‌ৰাঃ লক্ দুমুদ্ তাঃপৰ চুলা
দুঃনী মৃম্‌বৃৰদী চীঃকন?'[20]

উত্তৰ ঃ তীপাং (গোমধান)।

(খ) 'চঃন নকিঃমাং মানী চঃৰী
মাঃনী চঃৰী লীপৃৰ কামা
পাঃচুম্ পাঃৰুম্‌লা আম্‌ময়ঃ অীম্ বৃজীম্‌দাগ্।'[21]

উত্তৰ ঃ চঃৰি ৰিকি (আকাশী লতা)।

(গ) 'জাচৃগ্ কানীদী দপাঙী
কাৰপু নাম্‌দী দনামী।'[22]

উত্তৰ ঃ জেয়িংত্তাং (বেত গাজ)

(ঘ) 'আনীদীম্ কাঃতে কাঃৰেদাগ্
আবদী য়ুক্‌ম দৃক্‌পী দৃগ্‌দগ্।'[23]

উত্তৰ ঃ মৃবচু (জলকীয়া)

(ঙ) 'আবৃগ্‌লক্ আমৃং বম্‌জেদক্
দুম্‌বিঃনীদী আম্‌ম গীদাগ্।'[24]

উত্তৰ ঃ চৃঃপাগ্ (কপাহ)।

(চ) 'য়াকা কাঃতক্
য়াবা বাঃচাং
য়াঃয় য়াকাবৃ কাপ্‌তৃলা দুং
য়াবাংকী মিক্‌চী অৱৃং অঃবৃলা গৃদুং।'[25]

উত্তৰ ঃ পঃৰ আপং (ছাই মদ)।

পশু-পক্ষী, কীট-পতংগ আৰু পোক-পৰুবাৰ লগত খাপখোৱাকৈও কিছুমান চলক্‌ৰ সৃষ্টি হৈছে। যেনে—

---

২০—২৫ সংবাদদাতা ঃ জিৰাম কুম্বাং (৫০), জোনাই

(ক) 'য়ুম্‌বাং য়ুম্‌বাঃলক্ আমং
কৃনী মন্দল্‌দী চাঃকন?'[২৬]

উত্তৰ ঃ তাপাদ্ (জোক)।

(খ) 'তানিঃয়েম্ কাঃবেগ্ য়েমৃল আচিল্
অজ্‌ংকুনীদী অক্কন?'[২৭]

উত্তৰ ঃ বাংকপ্ (বাম্ কাছ)।

(গ) 'চেলেগ্‌ল দুব্‌গন দুম্‌চুংক
আলী দীঃদান্ চংকীংক
নীয়িন পায়িনীম্ দমা
ইঃ ত্‌ঃমামৃল তুৰমাং।'[২৮]

উত্তৰ ঃ তায়িগ্ (ওকণি)।

ঘৰুৱা জীৱনত ব্যৱহাৰ কৰা সামগ্ৰীৰ ওপৰতো কিছুমান সাঁথৰ সৃষ্টি হৈছে। যেনে—

(ক) 'কুঃদুম্ কামান্ অল্‌লুংঙী
কুংকং কামান্ অল্‌লুংঙী
আচি লঃচিন্ দুগঃমাং
দুগ্‌ঃমৃল পুঃচাঃমাং
বঃদ্ বঃদ্‌পী বান্‌নাম্‌দী
তুং তুং আম্‌না বাঃনীদী।'[২৯]

উত্তৰ ঃ কিঃপাৰ (খুবলি)।

(খ) 'লীঃলমাং আলঙী
চুম্‌পামাং চুম্‌নানী।'[৩০]

উত্তৰ ঃ বেঃলং (জীম কাপোৰ বৰলৈ তৈয়াৰ কৰা এবিধ হাতীদাঁতৰ জোঙা যন্ত্ৰ)।

(গ) 'আকিঃদী কিঃপৰদাগ্ কিঃএৰ্ কামা
কিঃ পৰনীদী কামাঃমৃল্ আপিনীচিন্ কামা।'[৩১]

উত্তৰ ঃ কিঃল্‌ং (মাটিৰ কলহ)।

(ঘ) 'অৃগৃঃ চিন্‌মা য়কৃতুঃ চিন্‌মা
মৃঃতা মৃঃতানী অৃচুঙীম্
বৃত্‌কে বৃদ্‌য়ে বম্‌দাগ্।'[৩২]

উত্তৰ ঃ কৰত।

(ঙ) 'য়ুম্‌বাং আবাঃদ কব্‌তাগ্ তাগ্‌দাগ্
তানিঃ দীম্ কাঃবেগ্‌মাং।'[৩৩]

---

২৬—৩৩ সংবাদদাতা ঃ ভিৰাম কুম্বাং (৫০), জোনাই

উত্তৰ ঃ অ্গ্ং (কুঠাৰ)।

(চ) 'বৃঃচৃত চুৰুক্ চাৰাক্
কক্তক্ব ওৰি কাকি।'[৩৪]

উত্তৰ ঃ চাম্পীগ্ (বাঢ়নী)।

(ছ) 'দগ্নী গীনী মৃম্বৃৰ্দক্
আমিন্ অক্কন?'[৩৫]

উত্তৰ ঃ লৃঃপু (Goiter, গলমেৰুণ, গলগণ্ড)

(জ) 'মিক্জীম্ য়েমৃল্ কাঃবেগ্দাগ্
দাৰ্য়েমৃল কামাং।'[৩৬]

উত্তৰ ঃ মাঃঞিং (সপোন)।

---

৩৪—৩৬ সংবাদদাতা ঃ ডিৰাম কুম্বাং (৫০), জোনাই

## দশম অধ্যায়

# উপসংহাৰ

পূৰ্ববৰ্তী অধ্যায়কেইটিত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মিচিং জনজাতি আৰু তেওঁলোকৰ মৌখিক সাহিত্যৰ বিষয়ে বিশ্লেষণাত্মক দৃষ্টিভংগীৰে আলোচনা আগবঢ়োৱা হৈছে। প্ৰথম অধ্যায়ত গৱেষণাৰ ক্ষেত্ৰ, ইয়াৰ গুৰুত্ব তথা তাৎপৰ্য্য আৰু গৱেষণা প্ৰণালীৰ বিষয়ে আলোচনা কৰা হৈছে। দ্বিতীয় অধ্যায়ত মিৰি আৰু মিচিং নামৰ উৎপত্তি, তেওঁলোকৰ গোট আৰু ফৈদ, মিচিংসকলৰ গোত্ৰবিচাৰ পদ্ধতি, তেওঁলোকৰ পূৰ্ব বাসস্থান, প্ৰব্ৰজন, ব্ৰহ্মপুত্ৰ উপত্যকাত মিচিংসকলৰ বসতি স্থাপন, তেওঁলোকৰ জনসংখ্যা আৰু ভাষাৰ সাধাৰণ আভাস দিবলৈ প্ৰয়াস কৰা হৈছে। তৃতীয় অধ্যায়ত, মিচিংসকলৰ সামাজিক আৰু ঘৰুৱা জীৱন; তেওঁলোকৰ লোকাচাৰ : উৎসৱ-অনুষ্ঠান, পূজা-পাতল, মৃতকৰ লগত জড়িত কৃত্যাদি; অৱসৰ বিনোদন : খেল-ধেমালি, চিকাৰ, লোক-ঔষধ, লোক-বিশ্বাস, মংগলামংগল চোৱাৰ পৰম্পৰা, শাও-শপনি, যাদু-মন্ত্ৰ, ধৰ্ম; ভৌতিক সংস্কৃতি : আভৰণ, খাদ্য সামগ্ৰী আৰু ৰন্ধন প্ৰণালী আৰু পৰিবেশ্য কলাৰ বিশ্লেষণমূলক আলোচনা উপস্থাপন কৰা হৈছে। লোক-সাহিত্য আৰু ইয়াৰ শ্ৰেণী বিভাজন, নিঃতম্ আৰু ইয়াৰ বিভিন্ন শাখা-প্ৰশাখা, ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত নিঃতম্ অৰ্থাৎ আঃবাং নিঃতম্, ধৰ্মনিৰপেক্ষ গীত— মিদাং নিঃতম্, বৃঃবৃগ্ নিঃতম্ বা বিৰ্‌দুগ্ নিঃতম্, য়াপাপিলা নিঃতম্ বা ৰইলা নিঃতম্, লুপ নিঃতম্, কাবান্, য়াবান নিঃতম্, য়ামনী কাব্‌নাম্, লত্‌তা চঃমান্ আদিৰ তত্ত্বীয় আৰু বিশ্লেষণাত্মক আলোচনাই স্থান পাইছে চতুৰ্থ অধ্যায়ত। পঞ্চম অধ্যায়ত মিচিংসকলৰ সুৰদী, জনপ্ৰিয় মনোৰম নিঃতম্— 'অই নিঃতম'ৰ আলোচনাই স্থান পাইছে। ষষ্ঠ অধ্যায়ত কেঁচুৱা আৰু ল'ৰা-ছোৱালীৰ লগত সম্পৰ্কযুক্ত নিঃতম্ আৰু ধৰ্মীয় গীত, প্ৰাৰ্থনা, মন্ত্ৰ আদিৰ বিৱৰণাত্মক বৰ্ণনা পৰিৱেশন কৰা হৈছে। দঃয়িং কাবানৰ তত্ত্বীয় আলোচনাই স্থান পাইছে সপ্তম অধ্যায়ত। লেকে দঃয়িং, ৰীগাম দঃয়িঙৰ আলোচনা আগবঢ়োৱা হৈছে অষ্টম অধ্যায়ত। মৌখিক সাহিত্যৰ আন এটা উল্লেখযোগ্য বিষয় হ'ল সাধুকথা। এই সাধুকথাৰ বিষয়ে অষ্টম অধ্যায়তেই বিতংভাৱে আলোচনা কৰা হৈছে। প্ৰবাদ, প্ৰবচন, যোজোনা বা যোজনা, লোকোক্তি, সাঁথৰ বা দিষ্টানৰ বিৱৰণাত্মক আলোচনাই স্থান পাইছে নৱম অধ্যায়ত।

মিচিং সমাজত পৰম্পৰাগতভাৱে চলি অহা মৌখিক সাহিত্য অথবা বাচিক কলাৰ বিভিন্ন দিশৰ ওপৰত আলোকসম্পাত কৰি উপস্থাপন কৰা চিন্তা-চৰ্চা আৰু বিচাৰ-বিশ্লেষণৰ জৰিয়তে সহজে অনুমান কৰিব পাৰি যে অসমৰ ভৌগোলিক পৰিসীমাৰ মাজত বসবাস কৰি অহা মংগোলীয় শাখাৰ অন্তৰ্গত জনজাতিসকলৰ (যেনে— বড়ো-কছাৰী, ৰাভা, ডিমাছা, তিৱা, কাৰবি আদি) মৌখিক সাহিত্যৰ ভিতৰত মিচিং মৌখিক সাহিত্যৰ তাৎপৰ্যপূৰ্ণ স্থান বৰ্তমান। দ্বিতীয়তে, মিচিংসকল অসমীয়া সমাজৰ এটি অপৰিহাৰ্য অংগ। অজনজাতীয় অসমীয়া লোক-সংস্কৃতিৰ লগত মিচিং লোক-সংস্কৃতিৰ (অথবা জনজাতীয়

সংস্কৃতিৰ, Tribal Culture) সংশ্লেষণ আৰু সমন্বয়ৰ তাৎপৰ্যপূৰ্ণ দৃষ্টান্ত পোৱা যায় মিচিং আৰু অমিচিং অসমীয়া সংস্কৃতিৰ জমিনত (texture) স্থান পোৱা বিভিন্ন উপাদনৰ জৰিয়তে। অসমীয়া ভাষাত মিচিং ভাষাৰ সমল নোহোৱা নহয়। তেনেদৰে মিচিং ভাষাতো অসমীয়া ভাষাৰ গভীৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। মিচিং মৌখিক সাহিত্যতো অমিচিং অসমীয়া লোক-সাহিত্যৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। অসমীয়া বিহুগীতৰ প্ৰভাৱৰ ফলত সৃষ্টি হৈছে অইনিঃতম্‌বোৰৰ। তেনেদৰে ধৰ্মীয় অনুষ্ঠান, পূজা-পাতল, লোক-বিশ্বাস, আচাৰ ৰীতি-নীতি, সাধুকথা, লোককথা, জনশ্ৰুতি, খেলা-ধূলা, গীত-মাত আদিত অসমীয়া সংস্কৃতি তথা হিন্দু সংস্কৃতি আৰু হিন্দু ধৰ্মৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি।

মিচিংসকলৰ সংস্কৃতি মূলতঃ মংগোলীয়। অসম আৰু ইয়াৰ ওচৰ-চুবুৰীয়া প্ৰদেশ অৰুণাচল, মিজোৰাম, মেঘালয়, মণিপুৰ, নগালেণ্ড আদিত বসবাস কৰি থকা মংগোলীয় গোষ্ঠীৰ মাজত উমৈহতীয়া সংস্কৃতি পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে পিতৃপ্ৰধান আৰু গণতান্ত্ৰিক সমাজ ব্যৱস্থা, ঘৰ সজা সঁজুলিত কাঠ-বাঁহ-বেতৰ ব্যৱহাৰ, চাংঘৰ, ডেকা চাং, গাভৰু চাং আদি পৰম্পৰাৰ প্ৰচলন, শুকতি মাছ-মাংস, আপং (লাউপানী), তামোল-পাণ আদিৰ প্ৰচলন, হাঁহ-কুকুৰা, গাহৰি পালন, মাছ ধৰা, চিকাৰ কৰা আদিৰ জনপ্ৰিয়তা, বোৱা-কটাৰ ওপৰত গুৰুত্ব প্ৰদান আদি উমৈহতীয়া সাংস্কৃতিক উপাদানবোৰলৈ আঙুলিয়াব পাৰি।

মিচিং ধৰ্ম আৰু সংস্কৃতিত হিন্দুধৰ্মৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী।

মিচিংসকল ভৈয়ামলৈ নামি অহাৰ পৰৱৰ্তী কালত তেওঁলোকে হিন্দুধৰ্ম গ্ৰহণ কৰি বিশেষকৈ বৃহত্তৰ অসমীয়া সমাজৰ আচাৰ-ৰীতি-নীতি, ভাষা-ধৰ্ম আদি গ্ৰহণ কৰিছে। ইয়াৰ পৰিণতি স্বৰূপে তেওঁলোকৰ ধৰ্মীয় ধাৰণাত ঈশ্বৰবাদী আদৰ্শই বিশেষভাৱে স্থান লাভ কৰিছে। বিদেশী শাসক আৰু ধৰ্মযাজকে ঠাৱৰ কৰা মতে মিচিংসকল জড়বাদী বা জড়োপাসক নহয়। শংকৰদেৱৰ দ্বাৰা প্ৰবৰ্তিত নৱবৈষ্ণৱ ধৰ্মৰ গভীৰ প্ৰভাৱো মিচিং সমাজত পৰিছে। অৱশ্যে অঞ্চলবিশেষে খৃষ্টান ধৰ্মৰ প্ৰভাৱো যে পৰা নাই তেনেও নহয়।

মিচিংসকলৰ ধৰ্মীয় ধাৰণাত জোন পিতা বা পুৰুষ আৰু বেলি আই বা নাৰী। তেওঁলোকৰ এই ধাৰণাৰ লগত খাচিসকলৰ চন্দ্ৰ-সূৰ্য সম্পৰ্কীয় জাগতিক দৃষ্টিভংগীৰ (world-view) সাদৃশ্য চকুত লগা। দ্বিতীয়তে, মিচিঙৰ এই জাগতিক দৃষ্টিভংগীৰ (world-view) লগত বৈদিক সুধাংশু-শশধৰ আৰু সূৰ্য-সাবিত্ৰী ধাৰণাৰো সাদৃশ্য দেখা যায়। মিচিঙৰ দেওধাই বা মিবু তথা মিবুৰ লগত বৰো-কছাৰীৰ দেউধনী বা হিন্দুৰ দেৱধ্বনি বা দেওধা আৰু দেওধনী, আহোমৰ দেওধাই বাইলুং, মণিপুৰী বা মেইতেইসকলৰ মাইবা-মাইবিৰ লগত তুলনা কৰিব পাৰি।

ইয়াৰ উপৰিও হিন্দুধৰ্ম গ্ৰহণ কৰাৰ পিছৰে পৰা মিচিং সমাজত সাধু, সদাচাৰ, ভকত, সাতোলা আদি বিষয়বাববোৰৰ সৃষ্টি হ'ল। সাধু সন্ত-মহন্ত-গোঁসাই আদি সত্ৰাধিকাৰসকলৰ ওচৰত মিচিংসকলে শৰণ লৈছে। 'ৰাতি সেৱা' নামৰ এবিধ গোপন কৃত্যৰ প্ৰচলনো মিচিং সমাজত প্ৰচলিত হোৱা দেখা যায়। নামচাই আৰু তিনিচুকীয়াৰ ওচৰৰ কেইখনমান গাঁৱত মিচিং লোকে 'সনাতন নামধৰ্ম'ও গ্ৰহণ কৰিছে।

মিচিং সমাজত পালনীয় পূজা-পাৰ্বণৰ ভিতৰত 'দুবুৰ' পূজা বিশেষ উল্লেখযোগ্য। ইয়াৰ বাদেও

তেওঁলোকে 'তালীং উঁই' বুলি ওপৰ-দেৱতা, দুমুগ্, দুংকাং, মৃগলুং, তাকাৰ, দঃগ্ৰি পঃল (মেঘ, বিজুলী, তৰা, চন্দ্ৰ-সূৰ্য্য) আদিক পূজা কৰে। আদী মিচিংসকল যদিও বৰ সংৰক্ষণশীল তথাপি তেওঁলোক অতিকৈ অনুকৰণপ্ৰিয়। এনে পৰস্পৰবিৰোধী প্ৰবৃত্তিৰ ফলত আদী আৰু ভৈয়ামৰ মিচিংসকলৰ বিশ্বাসৰ মাজত বৈষম্যৰ সৃষ্টি হোৱা স্বাভাৱিক। ইয়াৰ পৰিণতি স্বৰূপে সাদৃশ্যকৰণ প্ৰক্ৰিয়াৰে উভয়ৰ মাজত সামঞ্জস্য আৰু সমন্বয় সাধনৰ বাবে প্ৰচেষ্টা চলাবলগীয়া হৈছে। মিচিঙৰ গুঃমৃন্ চঃয়িঙৰ লগত কালক্ৰমে 'ঘৰ ডাঙৰীয়া' আৰু 'গুৰু য়ুম্ৰাং উঁইৰ' বা পৌজাব্ উঁইৰ লগত 'জল-খায়' আদি বিশ্বাস জড়িত নোহোৱাকৈ থকা নাই। লগতে কালসংহতিৰ সত্ৰাধিকাৰৰ প্ৰভাৱৰ পৰিণতিত প্ৰায়শ্চিত্ত ব্যৱস্থা, মৰা-শুচি, জীয়া-শুচি আৰু অন্যান্য নিত্য-নৈমিত্তিক আচৰণৰ ব্যৱস্থাও মিচিং সমাজত প্ৰচলিত হ'বলৈ ধৰিলে। মহাভাৰত, ৰামায়ণ আৰু অন্যান্য পৌৰাণিক কথাবৃত্ত আৰু আদৰ্শৰাজিও মিচিং বিশ্বাসৰ লগত সংমিশ্ৰিত হ'ল। লাহে লাহে হিন্দুৰ বিশ্বাস-পৰম্পৰাত স্থান পোৱা দেৱ-দেৱীসকলেও তেওঁলোকৰ ধৰ্মীয় বিশ্বাসত স্থান পাবলৈ ধৰিলে। মহামাৰী- সৰু আই, বৰ আই, জৰা-ফুকা আদি পৰম্পৰাৰ জৰিয়তে শাক্ত-শৈৱ-তান্ত্ৰিক বিষয়েও তেওঁলোকৰ জীৱন আৰু সমাজত শিপাইছে। এনে সংমিশ্ৰিত সংস্কৃতিৰ গভীৰ প্ৰভাৱৰ পৰিণতিত তেওঁলোকে আদীৰ অনমনীয় আদৰ্শ আৰু ভাবধাৰা পৰিত্যাগ কৰি সহ-অৱস্থানত বিশ্বাসী হৈ পৰিল। তেওঁলোকৰ দঃগ্ৰি পঃল, কাৰ্চিং কাৰ্তাং, চেঃদি মেঃল আদিৰ লগতে সমান্তৰালভাৱে ব্ৰহ্মা-বিষ্ণু আৰু শিৱৰ ধাৰণায়ো প্ৰৱেশ লাভ কৰিলে। এইদৰে মিচিং সংস্কৃতিত আদিম বিশ্বাসৰাজিৰ পৰিবৰ্তে হিন্দুৰ ধৰ্মীয় বিশ্বাসৰ প্ৰাধান্য পৰিলক্ষিত হ'বলৈ ধৰিলে। সেইদৰে পাৰলৌকিক ধ্যান-ধাৰণাতো 'উয়ু আমঙ'ৰ লগত যম ৰজাৰ ধাৰণা আৰু 'কঃজে পাঃতাঙ'ৰ লগত বৈতৰণী নৈৰ ধাৰণাৰ সহ-অৱস্থান প্ৰক্ৰিয়া আৰম্ভ হ'ল। আনকি মিচিঙৰ 'পেতম্ পেকি'ৰ পৰিবৰ্তে বৈষ্ণৱ নিয়মে হৰিধ্বনি কৰি আশীৰ্বাদ দিয়াৰ পদ্ধতি প্ৰৱৰ্তন কৰা হ'ল।

আলি-আই লৃগাং আৰু পঃৰাগ উৎসৱেই মিচিংসকলৰ প্ৰাচীন উৎসৱ আছিল যদিও, ভৈয়ামত বাস কৰাৰ লগে লগে অমিচিং অসমীয়াসকলে পালন কৰা বহাগ বিহু, মাঘ বিহু আৰু কাতি বিহুৰ পৰম্পৰাই মিচিং সমাজত জনপ্ৰিয়তা লাভ কৰিবলৈ ধৰিলে।

বাদ্যযন্ত্ৰৰ ক্ষেত্ৰতো অমিচিং অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিদৃষ্ট হয়। আদিতে তেওঁলোকে দেনন্দুন্, ঔজুগ্ তাপুং, দৌৰকি তাপুং, তকতক্, দুম্পাক কেকুং, লঃলং গুংগাং আদি বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰিছিল যদিও বৰ্তমান তেওঁলোকে ঢোল, পেঁপা, তাল, বাঁহৰ টকা আদিহে ব্যৱহাৰ কৰে।

মিচিংসকলৰ গৃহনিৰ্মাণ পদ্ধতিতো অমিচিং অসমীয়া লোকৰ গৃহনিৰ্মাণ পদ্ধতিৰ প্ৰভাৱ পৰিলক্ষিত হোৱা দেখা যায়। পূৰ্বে মিচিংসকলে ওখকৈ চাংঘৰ সাজি লুইত-সোৱণশিৰিৰ পাৰে পাৰে বসবাস কৰিছিল। বৰ্তমানে আধুনিক শিক্ষাৰ প্ৰসাৰ ঘটাৰ লগে লগে কিছু সংখ্যক মিচিংলোকে নৈৰ পাৰত অস্থায়ী ঘৰবাৰী পতা এৰি ওখ ভিতৰুৱা ঠাইত স্থায়ীকৈ ঘৰ সাজি বাস কৰিবলৈ লৈছে। মিচিংসকলে তাহানিৰ দৰে কাঠ-বাঁহ-খেৰ আদিৰে ঘৰ বন্ধাৰ পৰিবৰ্তে ইটা-বালি-চিমেণ্টেৰে নিৰ্মাণ কৰা পকী ঘৰত থাকিবলৈ লৈছে।

অতীততে মিচিং সমাজত গান্ধৰ্ব প্ৰথাৰে বিবাহ কাৰ্য্য সম্পন্ন হৈছিল। বৰ্তমানে তেওঁলোকৰ বিবাহ পদ্ধতিত অমিচিং অসমীয়া বিবাহ পদ্ধতিৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ পৰিলক্ষিত হৈছে। পূৰ্বতে মিচিংসকলৰ

সমাজত জোঁৱাই-খটা প্ৰথা প্ৰচলিত আছিল। কিন্তু আধুনিক শিক্ষাৰে শিক্ষিত ল'ৰা-ছোৱালীয়ে এই প্ৰথা পৰিত্যাগ কৰিছে। আনকি বৰ্তমান মিচিংসকলে বিবাহৰ দিন-বাৰ নিৰ্দ্ধাৰিত কৰোঁতে অন্যান্য অমিচিং অসমীয়া সমাজৰ দৰে পুথি-পাঁজি চাইহে বিবাহৰ দিন-বাৰ ঠিক কৰে। অৱশ্যে পুৰোহিত আৰু হোম-যজ্ঞৰ প্ৰচলন বৰ্তমানো মিচিং সমাজত হোৱা নাই। অন্যহাতে দৰা-কইনাক গা-ধুওৱা আদি বিভিন্ন ৰীতি-নীতিৰ লগত অসমীয়া হিন্দু বিবাহ পদ্ধতিৰ সাদৃশ্য দেখা যায়।

মিচিংসকলৰ ভৌতিক সংস্কৃতিতো আধুনিকতাৰ প্ৰভাৱ নপৰাকৈ থকা নাই। পূৰ্বতে মিচিংসকলে পৰিধান কৰা গন্‌ৰ উগন্, মিবু গালোগ, গাপা গাৰে, ৰিঃবি গাচেং আদিৰ সলনি আজিকালি হাফপেণ্ট, লংপেণ্ট, টাই-চুট, ধূতী আদি পৰিধান কৰিবলৈ লৈছে। মহিলাসকলেও মেচিনত সীয়া আৰু সহজলভ্য শাৰী, মেক্সি, ব্লাউজ আৰু বিবিধ ৰংচঙীয়া পোছাক-পৰিচ্ছদ ব্যৱহাৰ কৰিবলৈ লৈছে।

আ-অলংকাৰৰ ক্ষেত্ৰতো মিচিং সমাজত আমুল পৰিৱৰ্তন দেখা গৈছে। অতীতত মিচিংসকলে ৰূপৰ দ্বাৰা নিৰ্মিত আন্‌চনমৰা, গামখাৰু, আঙঠি, কেন্টু, তাক্‌পৰ, তাদাগ্ আদি অলংকাৰ পৰিধান কৰিছিল। আজি-কালি এইবোৰৰ সলনি সোণৰ নেক্‌লেছ, গলপতা, থুৰিয়া, দুক্‌দুকী, কাণফুলি আদি অলংকাৰ পিন্ধিবলৈ লৈছে।

মিচিংসকলৰ সামাজিক অনুষ্ঠানৰ ক্ষেত্ৰতো কিছুপৰিমাণে পৰিৱৰ্তনে দেখা দিছে। স্বাধীনতাৰ পিচত নতুন প্ৰশাসনীয় নীতিয়ে এই অনুষ্ঠানবোৰক স্বীকৃতি নিদিয়াৰ ফলত কৌবাং অনুষ্ঠানবোৰ প্ৰায় নোহোৱাই হ'ল। এতিয়া কৌবাঙৰ সলনি সাধাৰণ হাই-কাজিয়া, মেল-মোকৰ্দমা, সামাজিক বাচ-বিচাৰ ক'ৰ্ট কাছাৰীৰ যোগেদিয়ে নিস্পত্তি কৰা দেখা যায়। বৰ্তমান গামৰ ঠাই লৈছে গাঁওবুঢ়াই।

অসমৰ বিভিন্ন ঠাইৰ বিভিন্ন জনগোষ্ঠীৰ লগত বসবাস কৰিবলৈ লোৱাৰে পৰা তেওঁলোকৰ ভাষাত প্ৰচুৰ পৰিমাণে অমিচিং অসমীয়া ভাষাৰ শব্দ সোমাইছে।

বিংশ শতিকাৰ আৰম্ভণিৰে পৰা অসমত হোৱা নানা ঘটনা, যুদ্ধ-বিগ্ৰহ, বহিৰ্বিশ্বৰ প্ৰভাৱ, শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰ, বৈজ্ঞানিক বিচাৰ-বিশ্লেষণ আদিয়ে দ্ৰুতগতিত মিচিং সমাজৰ পৰিৱৰ্তন সাধন কৰিছে।

সামাজিক পৰিৱৰ্তনে যে, মিচিং মৌখিক সাহিত্যৰো পৰিৱৰ্তন সাধন কৰিছে তাত সন্দেহ নাই। ধৰ্মীয় প্ৰসংগত গোৱা মিবু আৰু মিৰি আঃবাংবোৰ বৰ্তমান বাণীবদ্ধ কৰি বিভিন্ন জন-মাধ্যমৰ জৰিয়তে প্ৰচাৰ কৰিবলৈ লোৱা হৈছে। আনকি ধৰ্মীয় প্ৰসংগৰ লগত বিশেষভাৱে জড়িত মিবু-মিৰি নৃত্যবোৰ দূৰদৰ্শন, মঞ্চ আদিৰ জৰিয়তে প্ৰদৰ্শন কৰাৰ প্ৰৱণতা পৰিলক্ষিত হৈছে। মুঠতে মিচিং সমাজত পৰম্পৰাৰ লগতে উত্তৰণে দেখা দিয়াৰ নিচিনাকৈ মিচিং লোক-গীত, লোক-নৃত্য আদিতো উত্তৰণে দেখা দিছে। অনেক ক্ষেত্ৰত এইবোৰে দ্বিতীয় অস্তিত্ব (Second Existance) লাভ কৰিছে। পৰম্পৰাত পৰিৱৰ্তনে দেখা দিয়া স্বাভাৱিক, কিন্তু ঐতিহাসিক সচেতনতা সহকাৰে সেইবোৰৰ যথোপযোগী পৰিৱৰ্তন হ'লে তাত বিশেষ ক্ষতি নহয়।

মৌখিক সাহিত্যৰ বিভিন্ন বিভাগবোৰে মিচিং সমাজত ধৰ্মীয় আৰু সামাজিক প্ৰক্ৰিয়া সাধন কৰি আহিছে। এইবোৰৰ ভিতৰত অৱসৰ বিনোদন, নৈতিক শিক্ষা প্ৰদান, সামাজীকৰণ (Socialization), সামাজিক নিয়ন্ত্ৰণ, সামাজিক প্ৰতিবাদ, প্ৰচাৰ মাধ্যম, জ্ঞানৰ অভিজ্ঞাপন (Communication of

knowledge), সংস্কৃতিৰ প্ৰমাণীকৰণ বা সংস্কৃতিৰ মান্যকৰণ (Validation of culture), সামাজিক সংহতি (Social cohesion) আদি উল্লেখযোগ্য।

সময়ৰ অগ্ৰগতিৰ লগে লগে সমাজ পৰিবৰ্তন হয় আৰু সমাজৰ পৰিবৰ্তনৰ লগে লগে জনসংস্কৃতি বা লোক-সংস্কৃতি বা জনজাতীয় বা ট্ৰাইবেল সংস্কৃতিতো পৰিবৰ্তন, পৰিবৰ্দ্ধন আৰু উত্তৰণে দেখা দিয়া স্বাভাৱিক। এনেধৰণৰ পৰিবৰ্তনে উৎসৱ-অনুষ্ঠান আৰু তাৰ লগত জড়িত গীত-পদ, নৃত্য-নাচ আদিৰ প্ৰতীকী অৰ্থ, উদ্দেশ্য আৰু সামাজিক তাৎপৰ্যত আঘাত কৰাটো অনুচিত। মিচিং সমাজ আৰু ইয়াৰ লগত ওচৰ-চুবুৰীয়া আন আন অমিচিং সমাজৰ মাজত ঐক্যৰ বীজ ৰোপণ কৰাৰ প্ৰসংগত, ব্যষ্টিক সংস্কৃতীকৰণ কৰাৰ ক্ষেত্ৰত আৰু ধৰ্মীয় ভাবৰ উন্মেষ সাধনত মিচিংসকলৰ মৌখিক সাহিত্যই তাৎপৰ্যপূৰ্ণ অৱদান আগবঢ়াই আহিছে।

সমাজ আৰু সাহিত্যৰ সম্পৰ্ক অতিকে গভীৰ। সাহিত্য মৌখিক বা লিখিত হোৱাত কোনো বাধা নাই। লিখিত সাহিত্যৰ সৃষ্টি নোহোৱালৈকে মৌখিক সাহিত্যই সমাজৰ অভিজ্ঞতাক অভিজ্ঞাপন কৰে। লিখিত সাহিত্যৰ ওপৰত মৌখিক সাহিত্য বা বাচিক কলাৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। দ্বিতীয়তে, লিখিত সাহিত্যতকৈ মৌখিক সাহিত্যৰ পৰিসৰ তুলনামূলকভাৱে বেছি। জনসাধাৰণৰ জীৱন আৰু সমাজৰ লগত লিখিত সাহিত্যতকৈ মৌখিক সাহিত্যৰ অন্যোন্য ক্ৰিয়া (interaction) নিঃসন্দেহে গভীৰ আৰু ব্যাপক। সেইবাবে মৌখিক সাহিত্যক জনসাধাৰণৰ হৃদয় স্পন্দন ('The Pulse of the people') আখ্যা দিয়া হয়।[১] মিচিং মৌখিক সাহিত্যয়ো মিচিং জনসাধাৰণৰ হৃদয় স্পন্দন ৰূপে প্ৰকাৰ্য সাধন কৰি আহিছে।

মিচিং সমাজৰ লগত ইয়াৰ মৌখিক সাহিত্যৰ ওতঃপ্ৰোত সম্পৰ্ক ৰক্ষিত হৈ আহিছে। সমাজ অবিহনে সংস্কৃতি সৃষ্টি হ'ব নোৱাৰে। সাহিত্য আকৌ সংস্কৃতিৰ অপৰিহাৰ্য অংগ। ভাষা হ'ল সংস্কৃতিৰ প্ৰত্যক্ষ বাহক। ভাষাৰ সহায়ত সাহিত্যই লাভ কৰে বাঙ্ময় ৰূপ আৰু সাহিত্য হৈ পৰে সামাজিক প্ৰতিফলনৰ বিশিষ্ট মাধ্যম। এইফালৰ পৰা মৌখিক সাহিত্য স্থানীয় নৃবৃত্ত (native ethnography) ৰূপে অভিহিত হয়। স্থানীয় অধিবাসীয়ে তেওঁলোকৰ আদৰ্শাত্মক আচৰণ অভিব্যঞ্জন কৰে তেওঁলোকৰ মৌখিক সাহিত্যৰ জৰিয়তে।[২] মিচিং মৌখিক সাহিত্যয়ো মিচিং সকলৰ স্থানীয় নৃবৃত্ত (native ethnography) ৰূপে কাৰ্য সম্পাদন কৰি আহিছে, যিহেতু এইবিধ সাহিত্যৰ জৰিয়তে তেওঁলোকৰ আদৰ্শাত্মক আচৰণ প্ৰকাশ পাইছে।

***

১ নবীন চন্দ্ৰ শৰ্মা 'অসমীয়া লোক-সংস্কৃতিৰ আভাস'ৰ পৰা উদ্ধৃত, পৃ.১৫

২ নবীন চন্দ্ৰ শৰ্মা : পূৰ্বোক্ত গ্ৰন্থ, পৃ.২১

# গ্রন্থপঞ্জী

**English :**


Allen, B.C : Assam District Gazetteer, Sadiya and Balipara Frontier Tract Gazetteer, Part I & II, Chapt. IV, 1906

Bascom, William, R. : Contributions to Folkloristics, Meerut, 1981

Bordoloi, B.N. (ed.) : Alienation of Tribal Land and Indebtedness, Tribal Research Institute, Assam, Guwahati, 1986

Census Report of India, Assam, Vol. III, Section 150, 1881

Census Report of India, Part III, Chapt. V.A., Reprint, 1961

Census Report of India, Vol. No. III, Assam, Chapt.II(I), 1971

Chatterji, S.K. : Kirata-Jana-Kriti, Calcutta, 1951

Crappe, A.H. : The Science of Folklore, London, 1930

Delton, E.T. : Descriptive Ethnology of Bengal, Calcutta, 1872

Devi, L. : The Ahom-Tribal Relations, Gauhati, 1968

Dorson, R.M.(ed.) : Folklore and Folklife, Chicago, 1972

Endle, R.S. : The Kacharis, London, 1911

Elwin, V. : A Philosophy for NEFA, Shillong, 1964

: Myths of the North-East Frontier of India, Shillong, 1968

Furer-Haimendorf. C. Von. : The Apatanis and their Neighbours, London, 1962

Gait, E.A. : A History of Assam, Calcutta, 1967

Goswami, P. : Folk-Literature of Assam, Gauhati, 1954

: Ballads and Tales of Assam, University of Gauhati, 1970

: Tales of Assam, Gauhati, 1980

Grirson, G.A. : The Linguistic Survey of India, Vol. III, Part-III, Calcutta, 1909

Hunters, W.W. : Statistical Account of Assam, Vol.No.-I, Reprint, Delhi, 1976

Mackenzie, A. : A History of North-East Frontier of Bengal, Calcutta, 1884

Milner, G.B. : What is a Proverb? New Society, 1969

Pegu, N.C. : The Miris or the Mishings of the Brahmaputra Valley, Dhemaji, 1956

Roy, S. : Aspects or Padam-Minyong Culture, Shillong, 1966

Sinha, R.P. : The Akas, Shillong, 1962

Stith, Thompson. : The Folk Tale, New York, 1950

Sokolov, Y.M. : Russian Folklore, The Macmillan Co., New York, 1950

Vasu, N.N. : The Social History of Kamarupa, Vol.-I, Calcutta, 1922

Wapdell, L.A. : The Tribes of the Brahmaputra Valley, London, Reprint, 1975


**Articles/Papers :**


Colby, B.N. : 'The analysis of culture content and the patterning of narrative concerns in texts' in American Anthropologist, 1966

Degh, Linda. : 'Folk Narrative' in Folklore and Folklife, ed. R.M. Dorson.

Doley, D. : 'Patterns and causes of land alienations of the Mishing Tribe of Assam, in Alienation of Tribal Land and Indebtedness, ed. B.N. Bordoloi.

Seitel Peter. : Proverbs : A Social use of Metaphor' in Folklore Genres, ed. Dan Ben-Amos American Folklore Society, 1981

Saikia, P . 'A Note on the Dafla Spirit World' in Bulletine of the Department of Tribal Culture & Folklore Research, Gauhati University, 1962

Rukbo, Talam. The Derivative Meaning of Miri (Mishing), in NEFA Information, Vol.-III, No.-8, Shillong, 1969


**Journals :**


American Anthropologist, ed. B.N. Colby, 1966

Bulletine of the Department of Tribal Culture & Folklore Research, Gauhati University, 1969

NEFA Information, Vol.-III, No.-8, Shillong, 1969


**অসমীয়া ঃ**


কটকী, পাএেং ˚সোণাৰাম ঃ মিৰি জাতিৰ বুৰঞ্জী, ধেমাজি, ১৯৩৫

কাগ্যুং, ভৃগুমুণি (সম্পা.) ঃ মিচিং সংস্কৃতিৰ আলেখ্য, গুৱাহাটী, ১৯৮৯

গোস্বামী, প্ৰফুল্লদত্ত ঃ অসমীয়া জন-সাহিত্য, গুৱাহাটী, ১৯৮৬

.................... ঃ জাপানৰ জনকৃষ্টি আৰু অন্যান্য ৰচনা, গুৱাহাটী, ১৯৮৪

.................... ঃ টেটোন্কুটী, গুৱাহাটী, ১৯৮৭

তালুকদাৰ, নন্দ ঃ কবি আৰু কবিতা, গুৱাহাটী, ১৯৮৮

দত্তবৰুৱা, হৰিনাৰায়ণ (সম্পা.) ঃ অসমীয়া ভাগৱত, গুৱাহাটী, ১৯৬২

.................... (সম্পা.) ঃ অসমীয়া ৰামায়ণ, গুৱাহাটী

দত্ত, বীৰেন্দ্ৰনাথ (সম্পা.) ঃ চিকুং গুংগাং, গুৱাহাটী, ১৯৮৬

নাৰ্জী, ভবেন : বৰো-কছাৰীৰ জন-সাহিত্য, গুৱাহাটী, ১৯৫৭
নেওগ, মহেশ্বৰ : অসমীয়া গীতি সাহিত্য, ডিব্ৰুগড়, ১৯৮৫
পাদুন, নাহেন্দ্ৰ : অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি, শিৱসাগৰ, ১৯৮৮
...................... : মিচিং সাধু, গুৱাহাটী, ১৯৮৮
পামেগাম, তৰুণচন্দ্ৰ : মিচিং সাধু, যোৰহাট, ১৯৭৭
বৰদলৈ, ৰজনীকান্ত : মিৰি জীয়ৰী, গুৱাহাটী, ১৯৮৮
বৰুৱা, বিৰিঞ্চি কুমাৰ : অসমৰ লোক-সংস্কৃতি, গুৱাহাটী, ১৯৬৭
বিষ্ণুৰাভা সোঁৱৰণী গবেষণা সমিতি (সম্পা.) : বিষ্ণুৰাভা ৰচনাৱলী, গুৱাহাটী, ১৯৮৪
ভটাচাৰ্য্য, প্ৰমোদ চন্দ্ৰ (সম্পা.) : অসমৰ জনজাতি, যোৰহাট, ১৯৬২
লেখাৰু, উপেন্দ্ৰ চন্দ্ৰ (সম্পা.) : কথাগুৰু চৰিত, গুৱাহাটী, ১৯৫২
শৰ্মা, নবীন চন্দ্ৰ : অসমীয়া লোক-সংস্কৃতিৰ আভাস, গুৱাহাটী, ১৯৮৯
শৰ্মা, বেণুধৰ : দুণৰি, গুৱাহাটী, ১৯৬৬

**মিচিং :**

দলে, সুৰেণ : নিঃতম্ তুলি, জোনাই, ১৯৮৪
.................. : আলি আয়ে লিগাং, জোনাই, ১৯৮২
................. : লেকে নিঃতম্, জোনাই, ১৯৬৪
................ : চৃঃচাং আজন, জোনাই, ১৯৮৮
পাদুন, নাহেন্দ্ৰ : অই নিঃতম্, শিৱসাগৰ, ১৯৮০
পেগু, গণেশ : তানি আগম্, মাজুলী, ১৯৭৪

**হিন্দী :**

কুণ্ডিণ্য ভিক্ষুক : মিচিং জনজাতি, ভাৰতীয় সাহিত্য সমিতি, নতুন দিল্লী, ১৯৮২

**আলোচনী**

**অসমীয়া :**

আহমেদ, কামালুদ্দিন (সম্পা.) : স্মৃতি গ্ৰন্থ, অসমীয়া সাহিত্য চ'ৰা, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৮৯
দত্ত বৰুৱা, মুণীন্দ্ৰ নাৰায়ণ (সম্পা.) : নীলাচল, চতুৰ্থ বছৰ, ১ম সংখ্যা, গুৱাহাটী, ১৯৬৬
পাদুন, নাহেন্দ্ৰ (সম্পা.) : অসম সাহিত্য সভা পত্ৰিকা, অষ্টত্ৰিংশ বছৰ, চতুৰ্থ সংখ্যা,

শৰ্মা, যতীন্দ্ৰ নাথ (সম্পা.) : কালপুৰুষ, গুৱাহাটী, ১৯৮৮

**মিচিং ঃ**

পাদুন, নাহেন্দ্ৰ (সম্পা.) : লুতাদ, শিৱসাগৰ, ১৯৮৩

পেগু, ইন্দ্ৰেশ্বৰ (সম্পা.) : নিঃতম্ দগ্চিৰি, ঢকুৱাখানা, ১৯৮৪

পেগু, গণেশ (সম্পা.) : ৰুৱাদ, জোনাই, ১৯৮৬

পেগু, ৰাণী (সম্পা.) : মীঃতম্ লুচাৰ, লক্ষীমপুৰ, ১৯৮৫

পেগু, মদন (সম্পা.) : দাক্ৰপলাই, যোৰহাট, ১৯৮১

**প্ৰবন্ধ ঃ**

**অসমীয়া ঃ**

কাগ্যুং, ভৃগুমুণি : লুইতপৰীয়া সংস্কৃতি (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : অই নিঃতম্‌ত শদিয়াৰ স্থান (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : মিৰি সমাজত ভৱিষ্যত গণনা আৰু তন্ত্ৰ-মন্ত্ৰমূলক বিশ্বাস, (কালপুৰুষ)

কাগ্যুং, চক্ৰভাল : মিচিং ধৰ্ম বিশ্বাস (মিচিং সংস্কৃতিৰ আলেখ্য)

কুম্বাং, ডিৰাম : জনাই মুৰ্কংচেলেক অঞ্চলৰ চমু পৰিচয়, (ৰুৱাদ)

টাইদ, টাবু : অই নিঃতম্‌ৰ পটভূমি (মিচিং সংস্কৃতিৰ আলেখ্য)

টায়েং, ৰুক্‌কেল : কীয়ুম্ কীঃৰ দঃয়িঙী (লুতাদ)

টায়েং, চক্ৰেশ্বৰ : মিচিং জাতিৰ উৎপত্তি (মিচিং সংস্কৃতিৰ আলেখ্য)

দলে, সুৰেণ : মিচিং জাতিৰ চমু পৰিচয় (ৰুৱাদ)

দলে, বসন্ত : মিচিং লোকগীত (নিঃতম্ দগ্চিৰি)

দলে, বিদ্যেশ্বৰ : মিচিং নিঃতম্‌ৰ ধাৰা (নিঃতম দগ্চিৰি)

পামেগাম, তৰুণ চন্দ্ৰ : মিৰি বা মিচিং (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : মিৰি সমাজৰ ঘৰ আৰু ঘৰ লোৱা (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : পঃৰাগ্, (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : মিচিঙৰ জন্ম আৰু গুচি (মিচিং সংস্কৃতিৰ আলেখ্য)

পাদুন, নাহেন্দ্ৰ : মিচিং কবিতা আৰু লোকগীতৰ ছন্দ, (দাক্ৰপলাই)

.................... : মিচিং লোক-নৃত্য (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : চমুৱা মিচিঙৰ ভাষা আৰু সংস্কৃতি (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : মিচিং লোকগীত (মিচিং সংস্কৃতিৰ আলেখ্য)

.................... : গোত্ৰ দেৱতা বা গুঃমুন (মিচিং সংস্কৃতিৰ আলেখ্য)

................ : মিচিং অপ্‌নৰ উৎপত্তি আৰু বিচাৰ (মিচিং সংস্কৃতিৰ আলেখ্য)

................ : মিচিং জাতিৰ পৰিচয় (মিচিং সংস্কৃতিৰ আলেখ্য)

................ : মিচিং বৈবাহিক নীতি (মিচিং সংস্কৃতিৰ আলেখ্য)

পেগু, ইন্দ্ৰেশ্বৰ : মুৰং আৰু পঃৰাগ (মিচিং সংস্কৃতিৰ আলেখ্য)

................ : মিচিং ধৰ্ম-বিশ্বাস আৰু পৰম্পৰা (অসম সাহিত্য সভা পত্ৰিকা)

পেগু, গণেশ : দহতৰপীয়া মিচিং ঘৰ (মিচিং সংস্কৃতিৰ আলেখ্য)

................ : মিচিং গীতি-সাহিত্য (ৰুবাদ)

পেগু, গণেশ : মিচিং লোকগীতৰ সম্পদ (চিফুং গুংগাং)

................ : অসমৰ ঠাইৰ নাম আৰু নদীৰ নামত মিচিং শব্দৰ অবদান (ৰুবাদ)

ৰাজকুমাৰ, সৰ্বানন্দ : মিচিং জনজাতিৰ পৰিচয় (নীলাচল)

ৰেগন, দুৰ্গা : মিবু বা মিৰি আৰু মিবু আঃবাং, (মিচিং সংস্কৃতিৰ আলেখ্য)

লইং, টংকেশ্বৰ : মিচিং ভাষা, নোকোৰা মিচিং (মিচিং সংস্কৃতিৰ আলেখ্য)

শৰ্মা, নবীন চন্দ্ৰ : পুৰাণ : মিথ (স্মৃতিগ্ৰন্থ, অসমীয়া সাহিত্য চ'ৰা)


## সংবাদদাতা

**(ক) প্ৰত্যক্ষ সংবাদদাতা**

১. শ্ৰীঅশোক মিলি (৩৫), বৃগ্‌বি দঃলুং, জোনাই
২. শ্ৰীঐৰাম বৰি (৬০), অয়ান গাওঁ, অৰুণাচল প্ৰদেশ
৩. শ্ৰীমতী ছোৰালী পেগু (৪৮), অম্লপুৰ, মিছামৰা
৪. শ্ৰীডিম্বেশ্বৰ দলে (৪৫), লক্ষীমপুৰ
৫. শ্ৰীডিৰাম কুম্বাং (৫৫), জোনাই
৬. শ্ৰীদেবেন দলে (৫০), তৰাজান, জোনাই
৭. শ্ৰীনাহেন্দ্ৰ পাদুন (৫১), শিৱসাগৰ
৮. শ্ৰীপ্ৰতাপ চন্দ্ৰ পাৰ (৪৮), জোনাই
৯. শ্ৰীবক্‌সিৰাম মৰাং (৫৩), অৰুনৰি, গোগামুখ, ধেমাজি
১০. শ্ৰীবাপুং পেগু (৫০), মিছামৰা গাওঁ, জোনাই
১১. শ্ৰীভৱেশ পাটগিৰি (২৫), বোকাডোঙাৰ, লুইতমুখ, শোণিতপুৰ
১২. শ্ৰীমনবৃং পাঠৰী (৫০), মাজুলী মিছামৰা, যোৰহাট
১৩. শ্ৰীমাধৱ পেগু (৬০), মেচাকি গালি, জোনাই

১৪. শ্ৰীমতী মিলাদে মেদক (৪৮), জোনাই
১৫. শ্ৰীবেহেনো পাতিৰ (২০), পুৰণা জেলেম
১৬. শ্ৰীবিজুমণি দলে (২০), মাজুলী মিছামাৰা, যোৰহাট
১৭. শ্ৰীসৰ্বানন্দ মেদক (৫০), জোনাই
১৮. শ্ৰীসুৰেশ দলে (৫৮), বাহিৰ জোনাই
১৯. শ্ৰীসোমেশ্বৰ কুলি (৭০), বৰমুকলি, যোৰহাট
২০. শ্ৰীমতী হেমা কামান (৪০), জোনাই

(খ) পৰোক্ষ সংবাদদাতা

১. শ্ৰীঅকেন টায়েং (৪৮), ৰুক্‌চিন্‌, অৰুণাচল প্ৰদেশ
২. শ্ৰীবান্দাৰি মঃয়ং (৫০), পাচিঘাট, অৰুণাচল প্ৰদেশ
৩. শ্ৰীঅবুল সিং পাইত (৬৫), জেলাম, জোনাই, ধেমাজি জিলা
৪. শ্ৰীমতী ইন্দিৰা পেগু আয়ন (৪৮), অৰুণাচল প্ৰদেশ
৫. শ্ৰীবীৰেণ ব্ৰহ্ম (৪৮), চিমেন চাপৰি, জোনাই, ধেমাজি জিলা
৬. শ্ৰীবাবুলাল কুম্বাং (৬৫), অন্নপুৰ, ধেমাজি জিলা
৭. শ্ৰীউলুৰাম পাতিৰ (৪০), মিছামৰা তিনিআলি, ধেমাজি জিলা
৮. শ্ৰীখুগেন্দ্ৰ নাথ পাতিৰ (৪৮), মিছামৰা, ধেমাজি জিলা
৯. শ্ৰীফুলচন পেগু (৬০), চম্‌কং, ধেমাজি জিলা
১০. শ্ৰীদেৱৰাম পেগু (৪০), জোনাই লক্ষীবস্তি, ধেমাজি জিলা
১১. শ্ৰীৰাজাকান্ত পেগু (৩০), ডেকাপাম
১২. শ্ৰীহৰকান্ত পেগু (৩০), জোনাই, ধেমাজি
১৩. শ্ৰীভেউলাকান্ত পেগু (৩০), ৰামধন ভিখাৰী, ধেমাজি জিলা
১৪. শ্ৰীজীৱেশ দলে (৩০), মিছামৰা, ধেমাজি জিলা
১৫. শ্ৰীভৱেন নাৰ্জী (৭০), গুৱাহাটী, কামৰূপ
১৬. শ্ৰীকমিচন মিলি (৪৮), ভৰলী, শোণিতপুৰ
১৭. শ্ৰীমেদিনীমোহন দলে (৪৮), পিচলামুখ, শোণিতপুৰ জিলা
১৮. শ্ৰীহৰেণ পেগু (২৮), আউনীবাৰী, শোণিতপুৰ জিলা
১৯. শ্ৰীমধুৰাম বড়ো (৪৮), হাজো, কামৰূপ জিলা
২০. শ্ৰীবীৰেন্দ্ৰনাথ দত্ত (৫০), গুৱাহাটী, কামৰূপ জিলা
২১. শ্ৰীবিজয় শৰ্মা (৩৭), গল্কিয়া গাওঁ, মংগলদৈ, দৰং জিলা
২২. শ্ৰীনবীন শৰ্মা (৩০), গুৱাহাটী, কামৰূপ
২৩. শ্ৰীৰংবং তেৰাং (৫৫), ডিফু, কাৰ্বি আংলং
২৪. শ্ৰীবলিৰাম পাইত (৪০), অয়ান গাওঁ, অৰুণাচল প্ৰদেশ

২৫. শ্রীদামাই মৰাং (৪০), দেউৰীঘাট, ধেমাজি
২৬. শ্রীফুলদৈ কুলি (৫০), উজনি বিজয়পুৰ, জোনাই
২৭. শ্রীভাণুৰাম দলে (৩৫), বৰবিল, মেৰমুখ, লক্ষীমপুৰ
২৮. শ্রীভীমলাল দলে (৪০), বাঁহফলা, যোৰহাট
২৯. শ্রীজীৱন মিপুন (৫৬), গন্ধীয়া, মৰিয়ণী, যোৰহাট
৩০. শ্রীচেণ্ডাৰাম মৰাং (৪০), জেংৰাইমুখ, মাজুলী, যোৰহাট
৩১. শ্রীইন্দ্রেশ্বৰ পেগু (৫৬), জেংৰাইমুখ, মাজুলী
৩২. শ্রীপ্রভাত য়েইন (৪৮), দিচাংমুখ, শিৱসাগৰ
৩৩. শ্রীপুষ্প লঃয়িং (৪৮), বংকোৱাল গাওঁ, গোলাঘাট
৩৪. শ্রীৰবীন টায়েং (৩০), পুৰণা জেলাম্, 'ধেমাজি
৩৫. শ্রীথানেশ্বৰ পাংগিং (৩৫), গুৱাহাটী, কামৰূপ
৩৬. শ্রীদিলীপ কুমাৰ দলে (৩৫), গুৱাহাটি, কামৰূপ
৩৭. শ্রীবিদ্যেশ্বৰ দলে (৩৮), জোনাই
৩৮. শ্রীধনঞ্জয় শৰ্মা (৩৫), গুৱাহাটী
৩৯. শ্রীউমেশ ডেকা (৪০), গুৱাহাটী
৪০. শ্রীকৈলাশ তালুকদাৰ (৩০), তামোলপুৰ, নলবাৰী
৪১. শ্রীকমল দলে (৫৮), শদিয়া চেপা খোৱা, ডিব্রুগড়
৪২. শ্রীধৰ্মেশ্বৰ পেগু (৩৫), জোনাই
৪৩. শ্রীমঞ্জুদেৱী পেগু (৩০), গুৱাহাটী, কামৰূপ
৪৪. শ্রীজহৰজ্যোতি কুলি (৩৫), ডিব্রুগড়
৪৫. শ্রীফুকন পেগু (৩৫), ডিব্রুগড়
৪৬ শ্রীবেবী মৰাং (৩০), চিলাপথাৰ
৪৭. শ্রীউৰাই পেগু (৬৫), ভিলাপথাৰ, শোণিতপুৰ
৪৮. শ্রীচন্দিৰাম পেগু (৩৫), ৰুক্‌চিন, অৰুণাচল প্রদেশ
৪৯. শ্রীশিৱৰাম পেগু (৩৫), ২নং মিলনপুৰ, লাইমেকুৰী
৫০. শ্রীবেলুৰাম পাদুন (৭০), ফিলোবাৰী, ডিব্রুগড়
৫১. শ্রীঘন লাগাচুং (৪৫), জোনাই, ধেমাজি
৫২. শ্রীজীৱন দলে (৪৫), জোনাই
৫৩. শ্রীবগীৰাম কুম্বাং (৭০), ধুনাগুৰি, লক্ষীমপুৰ
৫৪. শ্রীপবিত্র কুমাৰ পেগু (৩৫), জোনাই
৫৫. শ্রীকুলধৰ পাইত (৬০), আমলখি পাইত গাওঁ
৫৬. শ্রীটাবুৰাম টাইদ্ (৪৮), গুৱাহাটী
৫৭. শ্রীভৃগুমণি কাগয়ুং (৫০), গুৱাহাটী

৫৮. শ্রীকুকেশ্বৰ পাতিৰ (৪৮), পুৰণা জেলাম, জোনাই
৫৯. শ্রীপুষ্প দলে (৫০), গোগামুখ, ধেমাজি
৬০. শ্রীগণেশ পেগু (৫০), গোৱামুখ, ধেমাজি
৬১. শ্রীজ্যোৎস্না সোণোৱাল (৩০), ডাঙৰী, শদিয়া, ডিব্রুগড়
৬২. শ্রীগগণ সোণোৱাল (৫৮), ডাঙৰী, শদিয়া, ডিব্রুগড়
৬৩. শ্রীতিলক কুম্বাং (৩০), অন্নপুৰ, মিছামৰা
৬৪. শ্রীনিবেদিতা বৰা (২৮), ধেমাজি
৬৫. শ্রীঅনন্ত শর্মা (২৬), হাজো
৬৬. শ্রীকমলেশ্বৰ শর্মা (৭০), গৰুবন্ধা, কলাইগাওঁ, দৰং
৬৭. শ্রীলীলাধৰ হাজৰিকা (৩০), গুৱাহাটী
৬৮. ডঃ প্রবীণ চন্দ্র দাস (৪৮), গুৱাহাটী বিশ্ববিদ্যালয়
৬৯. শ্রীপৰমানন্দ ৰাজবংশী (৩০), গুৱাহাটী
৭০. শ্রীৰমেন্দ্রনাৰায়ণ জোৱাদ্দাৰ (৩৫), গুৱাহাটী
৭১. শ্রীজিতুমণি শর্মা (২৩), গুৱাহাটী
৭২. শ্রীভবেন কলিতা (৩৫), গুৱাহাটী

## শব্দার্থ

**অ**

অই = সৰু বা প্রিয়জনক মৰমতে মতাৰ প্রসংগত ব্যৱহাৰ কৰা শব্দ।
অই নিঃতম্ = মৰমৰ বা চেনেহৰ গীত।
অউৰী = মাক।
অকুম = ঘৰ।
অকুম্ গিঃচাং = ঘৰ লোৱা।
অঙ = মাছ।
অচাগ্ গিয়াতি = উপৰি পুৰুষৰ শ্রাদ্ধ।
অচাং আনী = মাহীমাক।
অদুম্ = বেতেৰে নির্মিত কাপোৰ থোৱা বাকচ।
অদৰমি আউৰা = অধর্মী পুত্র।
অদৰমি অম্মা = অধর্মী কন্যা সন্তান।
অনিঃ পাঃনাম্ = শনিয়ে পোৱা।
অপৰ্ = আপঙত ব্যৱহাৰ কৰা এবিধ ঔষধ যুক্ত পিঠা।

| | | |
|---|---|---|
| অপেঃ | = | বংশ পৰিয়াল। |
| অপৃন | = | গোত্ৰ। |
| অবয়ত্নাম্ | = | কেঁচুৱা জন্ম দিয়াৰ পাছত মাতৃ গৰাকীয়ে অশুচি অৱস্থাত কটোৱা সময়। |

**আ**

| | | |
|---|---|---|
| আইঃ কী পাঃনামা | = | আই পোৱা লোক। |
| আইঃকী বম্পানাম্মা | = | আই মাৰি নিয়া। |
| আকি উক্কাং | = | পেট পৰীক্ষা কৰা। |
| আকুন | = | টোপোলা (পাত বন্ধা)। |
| আগ গলুং | = | শ্মশান। |
| আগম্ | = | কথা বা ভাষা। |
| আচি | = | পানী। |
| আচুব্ | = | বিচনা। |
| আৰ্জীং | = | দাবী। |
| আদিন্ | = | মাংস। |
| আদুম্ | = | গা-ধন। |
| আনী | = | মাক। |
| আনী বম্না | = | মাকৰ লগত জোৰা লগাই পৰা গালি। |
| আনী তুক্কু দন্না | = | মাৰৰ মূৰ খোৱা। |
| আপং | = | লাউপানী (মদ)। |
| আঃবাং | = | মিবু বা মিবুয়ে গোৱা গীত। |
| আব্বুগ্ | = | বন্দুক। |
| আবু বম্না | = | বাপেকৰ লগত জীয়েকক জোৰাই পৰা গালি। |
| আবুং | = | জ্ঞান বা জুবি। |
| আবু তুক্কু দন্না | = | বাপেকৰৰ মূৰ খোৱা। |
| আঃম্ | = | ধান। |
| আম্পে আঃম্ | = | বৰা ধান। |
| আম্বৃন | = | চাউল। |
| আময়িগ্নী | = | সমন্ধত পেহীয়েকৰ ছোৱালী। |
| আৰৃগ্ | = | খেতি পথাৰ। |
| আৰে-আদুম্ | = | গা-ধন। |
| আৰীম্ | = | কাঁহী। |

আলৃগ্ = দাৰুৰ দণ্ড লোৱা।
আলি = বীজ।
আয়ে = ফল।

**ই**

ইঃ = তেজ।
ইঃতৃনা = তেজ খোৱা।
ইকিঃ আউৱা = কুকুৰৰ পোৱালি (গালি)।
ইকিঃ ঔম্পী = কুকুৰৰ দৰে।
ইগিয়াল = আত্মা বা জীবাত্মা।
ইজিং নাঁচি = কাপোৰ বৱ জনা বা কাম কৰিব জনা তিৰোতা
ইন্‌না দন্‌না = স্ত্ৰীৰ গুপ্তাংগ খোৱা।

**উ**

উই = (১) দেৱতা, (২) সকাম, (৩) পূজা-পাতল।
উই আমং = দেৱতা ৰাজ্য, পৰলোক।
উই পাঃনাম্ = ভূতে ধৰা।
উই য়েচিন্ লাংকাঃমাঃ নামা = ভূতেও নধৰা অধৰমী লোক।
উগন্ = ধুতী।
উগন্ গান্‌না = ধুতী পিন্ধা (গালি)।
উনাম্ আব্ = তোলনীয়া পো।
উম্ - জুই।
উৰম্ পঃচুম্ = পিতৃ শ্ৰাদ্ধ।

**এ**

এঃগ্ = গাহৰি।
এগে/এগী = মেখেলা।
এঃগ্ জাঃদা = গাহৰিৰ জাত (গালি)।
এগে বৰ্ঙ কাঁত্গলগ্ দুঃগীনা = পাঁচতৰপীয়া মেখেলাৰ তলত থকা (গালি)।
এঃচিৰি = তৃতীয় পত্নী।
এতৰ = অৰুণাচলত প্ৰচলিত এবিধ পূজাৰ নাম্।
এঃপং = প্ৰথম পত্নী।
এঃমে = দ্বিতীয় পত্নী।

**ঔ**

ঔ = হয়।

| | | |
|---|---|---|
| আঁচাব্ | = | মাছ মৰা জাল। |
| আঁপুগ্ | = | ধনুকাড়। |
| আঁৰাং | = | পৰিয়াল। |
| আঁৰ্তগ্ | = | চাঙৰ তলত দিয়া গোটা বাঁহ। |

## ক

| | | |
|---|---|---|
| ক | = | ল'ৰা। |
| কক্তগ্ | = | ঘৰৰ নামনি অংশ। |
| কগঃনী জাঃদা | = | ভিক্ষাৰীৰ জাত (গালি)। |
| কার্চিন্ কার্ত্তাং | = | স্রজন কৰোঁতা (দেৱতা)। |
| কঃনীং | = | ছোৱালী। |
| কঃনীবৃং | = | ল'ৰা-ছোৱালী ৰখীয়া। |
| কঃনিঃনাম্ | = | নিচুকনি গীত। |
| কঃবাং | = | জখলা। |
| কম্বং | = | বহাগ মাহত ফুলা এবিধ ফুল। |
| কৗদান | = | বিয়ে। |
| কৗদান্ নীং | = | বিয়নী। |
| কাঃকৃ | = | মোমাই বা শহুৰ। |
| কাবান্ | = | বিৰহৰ গীত, বিননি গীত। |
| কাব্নাম্ | = | কন্দা। |
| কাৰী | = | মুকলি চাংঘৰৰ অংশ। |
| কিঃবা | = | বেৰীয়া। |
| কুঃচাগ্ | = | উপৰি পুৰুষক দিয়া পূজা। |
| কুম্দাং ৰিংগং | = | গৃহ দেৱতা। |
| কুম্নাম্ | = | সেৱা কৰা। |
| কুম্বাং | = | বৰ চাং। |

## গ

| | | |
|---|---|---|
| গগ্নাম্ | = | মতা কার্য। |
| গমুগ্ | = | ধ্বনি। |
| গঃৰুজাঃ দা | = | গৰুৰ জাত (গালি)। |
| গঃৰু দন্না | = | গৰু খোৱা (গালি)। |
| *গাচৰ* | = | *চাদৰ।* |
| গাচেং | = | চাদৰ বা মেখেলা। |

গাজক = এবিধ মেখেলা।

গাদু = জীম কাপোৰ।

গাম = গাঁৱৰ মুৰব্বী।

গাপাগাৰে = মেখেলা।

গালে = মেখেলা।

গালুগ্ = মতা মানুহে পিন্ধা চোলা।

গিঃচাং = ঘৰ লোৱা কৃত্য।

গিনমুৰ পঃল = ফাগুন মাহ।

গৃদৃং = লোহা জাতীয় এবিধ জোঙা অস্ত্ৰ।

গুকাই ইঃতৃঃনা = গোঁসাইৰ ভেজ পিয়া (গালি)।

ঙ

ঙ = মই।

ঙচান্ = শুকান মাছ।

ঙলু = আমি।

ঙলুম্ = আমাক।

চ

চঃ = ইয়াত।

চন্‌নী দঃয়িং = কিংবদন্তি।

চঃনাম্ = নচা।

চঃপন্ = বাঁহৰ আলনা।

চম্‌কং = এবিধ চেঙা গছ।

চলক্ = সাঁথৰ।

চলা লাঃনাম্ = টানি অনা।

চয়াৰ = শোৱা কোঠালি।

চাগলি আউৱা = ছাগলীৰ পোৱালি (গালি).

চাম্‌পীগ্ কক্‌কি দীম্‌পী = বাঢ়নীৰে কোবাম (গালি)।

চাঃয়িং = চালৰ তলত দিয়া ধাৰণ বাঁহ।

চিনী-মীঃব = মৃতকৰ আত্মাই বাস কৰা ঠাই।

চিপান্ = শাখা নদী।

চিবেয়েম্‌পী = বান্দৰৰ নিচিনা (গালি)।

চিলু/চিকুম্ = উপ নৈ।

চেঃদি-মেঃল = আদি পুৰুষ-প্ৰকৃতি।

চেলাব্ = খেৰৰ চাল।
চাঃকম্ = কাক।
চোবা য়াক্না = চুৱা চেলেকা (গালি)।
চুঃ চাংনিঃ ভম্ = ডেকা-গাভৰুৰ গীত।
চুঃপাগ্ = কপাহ।

জ

জঃচাগ্ আপিন্ = বিশেষ এটা ৰীতিৰে সজোৱা ভাত।
জঃপং = চাংঘৰ ধৰি থকা বাঁহ বা কাঠ।
জাম্বৰক্ = মাছ ধৰা এবিধ জোঙা অস্ত্ৰ।
জিলি = বৈ থকা নিজৰা।
জীক্তুম্ = পোনা ম'হ।
জীক্নী = মাইকী ম'হ।
জুৰ্কি = জুলুকি বা পল'।

ত

তাক্পৰ = যেগেলা জাতীয় তৃণৰ পৰা প্ৰস্তুত কৰা এবিধ কাণত পিন্ধা অলংকাৰ।
তাকাৰ্ = তৰা (আকাশৰ)।
তাকিৰ্ = থু।
তাচে = খেৰ।
তাংত = কৰাদেউতা।
তাগিৰ = মংগল বা ঠিকনা।
তাগিৰ্কাংনী = জ্যোতিষী, মংগল চোৱা লোক।
তাড়ুগ্ = পাত বেং।
তাড়্নাম্ = কন্যা সোধা বা খোজা।
তানিঃ = মানুহ।
তানিঃ আগম্ = মানৱ-ভাষা।
তানিঃ দন্না = মানুহ খোৱা (গালি)।
তানিঃ আনিন্ দন্না = মানুহৰ মাংস খোৱা (গালি)।
তাপং য়াক্না = চিকা চেলেকা (গালি)।
তাপুম্ পাচৰ = এড়ি চাদৰ।
তাপুম্ পীংনাম = পোকে খোৱা (গালি)।
তালাব্ = বগা নহক।

তালীং উঁই = আকাশৰ দেৱতা।
তালীং অতেইকা = চৰগ্ পৰা (গালি)।
তাৰঙ্ অৰনাম্ = চিকাৰৰ ভাগ।
তুংগীং = মুকলি আগচা°।
তুম্ব = বিধবা।
তুৰ্জি = ধনী।
তুৰিয়া = থুৰিয়া।
তৃনাম্ = ফুল বচা।
তৃঃনাম্ = পানী খোৱা।
তৃঃ পামান্ জাঃদা = খাবলৈ নোপোবাৰ জাত (গালি)

দ

দকৃচিৰি = মণিৰ হাৰ।
দঃগ্রি = সূর্য।
দগঃনা = চুৰা খোৱা (গালি)।
দদ্গাং = দহা-কাজ।
দনাম্ তৃঃনাম্ = ভোজ।
দপাঃ মান্জাঃদা = খাবলৈ নোপোবাৰ জাত (গালি)।
দবুৰ্ উঁই = চাং কোবোৱা সকাম বা পূজা।
দঃবাং মুগ্লুং = বিজুলী।
দঃৱ এক শ্রেণীৰ গীত।
দঃমৃৰ য়াৰি = মেঘ আৰু বিজুলীৰ গাঁজনি।
দঃলুং = গাঁও।
দঃলুং আমি = গাঁওবাসী।
দৰ্কাং = কেঁচু।
দঃয়িং/দঃয়ুং = সাধুকথা বা কাহিনী।
দাক্নাম্ = ঠিয় হোৱা, মিবুৱে মংগল চোৱা কার্য।
দাদাম্ বনী = গাভৰু ছোৱালী।
দাদিঃ মী = কাম-কন জনা মহিলা।
দাৰ্নাম্ = উজাগৰে থকা।
দেম্বল = মেখেলা পিন্ধা সময় অর্থাৎ গাভৰু কাল।
দিঃ তী = ওখ পাহাৰ।
দিঃবাং = বাঁহ।

| | | |
|---|---|---|
| দীঃনী মতৰ | = | উৰা জাহাজ। |
| দুগ্‌তাদ্‌ | = | সংবাদদাতা। |
| দুগ্‌লা লাঃনাম্‌ | = | পলুৱাই নি বিয়া কৰোৱা। |
| দুঃনী গৃলাদ্‌ | = | আঠমঙলা, নেওতা খোৱা। |
| দুম্‌গাগ্‌ | = | খোপা। |
| দুম্‌দুম্‌ | = | ঢোল। |
| দুম্‌গীং/দুম্‌পাগ্‌ | = | গারু। |
| দু-মুর্গ | = | মেঘ দেৱতা। |
| দুমুদ্‌ | = | চুলি। |
| দুমীৰ্‌ | = | গামোচা। |
| দৃৰ্‌দাং | = | পাহৰি (মাছ ধৰা সঁজুলি)। |

**ন**

| | | |
|---|---|---|
| ন | = | তুমি/তই/আপুনি। |
| নৰক্‌ দন্‌না | = | বিষ্ঠা খোৱা বা নৰক খোৱা (গালি)। |
| নগিন্‌ আপং | = | বগা লাউপানী। |
| নতি আম্‌মা | = | নটীৰ সন্তান (গালি)। |
| নাঙল | = | নাঙল। |
| নাঃনী | = | মা/আই |
| নাঃনই | = | সম্বন্ধীয়া সরু পেহী। |
| নাঃ ন আত্‌তা | = | সম্বন্ধীয়া ডাঙৰ পেহী। |
| নাপ্‌পাং | = | মুখ। |
| নাম্‌চিং/নাম্‌চুং | = | শুকতি মাছ। |
| নিঃ তম্‌ | = | গীত। |
| নিঃ নাম্‌ | = | নিচুকোৱা। |
| নিঃ পিৰ্‌ | = | কৰা। |
| নীং | = | পত্নী। |
| নীচিন্‌ | = | ঘাঁহ, বন, তৃণ। |
| নীবৃং | = | কেঁচুৱা ৰখা ছোৱালী। |

**প**

| | | |
|---|---|---|
| পকা দুক্‌নাম্‌ | = | এবিধ খেলৰ নাম। |
| পঞ্জাঃ | = | মাছ ধৰা লোহাৰ যতন। |
| পঃনুং | = | মিবু বা মিবৃৰ দ্বাৰা পৰিবেশিত নৃত্য-গীত। |

| | | |
|---|---|---|
| পঃল | = | চন্দ্ৰ। |
| পঃল কাব্‌কে | = | ন-জোন ওলোৱা সময়। |
| পঃৰ আপং | = | ছাই মদ (লাউপানী)। |
| পৰগ্‌ | = | কুকুৰা। |
| পৰাং | = | চেপা (মাছ ধৰা যতন)। |
| পৰপিয়াং | = | দহতৰপীয়া চাংঘৰৰ তলৰ খলপ। |
| পাক্‌মুৰ্‌নাম | = | মণি পিন্ধোৱা। |
| পাকৰিণ অম্‌মা | = | চৰিত্ৰহীনা। |
| পাগ্‌ৰ | = | চাকৰ। |
| পাগ্‌ব অম্‌মাং | = | চাকৰৰ ল'ৰা-ছোৱালী। |
| পাগ্‌বল পুৰণা | = | দাস বা বন্দীৰ লগত জাত যোৱা ছোৱালী (গালি)। |
| পাগ্‌ব অম্‌মা | = | দাসীৰ ছোৱালী, বেটী (গালি)। |
| পাতিৰি | = | কথা ভাণ্ডিপাতি ক'ব পৰা লোক (কটকী)। |
| পিচ | = | চাঙৰ চে-চলি। |
| পিন্‌কাং আপিন্‌ | = | পইতা ভাত। |
| পৃদেনাম্‌ | = | শুচি কৰা। |
| পৃআগীম্‌পী | = | কাউৰীৰ দৰে (গালি)। |
| পৃচ্‌পাচা | = | ফুচ্‌ফুচনি। |
| পুৰাং আপিন্‌ | = | তৰা পাতেৰে বান্ধি প্ৰস্তুত কৰা জলপান বিশেষ। |
| পীক্‌ | = | কপৌ চৰাই। |
| পীদং/পদং | = | বৰষুণ। |
| পীৰাব্‌ | = | সৰু ধোঁৱাচাং। |
| পেচুনাম্‌ | = | শপত খোৱা। |
| পেনাম্‌ | = | শপত বাক্য। |
| পেম্পা | = | পেঁপা। |
| পেলৃগ্‌নাম্‌ | = | শাও-শপনি। |

ৰ

| | | |
|---|---|---|
| বঙালি জাঃদা | = | বঙালীৰ জাত (গালি)। |
| বনী | = | গাভৰু ছোৱালী। |
| বনীমী | = | ভদ্ৰ মহিলা। |
| বৰকি | = | বৰুণী। |
| বৰবেমাৰ দনামা | = | কুষ্ঠৰোগে খোৱা (গালি)। |

| | | |
|---|---|---|
| বাই | = | বাইদেউ / বাই। |
| বাংকুং | = | চহতি। |
| বাতি | = | বাতি। |
| বাঃবু | = | দেউতা। |
| বাঃবই | = | খুৰা। |
| বাঃবাত্তা | = | বৰ দেউতা। |
| বাঁদুগাচৰ | = | সাজপাৰ, কাপোৰ-কানি। |
| বাঁনীৰ | = | চাঙৰ তলৰ অংশ। |
| বৃৰ | = | ভাই, ভায়েক। |
| বৃৰ্দুগ্ নিঃতম্ | = | ঋতুগীত। |
| বৃৰ্মী | = | ভনী। |
| বৃৰ্মী বম্না | = | ভনীয়েকৰ লগত সংগম কৰা (গালি)। |
| বৃৰ্তী দবুৰ | = | ব্যক্তিজনিত কাৰণত পতা পূজা-পাতল। |
| বৃৰীম্ | = | অজগৰ সাপ। |
| বৃকুং | = | এবিধ ক'লা সাপ। |
| বৃঞিও | = | দুটা, দুজন। |
| বেগেনাং | = | বেঙেনা। |

ম

| | | |
|---|---|---|
| মচুপ্দেৰে | = | ডেকা চাং। |
| মজিং নীচি | = | কাপোৰ বব জনা বা কাম-বন কৰিব জনা তিৰোতা |
| মমান্ নিঃতম্ | = | ধেমেলীয়া গীত। |
| ময়ুব্নাম্ নিঃতম্ | = | টোপনি নিওৱা গীত। |
| মৰুনাম্ | = | যাদু কৰা। |
| মাউৰলক্ গৃপীনা | = | মাউৰাত যোৱা। |
| মাউৰ্ বম্তেইকা | = | মাউৰে নিয়ক। |
| মাগ্ব | = | জোঁৱাই, ভিনিহি। |
| মাগব্ দুগ্নাম | = | জোঁৱাই-খটা। |
| মাঃঞিং তাগিৰ | = | সপোনৰ ফলিতা চোৱা। |
| মাদলি | = | মাদুলী। |
| মাঃম | = | নবৌ। |
| মাৰ্বাং | = | কাঁহেৰে নিৰ্মিত বাজনা। |
| মিগম্ | = | ৰজা। |

| | | |
|---|---|---|
| মিদাং | = | বিয়া। |
| মিতুৰ | = | মিতিৰ। |
| মিপাগ্ জাঃদা | = | অমিচিং জাত (গালি)। |
| মিপাগ্লক্ পুৰুনা | = | অজাতিত জাত যোৱা (গালি)। |
| মিপাগ্ অঃচাঃ | = | অজাতিৰ সঁচ (গালি)। |
| মিব | = | অতিথি। |
| মিবু | = | দেওধাই। |
| মিবুদাক্ নাম্ | = | দেওধাই উঠা কাৰ্য। |
| মিমাং গুপ্নাম | = | লুকাভাকু খেল। |
| মিৰি, মিবৃ | = | পুৰোহিত শ্ৰেণী। |
| মুৰং | = | ডেকা চাং, যুৱগৃহ। |
| মুৰকং | = | টকা। |
| মেন্চং | = | বেতেৰে প্ৰস্তুত কৰা এবিধ ভাতখোৱা সঁজুলি। |
| মেন্চাৰুং | = | শিয়াল। |
| মেন্চাৰু ঙীম্পী | = | শিয়ালৰ দৰে (গালি)। |
| মেন্চাৰং আউৱা | = | শিয়ালৰ সন্তান (গালি)। |
| মেন্দাৰি কীবুং | = | মেকুৰী আৰু নিগনি। |
| মেন্জীগ্ | = | ম'হ। |
| মীংকং | = | ইপাৰলৈ যাবলৈ ইচ্ছা কৰা। |
| মীঃনাম্ | = | ভৱা বা ভাল পোৱা। |
| মীঃৰ নিঃতম্ | = | প্ৰণয়-গীত। |
| মৃম্বৃৰ্ | = | গাভৰু। |
| মৃম্বৃৰ য়াঃমে | = | ডেকা-গাভৰু, পঃৰাগ্ উৎসৱ। |

য়

| | | |
|---|---|---|
| য় কৃতুং | = | দীঘল দা। |
| য়কৃচা | = | মিকৰে ব্যৱহাৰ কৰা দা। |
| য়কৃচুগ্ | = | কটাৰী। |
| য়কৃপা | = | কপিদা। |
| য়ৰা | = | মুকলি চাঙৰ অংশ। |
| য়াগ্গঃ না | = | চুৰা চেলেকা (গালি)। |
| য়াপাপিলা চঃনাম্ | = | হাত চাপৰি বজাই নচা। |
| য়াবৃকুৰ | = | ঘৰৰ পিছ অংশ। |

| | | |
|---|---|---|
| য়াবান্ | = | কাহিনীযুক্ত কান্দোনগীত। |
| য়াম্নাম্ | = | আদৰা। |
| য়াম্নী | = | কইনা। |
| য়াম্নী কাব্নাম্ | = | কইনাই কন্দা। |
| য়াম্নী তাত্নাম্ | = | কইনা খোজা। |
| য়াম্নী তাত্নী ঔৰাং | = | দৰাঘৰীয়া। |
| য়াম্নী বিনী ঔৰাং | = | কইনাঘৰীয়া। |
| য়াঃমে | = | ডেকা। |
| য়াঃয় | = | আইতা বা আবু। |
| য়াৰি আৰ্বম্কাঃ লাংকা | = | বিজুলীয়ে মাৰি নিয়ক (গালি)। |
| য়াল | = | আত্মা, ছাঁয়া। |
| য়েপাং পাঃনাম | = | শিৰামুৰীয়া বেমাৰত পৰা (গালি)। |
| য়েবুং | = | নাক। |
| য়েৰুং গাতপী | = | কাণ কাটিম (গালি)। |
| য়িগ | = | খুলশালী। |
| য়িগ্নী | = | ননদ, ভাইবোৱাৰী। |
| য়িঃ পং | = | আকস্মিক দুৰ্ঘটনা। |

ৰ

| | | |
|---|---|---|
| ৰঃ | = | পৰহি। |
| ৰগ্প | = | মতা কুকুৰা। |
| ৰগ্নী | = | মাইকী কুকুৰা। |
| ৰুগ্বাদ | = | চিকাৰ। |
| ৰুপুৰাং | = | ৰিপুৰা (গুপ্তচৰ)। |
| ৰাংকপ্ | = | বাম কাচ। |
| ৰাচেং | = | গাভৰু চাং। |
| ৰাবৃতী | = | মাজৰ থোঁৰাচাং। |
| ৰাম্নাম্ | = | জ্বৰ উঠা। |
| ৰীঙাম, ৰীগাম্ | = | বাইজ, প্ৰজা, নাগৰিক। |
| ৰীঙাম্ দঃয়িং | = | কিংবদন্তি। |
| ৰীঙাম্ নিঃতম্ | = | লোকগীত। |
| ৰিঃবি, ৰিঃবৃ গাচেং | = | মিচিং জাতীয় সাজ-পোছাক। |
| ৰৃঃ চৃং | = | ঘৰৰ উজনি অংশ। |

বৃয় বহী।

**ল**

| | | |
|---|---|---|
| ল-ল-ল | = | দিন। |
| লঙ | = | দিন। |
| লঃদাং দুগ্য়িৰ | = | ঘৰৰ মাৰলী। |
| লত্তা | = | চোতাল। |
| লত্তা চঃমান্ | = | চোতালত নচা নৃত্য। |
| লঃতু য়াৰিঃ পৌ চিকাঃলাংকা | = | হতশ্ৰী যোৱা (গালি)। |
| লঃ লং | = | বৰ কাঁহ। |
| লাইত দন্না | = | লিংগ খোৱা (পুৰুষ পুৰুষক পৰা গালি)। |
| লেকে | = | পুৰণি। |
| লেকেঃ কেঃনাম্ | = | ভৰি মেলি যোৱা। |
| লেকে দঃয়িং | = | পুৰণি সাধুকথা। |
| লেকে নিঃতম্ | = | পুৰণি গীত। |
| লুপ্‌লক্ গালুগ্ | = | মতা মানুহে পিন্ধা এবিধ চোলা। |
| লুপ নিঃতম্ | = | কথোপকথনমূলক গীত। |
| লুঃপে | = | তাল। |
| লুবেঃ নাম্ | = | আশীৰ্বাদ। |

***

## মিচিং ভাষাত প্ৰচলিত অসমীয়া শব্দৰ ৰূপ আৰু তাৰ অৰ্থ

| | | |
|---|---|---|
| অকলো | = | সকলো। |
| অব | = | হ'ব। |
| অবাওকে | = | সকলোকে। |
| অময়ত | = | সময়ত। |
| অল | = | হ'ল। |
| আইচা | = | আহিছা। |
| আইলাক | = | সাইলাখ। |
| আইলি | = | আহিলি। |
| আক্‌কি | = | সাক্ষী। |

আগুতা = অগুঠা।
আঙে = হাঁহে।
আচেনে = আছেনে।
আতত = হাতত।
আয়ে = আহে।
এজনি = এজনী।
এদোকৰ = এডোখৰ।
এৰ = হেৰ।
উকুমত = হুকুমত।
উদিলে = সুধিলে।
উতি = উঠি।
উতুৰালে = উটুৱালে।
উবতি = উভতি।
ওততে = সোঁততে।
কবৰে = খবৰে।
কাচাৰিত = কাছাৰীত।
কাতৰ = কাঠৰ।
কালাচ = খালাচ।
কিঅবে = কিহবে।
কিলা = খিলা।
কেৰাইকৈ = কেৰাহিকৈ।
কোজে = খোজে।
কোদালত = জেলত।
কোৱা = খোৱা।
গচেই = গছেই।
গৰ = ঘৰ।
গৰলৈ = ঘৰলৈ।
গোপে = গোঁফ।
গুৰে = ঘুৰে।
চাঃ বক = চাহাবক।
ততাপি = তথাপি।
তানাৰ = থানাৰ।
তেবুলত = টেবুলত।

